# অসমৰ বৈষ্ণৱ-দৰ্শনৰ ৰূপৰেখা




লিখক :—

পণ্ডিত শ্ৰীমনোৰঞ্জন শাস্ত্ৰী

অধ্যক্ষ, নলবাৰী সংস্কৃত মহাবিদ্যালয়।

প্ৰকাশক —
শ্ৰীবাসুদেৱ শৰ্ম্মা
আলোক প্ৰকাশন গৃহ,
নলবাৰী (অসম)

প্ৰথম সংস্কৰণ
১৯৫৪

মূল্য — ৪৲ টকা।

মুদ্ৰক —
আলোক প্ৰেছ,
নলবাৰী (অসম)

প্ৰাপ্তিস্থান—
আলোক প্ৰকাশন গৃহ, নলবাৰী।
লয়াৰ্চ বুকষ্টল, গৌহাটী।
জেউতি প্ৰতিষ্ঠান, নলবাৰী।
বৰকটকী কোম্পানী, যোৰহাট।
চপলা বুকষ্টল, ছিলং।

## প্ৰকাশকৰ পৰা—

পণ্ডিত শ্ৰীমনোৰঞ্জন শাস্ত্ৰীদেৱ (অধ্যক্ষ, নলবাৰী সংস্কৃত মহাবিদ্যালয়) অসমৰ এজন বিখ্যাত দাৰ্শনিক পণ্ডিত। সময়ে সময়ে তেখেতৰ দাৰ্শনিক গৱেষণামূলক পাণ্ডিত্যপূৰ্ণ প্ৰবন্ধ-পাতি অসমৰ বাঁহী, আৱাহন, বৰদৈছিলা, নামধেনু আদি সাময়িক পত্ৰ-পত্ৰিকাত প্ৰকাশিত হৈ থাকে। অসমৰ বাহিৰত সংস্কৃতম্, Journal of the Dr. Ganganath Jha Research Institute, Allahabad আদিতো তেখেতৰ প্ৰবন্ধবোৰে সমাদৰ পায়।

বৰ্ত্তমানে তেখেতৰ প্ৰণীত 'সাহিত্য-দৰ্শন' নামৰ সাহিত্য-আলোচনা বিষয়ক সুবৃহৎ অসমীয়া গ্ৰন্থ আৰু মীমাংসা শাবৰ ভাষ্যৰ প্ৰথম অধ্যায়ৰ সংস্কৃত টীকা গ্ৰন্থ এখন প্ৰকাশৰ উপযোগী হৈ আছে। তেখেতে কামৰূপ সংস্কৃত সঞ্জীৱনী সভাৰ সংগৃহীত কিছু প্ৰাচীন পুথি সম্পাদনৰ কাম হাতত লৈছে। সংস্কৃত সঞ্জীৱনী-সভাৰ সংগৃহীত আৰু অসমৰ নানা ঠাইত প্ৰাপ্ত অলভ্য সংস্কৃত পুথিবোৰৰ বৰ্ণনামূলক তালিকা (Descriptive Catalogue) এখনো তেখেতে যুগুত কৰিব ধৰিছে।

শাস্ত্ৰীদেৱ বেদান্ত-মীমাংসা আৰু ধৰ্ম্ম শাস্ত্ৰৰ জনাজাত পণ্ডিত। তেখেতৰ বাগ্মিতাও প্ৰশংসনীয়।

দেশৰ স্বাধীনতাৰ লগে লগে, দেশৰ চিন্তাধাৰা, দেশৰ বাঙ্ময় আৰু দেশৰ ঐতিহ্যৰ প্ৰতি দেশবাসী জাগৰুক হৈ উঠিছে আৰু উঠাও দৰকাৰ। সেইবাবে আজি পুৰণি সাহিত্যৰ প্ৰতি লোকৰ দৃষ্টি আকৰ্ষণ হোৱাটো বিস্ময়ৰ কোনো কথা নাই।

দেশৰ প্ৰাচীন গৌৰৱপূৰ্ণ সংস্কৃতি সভ্যতাৰ দিগ্‌দৰ্শনৰ বাবে আমি সংস্কৃত সাহিত্যৰ পাত লুটিয়াব লগাত পৰো—তাৰ বাবে আমাৰ সংস্কৃতৰ জ্ঞান থকা দৰকাৰ। ভাৰতীয় নাগৰিকসকলে সংস্কৃতানুৰাগী হলেহে আমাৰ সাহিত্য আৰু সংস্কৃতি ৰক্ষা পাব, আৰু লগে লগে দেশৰ পণ্ডিতসকলে ন' ন' সাহিত্য ৰচনাত লাগি যাব। অসমীয়া ভাষাত কোনো প্ৰণালীবদ্ধ দৰ্শন-শাস্ত্ৰৰ পুথি নাই। শাস্ত্ৰীদেৱে অসমৰ বৈষ্ণৱ সম্প্ৰদায়ৰ দাৰ্শনিক মত প্ৰণালীবদ্ধভাৱে এই গ্ৰন্থত বিবৃত কৰিছে। ইয়াৰ দ্বাৰা দেশবাসীৰ বিশেষকৈ বৈষ্ণৱ সম্প্ৰদায়ৰ তথা অসমৰ বৈষ্ণৱ-সাহিত্যত প্ৰৱেশাৰ্থী পঢ়ুৱৈসকলৰ এটা ডাঙৰ অভাৱ পূৰণ হব বুলি আশা কৰা যায়। আশাকৰোঁ৷ বাইজে কিতাপখন মৰম চকুৰে চাব।

আলোক প্ৰকাশন গৃহ
নলবাৰী :: অসম
২১।১২।৫৪ ইং

বিনীত—
বাসুদেৱ শৰ্মা

# মুখবন্ধ

দাৰ্শনিকতা কি ?

মানুহৰ মন স্বভাৱতে অনুসন্ধিৎসু, গতিকে নজনা বস্তুক জানিবৰ কাৰণে তাৰ এটা নৈসৰ্গিক বাসনা আছে। যদি কিবা জনাও যায় তথাপি তাক নানা কাল্পনিক আকাৰ দি নতুন নতুন ৰূপ খটুৱাই অভিনৱৰূপে জানিবলৈ সৰ্ব্বদাই মানৱ মন ব্যস্ত। সেই কাৰণে যদি মানৱৰ আদিম যুগ স্বীকাৰ কৰা হয় তেন্তে কব লাগিব যে সেই অজ্ঞাত আদিম যুগৰ পৰাই মানৱৰ চিন্তা অতীন্দ্ৰিয় ৰাজ্যৰ খবৰ লবলৈও ব্যস্ত হৈ পৰিছে। প্ৰশ্ন হব লাগিলে তাৰ এটা এনেকুৱা বিষয় লাগিব যিটো জ্ঞাত হৈও অজ্ঞাত অৰ্থাৎ যিটো বস্তুক আলম লৈ মানুহৰ মনত সেই বিষয়ে নানা প্ৰশ্নৰ উদয় হব সেই বিষয়টো যদি একেবাৰে নাথাকে বা থাকিলেও সেই বিষয়ে কোনো সামান্য জ্ঞান নাথাকে তেন্তে সেই বস্তুৰ বিষয়ে কোনো প্ৰশ্ন হোৱাৰ সম্ভাৱনা নাই; "আকাশ-কুসুম" নাই বুলি আমি জানোঁ আৰু হিমালয় পৰ্ব্বতৰ ভিতৰত যদি কিবা আচৰিত ধৰণৰ বস্তু আছে সেই বিষয়ে আমাৰ সামান্য জ্ঞানো নাই গতিকে সেই বিষয়ে আমাৰ মনত 'সি কেনেকুৱা, ক'ৰ পৰা হ'ল, কেনেকৈ হ'ল ইত্যাদি কোনো প্ৰশ্ন বা অনু-সন্ধিৎসাৰ উদয় নহয়। ইফালে যি বস্তুটো সৰ্ব্বপ্ৰকাৰে জনা আছে সেই সম্বন্ধেও মানুহৰ মনত প্ৰশ্ন নুঠে। যি বস্তুটো

সামান্যভাৱে জানা আছে অথচ বিশেষভাৱে জানা নাই সেই বস্তুটোৰ প্ৰতিহে আমাৰ মন জানিবৰ কাৰণে উদ্‌গ্ৰীৱ হৈ উঠে। এই জানা নাজানাৰ লুকালুকিতে মুগ্ধ হৈ সি অজ্ঞাত বস্তুটোৰ পাচে পাচে ঘুৰিব ধৰে তাৰ সম্পূৰ্ণ স্বৰূপ আৱিষ্কাৰৰ সমুসন্ধানত। এই জানা নাজানাৰ আকৰ্ষণত যে মানৱ মনত এক প্ৰকাৰ ছন্দোৱদ্ধ বা নিয়মিত গতি বা অগ্ৰগামিতাৰ উদয় হয়, তাৰেই নাম দাৰ্শনিকতা বা দাৰ্শনিক গৱেষণা।

প্ৰথমতে মানৱে সামান্যভাৱে নিজক জানে আৰু লগে লগে দেখা পায় এই অনন্ত বৈচিত্ৰ্যময় বিস্তৃত বাহ্য জগদ্‌ৰূপ কাৰ্য্যৰাশি। ইয়াৰ দৃশ্যমান আৰু বৰ্ত্তমান স্বৰূপ-বিষয়ে আমাৰ কোনো সন্দেহ বা প্ৰশ্নৰ উদয় নহয়। ইয়াৰ অতীত ৰূপ বা কাৰণ ভৱিষ্যৎ ৰূপ বা কাৰ্য্য, আমি প্ৰত্যক্ষে দেখা নাপাওঁ; কাৰণ, অতীত আৰু ভৱিষ্যৎ কালত নিহিত পদাৰ্থ প্ৰত্যক্ষৰ বিষয় নহয়— সি সৰ্ব্বদাই অতীন্দ্ৰিয়। তাকে জানিবৰ কাৰণেই আমাৰ মন ধাৱিত হয়। এই পৰি-দৃশ্যমান বস্তুৰ কাৰণ কি, কাৰ্য্য কি, সেই কাৰ্য্য বা কাৰণৰ লগত ইয়াৰ সম্বন্ধ কি? এই কেইটা প্ৰশ্ন প্ৰথমতে উদয় হয়। ফলতঃ আমাৰ প্ৰশ্নটি হ'ল কাৰ্য্যকাৰণৰ তত্ত্ব সম্বন্ধে; আমি জানিব খোজোঁ বৰ্ত্তমান কাৰ্য্যৰ লগত অতীত কাৰণৰ সম্বন্ধ আৰু তাৰ স্বৰূপ; তথা বৰ্ত্তমান কাৰণৰ লগত ভৱিষ্যৎ কাৰ্য্যৰ সম্বন্ধ আৰু তাৰ স্বৰূপটি। ইয়াক জানিবৰ কাৰণে এই পৰ্য্যন্ত মানুহে যত যি ভাবিছে, আলোচনা কৰিছে সেই

দাৰ্শনিক দৃষ্টি

সমস্তই দৰ্শন ; এই ভাৱনাৰ অনুকুল মানসিক যোগ্যতাকে দাৰ্শনিক দৃষ্টি বুলিব পাৰোঁ। হ'ক। তেন্তে, দৰ্শনশাস্ত্ৰৰ প্ৰতিপাদ্য কি ; এইটো এক কথাত কবলৈ হলে কব লাগিব যে কাৰ্য্য-কাৰণতত্ত্ব অৰ্থাৎ কাৰ্য্যৰ লগত কাৰণৰ সম্বন্ধটি কি বা কেনে, তাকেই দৰ্শনশাস্ত্ৰত প্ৰতিপাদন কৰা হৈছে। এই কাৰ্য্যকাৰণৰ সম্বন্ধ বিচাৰ নকৰাকৈ মানুহে কেতিয়াও উন্নতিৰ পথত আগ-বাঢ়ি যাব নোৱাৰে। এই কাৰ্য্যকাৰণৰ তত্ত্ব আলোচনাৰ ফলতে মানুহে অতীতৰ অন্ধকাৰাচ্ছন্ন গুহাৰ পৰা কত কি নতুন নতুন বিষয়ৰ আৱিষ্কাৰ কৰিছে তাৰ কোনো ইয়ত্তা নাই। পদাৰ্থবিদ্যা, ভূতত্ত্ব, আকাশতত্ত্ব, প্ৰত্নতত্ত্ব, ধৰ্ম্মনীতি, অৰ্থনীতি, ৰাজনীতি, সমাজনীতি আদি মানৱ সভ্যতাৰ গৌৰৱময় আৱিষ্কাৰ বিলাকৰো মূলতে হৈছে এই কাৰ্য্যকাৰণতত্ত্বৰ অনুসন্ধান আৰু অনুশীলন। ই আমাৰ অতীতৰ পিনে যিদৰে পোহৰ দিয়ে ভৱিষ্যতৰ পিনেও সেইদৰে দৃষ্টি আকৰ্ষণ কৰে। এই কাৰ্য্যকাৰণৰ ভাৱনাৰূপ পোহৰৰ সাহায্যতে ভৱিষ্যতৰ অন্ধকাৰত থকা তত্ত্ববিলাকৰ সন্ধান পোৱা যায়। ভৱিষ্যতৰ ভাৱনা ব্যতিৰেকে যে মানৱ, জীৱনৰ পথত এক পদো অগ্ৰসৰ হব নোৱাৰে এই কথা অতি সহজবোধ্য। কাৰ্য্য ভৱিষ্যত কাৰণ বৰ্ত্তমান, আকৌ কাৰ্য্য বৰ্ত্তমান কাৰণ অতীত, গতিকে কাৰ্য্যকাৰণৰ লগতে আমাৰ ভূত ভৱিষ্যৎ বৰ্ত্তমান জড়িত হৈ আছে।

কাৰ্য্যকাৰণ-তত্ত্ব জানিবলৈ হলে বহিৰ্জগৎ আৰু অন্তৰ্জগতৰ প্ৰত্যেকটি পদাৰ্থৰ স্বভাৱ পৰীক্ষাৰ আৱশ্যক হৈ পৰে। 'মই'

বা আত্মাৰ বাহিৰে সকলো পদাৰ্থই ভাৰতীয় দৰ্শনৰ মতে জড়। গতিকে দ্ৰষ্টা বা আত্মাক বাদ দি জড় বস্তুবোৰৰ কাৰ্য্যকাৰণ-ভাৱ নিৰূপণকে আমি জড়বিজ্ঞান বোলোঁ। হ'ক।

দৰ্শন শব্দৰ বুৎপত্তি অনুসাৰে ( দৃশ্যতে=জ্ঞায়তে তত্ত্বমনেন ইতি ) দেখাযায়,—জ্ঞান বা বিজ্ঞান মাত্ৰেই দৰ্শন। গতিকে

দৰ্শন শব্দৰ ব্যাপক অৰ্থ

ব্যাপকভাৱে বুৎপত্তিগত অৰ্থক লৈ বিদ্যা বা তত্ত্বজ্ঞানৰ কাৰণীভূত পৰীক্ষা-সম্বলিত শাস্ত্ৰই দৰ্শনশাস্ত্ৰ। তেতিয়া হলে সমস্ত বিদ্যাস্থানেই ইয়াৰ ভিতৰত পৰে।

শ্ৰুতিত আছে যে "আত্মা ৱাৰে দ্ৰষ্টব্যঃ" ( বৃহদাৰণ্যকোপনিষৎ ) "আত্মাক (নিজক) উপলব্ধি কৰিব লাগে।" কেনেকৈ

দৰ্শন শব্দৰ পাৰিভাষিক অৰ্থ

আত্মদৰ্শন কৰিব লাগে, তাৰ উপায় কি? এই আশঙ্কাত কৈছে যে "শ্ৰোতব্যো মন্তব্যো নিদিধ্যাসিতব্যঃ" [ বৃঃ আঃ উঃ ]। আত্মাৰ বিষয়ে শুনি লবা ( শ্ৰুতিৰ পৰা ), উপপত্তি অৰ্থাৎ যুক্তি প্ৰমাণ প্ৰয়োগৰ দ্বাৰা উপপাদন কৰিবা; আৰু তাৰ পাচত শ্ৰুত আৰু উপপাদিত আত্মাৰ ধ্যান কৰিবা। আত্মদৰ্শন হলেই সকলো পদাৰ্থৰে তত্ত্ব বা কাৰ্য্যকাৰণভাৱৰ দৰ্শন বা জ্ঞান হব—"আত্মনি খল্বৰে দৃষ্টে শ্ৰুতে মতে ৱিজ্ঞাতে ইদং সৰ্ব্বং ৱিদিতম্" [ বৃঃ আঃ উঃ ]। এই হিচাবে আত্মাক দেখা যায় ( সাক্ষাদ্ভাৱে জনা যায় ) যাৰ দ্বাৰা তেনেকুৱা অধ্যাত্মশাস্ত্ৰকে দৰ্শন বোলা হয়। এয়ে দৰ্শন শব্দৰ পাৰিভাষিক অৰ্থ। আত্মাৰ স্বৰূপ, বাহ্য জগতৰ লগত তাৰ সম্বন্ধ, আত্মা আৰু বাহ্য জগতৰ অন্তৰালত কোনোৰ

আছে নেকি, আছে যদি তেওঁৰ স্বৰূপ; আত্মাৰ লগত আৰু বাহ্য জগতৰ লগত তেওঁৰ সম্বন্ধ কেনেকুৱা; এইবিলাকৰ যথাৰ্থ জ্ঞান নহলে আত্মাৰ যথাৰ্থ উপলব্ধি নহয়; গতিকে হে এই বিলাকৰ পৰীক্ষা আৰু কাৰ্য্যকাৰণ-ভাৱ আদি নিৰ্ণয় কৰিব লগা হ'ল। গতিকে ইয়াত অৰ্থাৎ দৰ্শনশাস্ত্ৰত আত্মনিৰূপণেই প্ৰধান, বাহ্য জগতৰ পৰীক্ষা আৰু স্বৰূপ-নিৰূপণ প্ৰাসঙ্গিক বা গৌণীভূত হে। জড়বিজ্ঞান যাক বোলা হয় তাত বাহ্য জাগতিক-বস্তুৰ স্বৰূপ-পৰীক্ষা হে প্ৰধান।

কোনো এটা বস্তুৰ তত্ত্বজ্ঞান সম্পূৰ্ণভাৱে কৰলৈ হলে পাঁচফালৰ পৰা তাক পৰীক্ষা কৰি জানিব লগা হয়। যেনে,

বস্তুৰ তত্ত্বজ্ঞান — স্বৰূপ, সাধন, ফল, ইহঁতৰ পৰস্পৰ সম্বন্ধঘটক প্ৰক্ৰিয়া, আৰু প্ৰমাণ। এই কেইটা জানিলে হে বস্তুটিৰ সম্পূৰ্ণ তত্ত্বজ্ঞান হয়। পানী বোলা বস্তুটিক জানিবলৈ হলে প্ৰথমতে তাক চিনিব লাগিব; এয়ে তাৰ স্বৰূপজ্ঞান। তাৰ পাচত, কিহৰ পৰা পানী তৈয়াৰ হয় সেইটো জানিব লাগিব; এয়ে তাৰ সাধন বা কাৰণৰ জ্ঞান। তৃতীয়তে, পানীৰ পৰা কি কি হব পাৰে তাকে জানিব লাগিব; এয়ে তাৰ কাৰ্য্য-জ্ঞান বা ফলজ্ঞান। চতুৰ্থতে, নিজৰ কাৰণৰ পৰা পানী আৰু পানীৰ পৰা তাৰ কাৰ্য্য, কেনেকৈ কি প্ৰক্ৰিয়াত উৎপন্ন হয়—সেইটো জানিব লাগিব; এয়ে প্ৰক্ৰিয়াজ্ঞান। পঞ্চমতে, এই বিলাক কি উপায়ে অৰ্থাৎ কি প্ৰমাণৰ দ্বাৰা বুজা যায় তাকো জানিব লাগিব; এয়ে তাৰ প্ৰমাণজ্ঞান। তেতিয়া হে

শানীৰ তত্ত্বজ্ঞান হোৱা বুলি ধৰা হব। প্ৰক্ৰিয়াজ্ঞানটোক বেলেগে নধৰি সাধন আৰু ফল জ্ঞানৰ ভিতৰুৱা বুলি ধৰিলে বস্তু পৰীক্ষাৰ প্ৰকাৰ চাৰিটা হব।

কিন্তু কোনো মানুহৰ পক্ষে উক্ত সমস্ত বস্তুৰ প্ৰত্যেককে এনেকৈ তন্ন তন্ন ভাৱে পৰীক্ষাৰ দ্বাৰা তত্ত্ব-নিৰ্ণয় কৰি জীৱনত অন্ত কৰিব নোৱাৰে। সেই কাৰণে কিছুমান পৰীক্ষকৰ মন, কোনো এটা বা দুটা বিশেষ বস্তুৰ পৰীক্ষাতে একান্তভাৱে ব্যাপৃত থাকে। এনে বিশ্লেষণ পৰায়ণ মনৰ উহাপোহ ৰূপ ভাৱনাই বৈজ্ঞানিক গবেষণা আৰু সেয়ে গ্ৰন্থাকাৰে পৰিণত হলে হয় বিজ্ঞানশাস্ত্ৰ।

বৈজ্ঞানিক গবেষণা

সকলো মানুহৰ মন একে ধৰণৰ ধৈৰ্য্যশীল নহয় গতিকে যি সকলৰ মনৰ গতি তীব্ৰ সেইবিলাক মনে কোনো বিষয় বস্তুৰ পৰীক্ষাতে একনিষ্ঠভাৱে লাগি থাকিব নোৱাৰে। সেইবোৰ মনে জগতৰ সকলো বস্তুৰ তত্ত্ব জানিবলৈ অত্যন্ত ব্যগ্ৰ হৈ উঠে আৰু তাৰ ফলত জগতৰ সমস্ত বস্তুকে গোটাই লৈ সামুদায়িক বা সমষ্টিগত পৰীক্ষাত নিযুক্ত হয়; এনেকুৱা মনৰ স্বভাৱ হ'ল—জগতৰ ভিন ভিন ধৰণৰ বস্তুবোৰৰ ভেদবোৰ উপলব্ধি কৰি সেই ভেদৰ ভিতৰৰ পৰা তাৰ ঐক্য বা সমান স্বভাৱটিক বাচি লৈ সেই সামান্য জ্ঞানৰ বলতে বস্তুবোৰৰ তত্ত্ব বুজিবলৈ চেষ্টা কৰা। এনেকুৱা সংহতিপৰায়ণ মনৰ ক্ৰিয়াই দাৰ্শনিক চিন্তা আৰু সেয়ে গ্ৰন্থাকাৰে পৰিণত হৈ, হয় দৰ্শনশাস্ত্ৰ।

দাৰ্শনিক চিন্তা

মানুহৰ মন যে এনেকুৱা দাৰ্শনিক চিন্তাত প্ৰবৃত্ত হয় তাৰ কাৰণ বা প্ৰয়োজন কি, সেইটো নকলে এই বিষয়ে সন্দেহ হৈ যাব। এনেকুৱা কৰাটো মনৰ স্বাভাবিক ধৰ্ম্ম বুলি কলেও তাত দাৰ্শনিক-দৃষ্টিসম্পন্ন জিজ্ঞাসুৰ সন্তুষ্টি হব নোৱাৰে। গতিকে ইয়াৰ কাৰণ বা প্ৰয়োজন-বিষয়ে অলপ লিখিবলগা হ'ল।

দাৰ্শনিক চিন্তাৰ প্ৰয়োজন

"দুঃখাদুদ্বিজতে লোকঃ সুখংসৰ্ব্বস্য প্ৰেপ্সিতম্" মহাভাৰত দুখৰ পৰা প্ৰাণী উদ্বিগ্ন হৈ থাকে, সুখ সকলোৰে কাম্য। গতিকে দুঃখ-নিবৃত্তি আৰু সুখ-ভোগ হ'ল সকলো ক্ৰিয়াৰে মুখ্য প্ৰয়োজন। সমস্ত প্ৰাণীয়ে দুঃখহানি আৰু সুখলাভ ইচ্ছা কৰে। তাৰে আকৌ সাময়িক দুঃখ-নিবৃত্তি আৰু সুখ প্ৰাণীৰ অনায়াসলভ্য বা স্বল্পায়াসলভ্য। গতিকে তাতেই সি সন্তুষ্ট থাকিব নোৱাৰে। এই কাৰণে আত্যন্তিক দুঃখনিবৃত্তি আৰু ঐকান্তিক সুখ-লাভেই হ'ল প্ৰাণীৰ পৰম পুৰুষাৰ্থ বা চৰম কাম্য। হেয়দুঃখ কি, হেয়দুঃখৰ কাৰণ কি, দুঃখৰ হানি কি আৰু দুঃখহানিৰ উপায় কি, তাক জানিলেহে দুঃখৰ কাৰণৰ পৰা আঁতৰ হৈ (অৰ্থাৎ দুঃখৰ কাৰণীভূত কাৰ্য্য নকৰাকৈ) থাকি আৰু দুঃখহানিৰ উপায়ভূত ক্ৰিয়াৰ অনুষ্ঠান কৰি দুঃখৰ হাত সাৰিব পৰা হব; সেই কাৰণে প্ৰথমতে হেয়, হেয়োপায়, হান, হানোপায় এই চাৰিটা তত্ত্ব জানিবলগা হ'ল। এই চাৰিটাৰ নিৰূপণ কৰা হৈছে কাৰণে চিকিৎসাশাস্ত্ৰ চতুৰ্ব্যূহ—ইয়াত হেয় বা নষ্ট কৰিবলগীয়া বস্তু—ৰোগ, হেয়োপায় অৰ্থাৎ ৰোগৰ

নিদান, হান বা আৰোগ্য, হানোপায় বা আৰোগ্যৰ উপায়—ঔষধ পথ্য ;—এই চাৰি বিধৰ আলোচনা আছে। এই চাৰি বিধৰ জ্ঞানৰ কাৰণেই চিকিৎসাশাস্ত্র। যোগশাস্ত্রকো চিকিৎসা-শাস্ত্রৰ দৰে চতুৰ্ব্যূহ বোলা হয়, কাৰণ ইয়াত হেয় = দুঃখ, হেয়োপায় = দুঃখৰ নিদান, হান = দুঃখনিবৃত্তি আৰু হানোপায় = দুঃখনিবৃত্তিৰ হেতু নিৰূপণ কৰা হৈছে। বৌদ্ধশাস্ত্রত এই চাৰিটাক সংক্ষেপে "আৰ্য্যসত্যচতুষ্টয়" বোলা হয়। তাতো প্ৰধানতঃ আৰ্য্যসত্যচতুষ্টয়ৰে নিৰূপণ কৰা হৈছে।

প্ৰথমতে অত্যন্ত কামী দুঃখ-নিবৃত্তি আৰু নিৰবচ্ছিন্ন সুখ-লাভ হোৱাটো সম্ভৱ নে অসম্ভৱ ? এই প্ৰশ্নৰ মীমাংসা কৰিবলৈ গৈ চাবলগা হয় যে এই সুখ-দুঃখ প্ৰাণীৰ স্বাভাৱিক নে আগন্তুক অৰ্থাৎ ই জীৱৰ সত্তাৰ লগত ওতঃপ্ৰোতভাৱে জড়িত হৈ আছে নে আন কাৰোবাৰ পৰা আহি জীৱাত্মাৰ লগত সম্বন্ধ হয় ? যদি ইহঁত উভয়ে জীৱৰ স্বাভাৱিক গুণ হয় তেন্তে তাৰ ত্যাগ বা লাভ কৰাৰ চেষ্টা বৃথা, কাৰণ যিটো যাৰ স্বভাৱ তাক বাদ দি সি থাকিব নোৱাৰে ; সি থাকিলেই তাৰ স্বভাৱ অৱশ্যে থাকিব : শত চেষ্টাৰ দ্বাৰাও তাৰ ত্যাগ সম্ভৱপৰ নহয়, আৰু প্ৰাপ্ত বস্তুৰ প্ৰাপ্তিৰ কাৰণেও যত্ন নিৰৰ্থক। এই কাৰণে সুখ-দুঃখৰ সম্বন্ধটি জানিবৰ অৰ্থে জীৱাত্মাৰ স্বৰূপ বুজিব লগা হ'ল। এই হেতুকেই মানুহ আত্ম-দৰ্শনৰূপ দৰ্শন-শাস্ত্রত প্ৰবৃত্ত হয়, তাৰ পৰা আত্যন্তিক দুঃখ-নিবৃত্তি বা ঐকান্তিক সুখ-প্ৰাপ্তি ৰূপ মোক্ষ হব পাৰে বুলি।

আন পিনে চালে দেখিব যে দৰ্শন অৰ্থাৎ কাৰ্য্যকাৰণ-তত্ত্বজ্ঞানেই সকলো বিদ্যাৰ মূল ভিত্তি হৈ, ই মনুষ্য-জাতিৰ সকলো প্ৰয়োজন সিদ্ধিৰে অপৰিহাৰ্য্য কাৰণ, কাৰ্য্য কাৰণভাৱ নাথাকিলে কোনোৱে একো কৰিব নোৱাৰে। সেই কাৰণেই কোৱা হৈছে যে দাৰ্শনিক অনুসন্ধান মানুহৰ স্বাভাৱিক ধৰ্ম্ম। ভাৰতবৰ্ষত যিবিলাক ধৰ্ম্মসম্প্ৰদায় গঢ়ি উঠিছে তাৰ প্ৰত্যেকটিৰ পাচতে এটা দাৰ্শনিক মতবাদ বা দাৰ্শনিক দৃষ্টিভঙ্গী আছে। আমাৰ দেশৰ ধৰ্ম্ম বোলা বস্তুটো যুক্তি-প্ৰমাণৰ অতীত বস্তু নহয়। যি বস্তুক কোনো প্ৰমাণে চুকি নাপায়, যুক্তিৰে প্ৰতিপাদনৰ পথ উলিয়াব নোৱাৰি তেনে বস্তুৰ অস্তিত্ব বা পাৰমাৰ্থিক সত্তা স্বীকাৰ কৰা নহয়। গতিকে দাৰ্শনিক দৃষ্টি লৈ প্ৰমাণপ্ৰয়োগ বা পৰীক্ষা কৰিলে যুক্তিৰ ঘাত প্ৰতিঘাত সহ্য কৰি যিটোৱে টিকিব বা আত্মৰক্ষা কৰিব নোৱাৰে তেনে ধৰ্ম্ম-সম্প্ৰদায়ে এই দেশত সেই কালত প্ৰতিষ্ঠা লাভ কৰিব পৰা নাছিল। সেই কাৰণে পুৰণি ভাৰতৰ প্ৰত্যেকটি ধৰ্ম্মসম্প্ৰদায়ৰ সমৰ্থনকল্পে একোখন সুবৃহৎ দৰ্শনশাস্ত্ৰ প্ৰণীত আৰু প্ৰচাৰিত হৈছিল। এই কাৰণে আমাৰ দেশৰ বৈষ্ণৱ, শৈৱ, শাক্ত আদি ধৰ্ম্ম সম্প্ৰদায়ৰ গৃহীত সিদ্ধান্তৰ পাচতো যে কোনো এটা দাৰ্শনিক দৃষ্টি নাছিল এই কথা কল্পনা কৰাটো অনুচিত আৰু অস্বাভাৱিক। পুৰণি অসমত দাৰ্শনিক দৃষ্টি-ভঙ্গিসম্পন্ন বা দৰ্শন বিষয়ত ব্যুৎপন্ন পণ্ডিতলোক নাছিল বুলি কলে ভুলকৈ কোৱা হব। দাৰ্শনিক-দৃষ্টিসম্পন্ন লোক থাকিলে অৱশ্যে তেওঁৰ নিজৰ অভিমত বা গৃহীত উপাসনাপদ্ধতিৰ পাচত এটা

দাৰ্শনিক সিদ্ধান্তৰ সমৰ্থন বিচাৰিব নাইবা যি কোনো এটা সুসমঞ্জস দাৰ্শনিক মতবাদৰ লগত নিজৰ গৃহীত ধৰ্ম্ম সম্প্ৰদায়ক যুক্ত কৰি লবই লব।

এতিয়ালৈকে যিবিলাক গ্ৰন্থ আমি আমাৰ দেশত (পুৰণি কামৰূপত) প্ৰণীত হৈছিল বুলি নিশ্চয় কৰিব পাৰিছোঁ সেই বিলাকৰ অধিকাংশই ধৰ্ম্মশাস্ত্ৰ, জ্যোতিষ, পুৰাণ, তন্ত্ৰ ব্যাকৰণ-বিষয়ক। খণ্ডকাব্য বা কাব্যৰ টীকা-টিপ্পনী গ্ৰন্থও দুই এখন পোৱা গৈছে।

দৰ্শন বিষয়ৰ পুথি আমি যি দুই চাৰিখন পাইছো তাৰ ভিতৰত এই দেশৰ পণ্ডিতৰ দ্বাৰা প্ৰণীত বুলি নিশ্চয় কৰিব পাৰি এনেকুৱা পুথি এখন কি দুখনৰ বেচি নোলায়। সেই বুলি যে পুৰণি কালত কাব্য-গ্ৰন্থ ব দৰ্শনৰ গ্ৰন্থ এই দেশত অধীত আৰু ৰচিত হোৱা নাছিল এই কথা মানিবলৈ আমি টান পাওঁ এই যুক্তিত, যে এতিয়ালৈকে আবিষ্কৃত তাম্ৰশাসন আৰু অন্যান্য বিষয়ৰ গ্ৰন্থ বিলাকত যেনেকুৱা কবি-প্ৰতিভা আৰু দাৰ্শনিক জ্ঞানৰ পৰিচয় পাওঁ সেই প্ৰতিভা আৰু জ্ঞান যে অকল তামৰ ফলিৰ প্ৰশস্তি ৰচনা আৰু দুই এটা প্ৰাসঙ্গিক কথা প্ৰকাশতে পৰিসমাপ্ত হৈ গ'ল; তাতেই তাৰ সৃজনীশক্তি সকলোখিনি ক্ষয়প্ৰাপ্ত হ'ল আৰু অলপো অগ্ৰসৰ হব নোৱাৰিলে ইয়াৰ কাৰণটি কোনো প্ৰমাণৰ দ্বাৰা উপস্থাপিত নোহোৱালৈকে মানি লোৱাটো সঙ্গত নহব। বৰঞ্চ, আমাৰ দেশৰ জলবায়ু আৰু পাৰিপাৰ্শ্বিক অৱস্থাৰ পিনে চাই আমি এই সিদ্ধান্তত উপনীত হব পাৰো যে হয়তো সেই সেই বিষয়ৰ গ্ৰন্থও আমাৰ দেশত

প্ৰণীত হৈছিল ; পিচে জুই, পানী, উই, নিগনি, পঁইতাচোৰা, প্ৰাকৃতিক বিপৰ্যয়, ৰাষ্ট্ৰবিপ্লৱ, মূৰ্খ উত্তৰাধিকাৰী, অনুচিত মমতাবোধ আৰু দেশজুৰি হোৱা জ্ঞান-বৈৰাগ্যপ্ৰসূত অনাদৰ আদিহেতুৰ মুখত পৰি সেই সকলোবিলাকে ধ্বংসপ্ৰাপ্ত হ'ল। কৰবাত কেনেবাকৈ যদি তাৰ নিদৰ্শন আছেও তাক বিচাৰি উলিওৱাৰ কোনো যত্ন কৰা হোৱা নাই। ধৰ্মশাস্ত্ৰ, জ্যোতিষ তন্ত্ৰ ব্যাকৰণ বা চিকিৎসাৰ পুথি মানুহৰ দৈনন্দিন প্ৰয়োজনত লাগে, গতিকে তাৰ ৰক্ষাৰ কাৰণে অধিক মনোযোগ দিয়া হৈছিল। বহুলোকে নিজৰ ব্যৱহাৰৰ কাৰণে সেইবিলাক বিষয়ৰ গ্ৰন্থৰ প্ৰতিলিপি কৰি নি ঘৰত ৰাখিছিল। গতিকে সেইবিলাক বিষয়ৰ পুথিৰ হেজাৰখনৰ ভিতৰত হয়তো এখন এইবিলাক উপদ্ৰৱৰ মাজেদি ছিন্ন ভিন্ন হৈ আহি আমাৰ হাতত পৰিছেহি। সেইবিলাক বিষয়ৰো অধিক পুৰণি পুথিবিলাকৰ কেৱল উল্লেখ আৰু উদ্ধৃতি হে পাওঁ। তাৰ কাৰণ সম্ভৱতঃ এয়ে যে, নতুনকৈ প্ৰণীত পুথিত বেচি কথা প্ৰাঞ্জলভাৱে থাকে; গতিকে তাৰ দ্বাৰাই মানুহৰ দৈনন্দিন প্ৰয়োজন সিদ্ধ হৈ যায়; এই গতিকে পুৰণি গ্ৰন্থকাৰৰ পুথি অধিক পাণ্ডিত্যপূৰ্ণ হলেও তাৰ আদৰ কম হৈ পৰিছিল। দৰ্শন কাব্য আদি বিষয়ৰ পুথি মানুহৰ ব্যৱহাৰত অপৰিহাৰ্য্য নহয় কাৰণে দেশত তাৰ প্ৰতিলিপি বৰ কম আছিল। ইয়াৰ উপৰিও খৃঃ ১৭শ শতকৰ শেষ চতুৰ্থাংশৰ পৰা ঊনবিংশ শতক পৰ্য্যন্ত কালচোৱাত জনসাধাৰণৰ ৰুচিৰ লগে লগে দেশৰ পণ্ডিতসকলৰ মনোযোগো অসমীয়া ভাষা সাহিত্যৰ পিনে হে ধাৱিত হৈছিল। সংস্কৃত গীতা ভাগৱতৰ শ্লোকতকৈ অসমীয়া

পদ ভাঙ্গনিৰ আদৰ আৰু প্ৰামাণ্য কোনো কোনো ক্ষেত্ৰত বেচি বুলিয়ে বিবেচিত হৈছিল; ফলত, জনসাধাৰণৰ মাজত সংস্কৃত ভাষাৰ আদৰ আৰু পাণ্ডিত্য কমি গ'ল, লগে লগে বুজিবলৈ টান পুথিবিলাকৰ প্ৰতি বিৰাগ আহি পৰিল, সেই-বিলাকৰ ৰক্ষণাবেক্ষণৰ ব্যৱস্থাও শিথিল হৈ পৰিল; সংস্কৃত ভাষাৰ পুথি লিখা বা তাৰ প্ৰতিলিপি কৰাৰ ধাউতিও নোহোৱা হ'ল। তাৰ ঠাই অধিকাৰ কৰিলে অসমীয়া ভাষাই। সেইহে প্ৰায়শ্চিত্তৰ ব্যৱস্থাৰ পুথিবো সংস্কৃতৰ ঠাইত ভাষাবন্ধ বা অসমীয়া অনুবাদো চলিব ধৰিলে। সেই সময়ত আমাৰ দেশৰ মানুহ একেবাৰে বিশ্বাসবাদী হৈ উঠিছিল, যুক্তিনিষ্ঠা আৰু দাৰ্শনিক-দৃষ্টি ধৰ্ম্মৰ ক্ষেত্ৰত দোষ বুলি হে বিবেচিত হৈছিল। এই কাৰণে এইখিনি সময়ৰ ভিতৰত কোনো বিচাৰ-গম্ভীৰ দাৰ্শনিক গ্ৰন্থ প্ৰণীত নোহোৱাটো আৰু পুৰণি কিবা তেনে গ্ৰন্থ আছিল যদিও সি নষ্ট হৈ যোৱাটো সম্ভৱ। অৱশ্যে আহোম ৰাজ-দৰবাৰত আৰু ইপিনে কোচ ৰাজ-দৰবাৰত যে কেইজনমান পণ্ডিত সেই সময়তো সৰ্ব্বদায় আছিল তাৰ সম্বাদ আমি পাওঁ আৰু তেওঁবিলাকৰ দানো সংস্কৃত ভাষাত একেবাৰে নগণ্য নহয়, পিচে তেওঁবিলাকৰ পাণ্ডিত্য আৰু আদৰ ৰাজ-সভা, ৰাজ-পৰীয়াল আৰু তাৰ সংশ্ৰৱত থকা ডাঙৰীয়া সকলৰ ভিতৰতে আৱদ্ধ আছিল; সাধাৰণ সমাজত তেওঁবিলাকৰ অধিকমূল্য স্বীকৃত হোৱাৰ কোনো নিদৰ্শন পোৱা নাযায়।

এই বিলাক কাৰণেই, হব পায় শ্ৰীশঙ্কৰকে আদি কৰি বৈষ্ণৱ গুৰুসকলৰ অনুসৃত আৰু প্ৰচাৰিত বিষ্ণু-ভক্তিৱাদৰ

মূলত কিবা দার্শনিক দৃষ্টিভঙ্গী বা মতবাদ আছে নে নাই, আছে যদি সেই মতবাদটিনো কেনে; এই বিষয়ে সেই কালৰ পণ্ডিতসকলৰ মনত কোনো প্ৰশ্ন বা তাৰ সমাধানৰ কথা উদয় হোৱা নাছিল। সেইহে আন প্ৰান্তৰ বৈষ্ণৱ ধৰ্ম্ম আৰু সম্প্ৰদায়ৰ সমৰ্থন আৰু প্ৰতিষ্ঠাৰ অৰ্থে যেনেকৈ এটা দাৰ্শনিক মতবাদৰ আশ্ৰয় গ্ৰহণ কৰি সেই বিষয়ে নানা গ্ৰন্থ ৰচনা কৰা হ'ল, তেনেকৈ অসমত কোনো গ্ৰন্থ ৰচনা কৰা নহ'ল বা তাৰ প্ৰয়োজনো কোনোৱে উপলব্ধি নকৰিলে।

তেনেকুৱা প্ৰণালীবদ্ধ গ্ৰন্থ নথকাৰ কাৰণেই আজি-কালিৰ যুক্তিবাদী লোকৰ মনত নানা প্ৰকাৰ সন্দেহ উদয় হোৱাৰ পথ মুকলি হৈ আছে। ফলতঃ অসমৰ বৈষ্ণৱ ধৰ্ম্ম আৰু তাৰ দাৰ্শনিক ভিত্তিৰ বিষয়ে সমালোচক সকলৰ মাজত ক্ৰমশঃ মতানৈক্য বাঢ়িব ধৰিছে। কোনোৱে কৈছে—শ্ৰীশঙ্কৰদেৱ আদি মহাপুৰুষ সকলৰ দাৰ্শনিক দৃষ্টিভঙ্গী একেবাৰে নাছিল, গতিকে তেওঁলোকৰ প্ৰতিষ্ঠাপিত ভক্তিবাদৰ পাচত দাৰ্শনিক সমৰ্থন বিচৰাটো "পৰ্ব্বতত ডুবাৰ ডিমা" বিচৰাৰ দৰে—অনৰ্থক; কাৰো কাৰো মতে আকৌ শ্ৰীশঙ্কৰৰ দাৰ্শনিক মত ৰামানুজৰ নিচিনা বিশিষ্টাদ্বৈত-বাদ; কোনোৱে কয়, ই একপ্ৰকাৰ অতিৰিক্ত "ভেদাভেদবাদ-বিশেষ" কাৰো দৃষ্টিত আকৌ, এওঁবিলাকে শ্ৰীশঙ্কৰাচাৰ্য্যৰ অদ্বৈত-বাদকে অনুসৰণ কৰিছে। কিন্তু এতিয়ালৈকে কোনোৱে সুসম্বদ্ধ-ভাৱে কনত সমৰ্থন কৰা নাই আৰু প্ৰণালীবদ্ধ ভাৱে অসমৰ বৈষ্ণৱসকলৰ দাৰ্শনিক মতৰ আলোচনাতো একান্তভাৱে আত্ম-নিয়োগ কৰা নাই।

গুৰুসকলে কোনোৱে নিজৰ মতৰ সমৰ্থনৰ অৰ্থে ক'তো দাৰ্শনিক যুক্তিৰ আশ্ৰয় গ্ৰহণ কৰা বা প্ৰণালীবদ্ধভাৱে কোনো এটা দাৰ্শনিক মতৰ অনুসৰণ কৰি গ্ৰন্থ লিখি থৈ যোৱা নাই। তেওঁবিলাক আছিল ভগৱদ্‌ভক্ত, ভক্তিবাদৰ সমৰ্থক কথা য'তেই পাইছে তাৰ পৰাই আহৰণ কৰি আনি নিজৰ ৰচনাৰ পুষ্টিসাধন কৰিছে। পৰৱৰ্ত্তী কালত গৌড়ীয় বৈষ্ণৱসকলৰ পৰাও অনেক কথা অসমীয় বৈষ্ণৱ সম্প্ৰদায়ৰ ভিতৰত সোমাই যোৱাৰ প্ৰমাণ পোৱা যায়। গতিকে আপাত দৃষ্টিত পৰস্পৰ-বিৰোধী সম্প্ৰদায়ৰ কথাৰ লগত মিলি যোৱা কথাবিলাকৰ দ্বাৰা কোনো এটা দাৰ্শনিক মতৰ লগতে তেওঁবিলাকৰ মতৰ ঐক্য নোহোৱা যেন দেখা যায়।

কিন্তু প্ৰাচীন ভাৰতীয় দাৰ্শনিকসকলে যি ৰীতিত বাক্যৰ বিচাৰ আৰু পৰস্পৰ-বিৰোধভঞ্জন কৰি মীমাংসা কৰিছিল—আমিও যদি সেই ৰীতিত অসমীয়া সন্তসকলৰ বাক্য বিচাৰ কৰোঁ তেন্তে তাৰ দ্বাৰা তেওঁবিলাকৰ লেখাৰ পৰাই তেওঁ-বিলাকৰ অভিমত দাৰ্শনিকসিদ্ধান্তত উপনীত হোৱাত কোনো যৌক্তিক অলঙ্ঘ্য বাধা নাই যেন দেখিছোঁ। সেই কাৰণে নিজৰ যোগ্যতাৰ পিনে লক্ষ্য নকৰি প্ৰাচীনসকলৰ পদাঙ্ক অনুসৰণ কৰি আমাৰ দেশৰ বৈষ্ণৱ গুৰুসকলৰ অভিপ্ৰেত দাৰ্শনিক মত-ৱাদটিনো কি, তাৰে অনুসন্ধানত প্ৰবৃত্ত হলোঁ। এই গ্ৰন্থত অসমীয়া বৈষ্ণৱসকলৰ দাৰ্শনিক মতবাদৰ দিগ্‌-দৰ্শনহে কৰা হৈছে। অন্য দৰ্শনৰ লগত এই মতৰ তুলনামূলক আলোচনা কৰা হোৱা নাই।

গ্রন্থৰ কলেৱৰ বৃদ্ধিৰ ভয়ত প্ৰাসঙ্গিক কথাৰ যথাসম্ভৱ চমুকৈহে আলোচনা কৰা হৈছে। যিবিলাক কথা প্ৰাসঙ্গিক হলেও অপৰিহাৰ্য্য নহয় যেন লাগিছে তেনে কথাৰ আলোচনা কৰা নহ'ল। সজ্জনসকলৰ আদৰে হে মোৰ কৃতকাৰ্য্যতাৰ প্ৰমাণ হব।

ইয়াত মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ, মাধৱদেৱ আৰু গুৰু দামোদৰদেৱৰ প্ৰধান শিষ্য ভট্টদেৱৰ সৰ্ব্বসম্বাদী বাক্যত সৰ্ব্বাধিক প্ৰামাণ্য-দান কৰা হৈছে। তেওঁবিলাকৰ বাণীৰ অবিৰোধে আন সন্তসকলৰ বাক্যও প্ৰমাণৰূপে গ্ৰহণ কৰা হৈছে। তেওঁ-বিলাকৰ বাণীৰ আপাতঃ-প্ৰতীত পৰস্পৰ বিৰোধ-ভঞ্জনৰ অৰ্থে বা দাৰ্শনিক সামঞ্জস্য বিধানৰ অৰ্থে তাৰ সম্পূৰকৰূপে শ্ৰীধৰ-স্বামী আদি পৰম ভাগৱতসকলৰ কথাও ইয়াত গ্ৰহণ কৰা হৈছে।

এই গ্ৰন্থ তিনি বছৰ আগতে যুগুত কৰা হৈছিল। পিচে কোনো প্ৰকাশক নোপোৱাৰ কাৰণে মোৰ বাকী কেইখন গ্ৰন্থৰ পাণ্ডুলিপিৰ লগতে ইও অনাদৃতভাৱে পৰি আছিল। অৱশেষত আলোক প্ৰেছৰ স্বত্বাধিকাৰী সুপণ্ডিত আৰু পৰম বিদ্যোৎসাহী বন্ধুবৰ পণ্ডিত শ্ৰীযুত বাসুদেৱ শৰ্ম্মাদেৱে ইয়াক প্ৰকাশ কৰিবলৈ গা'ত লয়। এই বাবে তেখেতৰ ওচৰত মই কৃতজ্ঞ। তেখেতে এই কাম হাতত নললে মোৰ বাকীবিলাক গ্ৰন্থৰ দৰে ইও ছিলিঙাতে বিলুপ্তিৰ পথত আগবাঢ়ি থাকিল হেতেন। তেখেতৰ প্ৰেছ নানা কামত আবদ্ধ থকাৰ কাৰণে ই আকৌ প্ৰেছতে দেড় বছৰ কাল কতাৰ লগাত পৰিল। পুথি প্ৰেছত দিয়াৰ আগতে মোৰ পৰম বন্ধু সুপণ্ডিত অধ্যক্ষ

শ্রীযুত তীর্থনাথ শর্ম্মা এম্-এ দেৱ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ অধ্যাপক শ্রীযুত সত্যেন্দ্রনাথ শর্ম্মা এম্-এ দেৱে চাই দি মোক কৃতজ্ঞতাপাশত আবদ্ধ কৰিছে। এই গ্রন্থ যুগুত কৰোতে যে কামৰূপ সংস্কৃত সঞ্জীৱনী সভা-গ্রন্থাগাৰত ৰক্ষিত পুথিবিলাক ব্যৱহাৰ কৰা হৈছে আৰু নলবাৰীস্থ সহৃদয় বিদ্যোৎসাহী সজ্জন সকলৰ পৰা নানাপিনেদি উৎসাহ, উপদেশ পোৱা গৈছে সেই কথা কৃতজ্ঞভাবে স'তে স্মৰণ কৰিলোঁ। মোৰ আশীর্ব্বাদভাজন শ্রীমান্ বিদ্যাৰাম শর্ম্মা ব্যাকৰণশাস্ত্রী বোপাই "উল্লিখিত গ্রন্থৰ তালিকা"খন যুগুত কৰি দিছে। ভগৱানৰ ওচৰত তেওঁৰ সর্ব্বাঙ্গীন মঙ্গল প্রার্থনা কৰিছোঁ। যথাসাধ্য চেষ্টা কৰা সত্বেও গ্রন্থখনত বর্ণাশুদ্ধি বহুত ৰৈ গ'ল। গুণ-গ্রাহী সজ্জন সকলৰ ওচৰত তাৰ কাৰণে কৰপুটে ক্ষমা প্রার্থনা কৰিলোঁ। ইতি—

বিনয়াৱনত—

শ্রীমনোৰঞ্জন শাস্ত্রী

## গ্ৰন্থত উল্লিখিত গ্ৰন্থ-নাম সংক্ষেপ

অঃ পাঃ=অনাদিপাতন
অঃ ভাঃ=অভিনৱ ভাৰতী
১১শ স্কঃ=একাদশ স্কন্ধ
ঋক্ সং=ঋগ্বেদ সংহিতা
কঠঃ উঃ=কঠোপনিষৎ
কঃ ভাঃ=কথা ভাগৱত
কঃ গীঃ=কথাগীতা
কঃ গুঃ চঃ=কথা গুৰুচৰিত
কাঃ শাঃ=কামৰূপ শাসনাৱলী
কাঃ কৌঃ=কালকৌমুদী
কাঃ পুঃ=কালিকাপুৰাণ
কীঃ= কীৰ্ত্তন
কুঃ ক্ষেঃ=কুৰুক্ষেত্ৰ
কেঃ গোঃ নাঃ=
কেলিগোপাল নাট
গীঃ= গীতা
৪ৰ্থ স্কঃ=চতুৰ্থ স্কন্ধ
ছাঃ উঃ=ছান্দোগ্যোপনিষৎ
৩য় স্কঃ=তৃতীয় স্কন্ধ
তৈঃ উঃ=তৈত্তিৰীয়োপনিষৎ
১০ম=দশম
১২শ স্কঃ=দ্বাদশ স্কন্ধ
২য় স্কঃ=দ্বিতীয় স্কন্ধ
নাঃ ঘোঃ=নামঘোষা
নাঃ শাঃ=নাট্য শাস্ত্ৰ
নিঃ নঃ=নিমিনৱসিদ্ধসংবাদ
১ম স্কঃ=প্ৰথম স্কন্ধ
৫ম স্কঃ=পঞ্চম স্কন্ধ
বৃঃ আঃ উঃ=
বৃহদাৰণ্যকোপনিষৎ
ভঃ ৰঃ=ভক্তিৰত্নাকৰ
ভঃ ৰঃ পঃ=ভক্তিৰত্নাকৰ পদ
ভঃ বিঃ=ভক্তিবিবেক
ভঃ প্ৰঃ=ভক্তিপ্ৰদীপ
ভাঃ=ভাগঃ=ভাগৱত
ভাঃ ভাঃ দীঃ=
ভাগৱত-ভাৱাৰ্থদীপিকা
মুণ্ডক উঃ=মুণ্ডকোপনিষৎ
ৰত্নাঃ=ৰত্নাৱলী
ৰুঃ হঃ=ৰুক্মিণীহৰণ
হঃ আঃ=হস্ত্যায়ুৰ্ব্বেদ
হঃ উঃ=হৰিশ্চন্দ্ৰ উপাখ্যান
J. A. R. S.=Journal of the Assam Research Society.



# বিষয় সূচী

## প্ৰথম অধ্যায়

## দ্বিতীয় অধ্যায়

## তৃতীয় অধ্যায়

## চতুৰ্থ অধ্যায়

| বিষয় | পৃষ্ঠা |
|---|---|

## ষষ্ঠ অধ্যায়

| বিষয় | পৃষ্ঠা |
|---|---|



## অষ্টম অধ্যায়

| বিষয় | পৃষ্ঠা |
|---|---|

## প্ৰথম অধ্যায়

## পুৰণি অসমত বৈষ্ণৱ-ধৰ্ম্ম

ভাৰতবৰ্ষৰ ধৰ্ম্মৰূপ মহাসমুদ্ৰৰ পৰিপোষক বৈষ্ণৱ-ধৰ্ম্ম নামৰ পবিত্ৰ মহানদীখন অনাদিকালৰ পৰাই এই দেশত নিৰবচ্ছিন্ন ভাৱে বৈ আছে। ইয়াৰ উৎপত্তি ক'ত, কেতিয়া, কেনেকৈ হ'ল তাক জানিবৰ উপায় নাই।

বৈষ্ণৱ-ধৰ্ম্মৰ বেদ-মূলকতা

এই ধৰ্ম্ম বেদমূলক, গতিকে এইটো নিঃসন্দেহে কব পাৰি যে বৈদিকযুগৰ পৰাই এই ধৰ্ম্মৰ সোঁত আৰ্য্যসকলৰ ভিতৰত প্ৰবাহিত হৈ আছে। ঋগ্‌বেদ সংহিতাৰ ভিতৰত কোনো কোনো মন্ত্ৰত বিষ্ণু যে পৰম উপাস্য; বিষ্ণুৰ নাম যে চিন্ময়, মঙ্গলময়, তাৰ কীৰ্ত্তনৰ দ্বাৰা যে বিষ্ণু তুষ্ট হয় আৰু ভক্তৰ অভীষ্ট ফল আৰু

তত্বজ্ঞান বা মোক্ষলাভ হয়; পৰৰ সুখৰ অৰ্থে যে স্বাৰ্থত্যাগ কৰ্ত্তব্য; —বৈষ্ণৱ-ধৰ্ম্মৰ এই তত্ব কথাবিলাক কোৱা আছে। যেনে—

তমু স্তোতাৰঃ পূৰ্ব্ব্যং যথাবিদ ঋতস্যগৰ্ভং জনুষা পিপৰ্ত্তন।
আস্য জানন্তো নাম চিদ্বিবক্তন মহস্তে বিষ্ণো সুমতিং ভজামহে॥

[ ঋক্সংহিতা—মঃ ১, সূ ১৫৬; মং ৩ ]

ইয়াৰ সায়ণাচাৰ্য্য-ভাষ্যত কথিত অৰ্থ এই—হে স্তুতিপাঠক (ঋত্বিগ্ বিশেষ) গণ, তোমালোকে সেই বিষ্ণুক যিমান দুৰ জানা তদনুসাৰে স্তোত্ৰাদিৰ দ্বাৰা তেওঁক সন্তুষ্ট কৰা। তেওঁ সকলোৰে আদি, তেৱেঁই যজ্ঞৰূপে আছে, তেৱেঁই সৰ্ব্বপ্ৰথম জল সৃষ্টি কৰিছিল। তেওঁৰ অনুগ্ৰহ হলে স্তুতিপাঠ কৰিব পাৰা যায়। তেওঁৰ নাম চৈতন্যৰূপ আৰু উপাস্য। সেই নামকে সকলো প্ৰকাৰ পুৰুষাৰ্থ সিদ্ধিৰ উপায় বুলি জানি তাৰেই উচ্চাৰণ কৰা। হে বিষ্ণো! (সৰ্ব্বব্যাপক) এনেকৈ তোমাৰ নাম লৈ তোমাৰ কৃপাতে আমি তোমাৰ স্বৰূপসাক্ষাৎকাৰৰূপ তত্বজ্ঞান লাভ কৰিব পাৰিম।

ভক্তিবিবেকত ভট্টদেৱেও নামমাহাত্ম্যপ্ৰসঙ্গত এই শ্ৰুতি উদ্ধৃত কৰিছে—

ন্ মৰ্ত্তো দয়তে সনিষ্যন্ যো বিষ্ণৱ উৰুগায়ায় দাশৎ।
প্ৰ যঃ সত্ৰাচা মনসা যজাত এতাৱন্তং নৰ্য্যমাবিৱাসাৎ॥

[ ঋগ্ সং—৭।১০০।১ ]

যিজনে অভীষ্ট ধন লাভ কৰিব খোজে তেওঁ যদি উৰুগায় শ্ৰীবিষ্ণুৰ প্ৰীতিৰ উদ্দেশ্যে দান কৰে তেন্তে তেওঁৰ অভীষ্ট ধনলাভ অনায়াসে হয়; মননৰ সহিত তেওঁৰ স্তুতিপাঠ কৰিলে তেওঁ শীঘ্ৰে অভীষ্টফল দান কৰে।

ত্বং বিষ্ণো সুমতিং বিশ্বজন্যাম্ অপ্ৰযুতামেৱযাৱো মতিং দাঃ।
পৰ্চো যথা নঃ সুবিতস্য ভূৰেৰশ্বাৱতঃ পুৰুশ্চন্দ্ৰস্য ৰায়ঃ॥
[ ঋগ্ সং—৭।১০০।২ ]

হে স্তুতিপাঠকসকলৰ কামনাপূৰক বিষ্ণো, আমাক সেই সুমতি (জ্ঞান) দিয়া—যাৰ দ্বাৰা আমি সকলো প্ৰাণীৰে হিতসাধন কৰিব পাৰোঁ। হে বিষ্ণো, বহু লোকৰ প্ৰীতিপদ প্ৰচুৰ অশ্বাদি-যুক্ত, এনেকুৱা ধন-সম্পদ যেন আমাৰ হয়—যাৰ দ্বাৰা আমি বহুলোকক সেৱা কৰিব পাৰোঁ।

ত্ৰিৰ্দেৱঃ পৃথিবীমেষ এতাং বি চক্ৰমে শতৰ্চসং মহিত্বা।
প্ৰ বিষ্ণুৰস্তু তৱসস্তৱীয়ান্ ত্বেষং হ্যস্য স্থৱিৰস্য নাম॥
[ ঋগ্ সং—৭।১০০।৩ ]

শতজ্যোতিঃসম্পন্ন তিনি লোকক যিজনে মহিমাৰে আক্ৰমণ কৰি বিয়পি আছে সেই প্ৰাচীনবিলাকৰ ভিতৰত প্ৰাচীনতম (অনাদি) বিষ্ণু আমাৰ প্ৰভু (উপাস্য) হ'ক। তেওঁৰ নাম জ্যোতিৰ্ময়, তেওঁ আমাৰ সকলোৰে প্ৰভু হোৱাৰ যোগ্য।

এনেকুৱা বহুতো মন্ত্ৰ ঋগ্‌বেদত আছে। যি কেইটা মন্ত্ৰ ইয়াত উদ্ধৃত কৰা হ'ল তাতেই বৈষ্ণৱ-ধৰ্মৰ অন্তৰ্নিহিত—অপৰিবৰ্তনীয় সৰ্ব্বানুগত স্বৰূপটি সুস্পষ্ট হৈ উঠিছে।

শ্ৰীবিষ্ণুৰ নাম দীপ্তিময় চৈতন্যস্বৰূপ, তাকে জানি যদি কোনোবাই তেওঁৰ নাম কীৰ্ত্তন কৰে তেন্তে সেই নামৰ বাচ্য ভগৱান্ বিষ্ণুৰ সাক্ষাৎকাৰ লাভ কৰি কৃতাৰ্থ হয়। যিহেতু বিশ্বজনীন মঙ্গল সাধিত হয়, তোমাৰ (বিষ্ণুৰ) অনুগ্ৰহত আমাৰ তেনে সুমতি ধন আৰু সামৰ্থ্য হ'ক শ্ৰীবিষ্ণুৰ নামগানৰ দ্বাৰা তেওঁ প্ৰীত হয়। এইবিলাকেইতো বৈষ্ণৱ-দৰ্শনৰ অবিসম্বাদী কথা ?

বেদৰ অন্যান্য সংহিতা গ্ৰন্থত আৰু 'ঐতৰেয়ব্ৰাহ্মণ' 'শতপথব্ৰাহ্মণ' আদি ব্ৰাহ্মণ গ্ৰন্থত 'ছান্দোগ্যউপনিষদ', 'তৈত্তিৰীয় আৰণ্যক' আদি নানা উপনিষদত বিষ্ণুক ভজনীয় পৰম দেৱতা-ৰূপে বৰ্ণনা কৰা হৈছে।

শ্ৰুতিত যিটো সংক্ষিপ্তভাৱে কোৱা হৈছে—তাকেই স্মৃতি আৰু পুৰাণ আদি গ্ৰন্থত বিস্তৃতভাৱে বৰ্ণনা কৰা হৈছে। ঋগ্বেদৰ পৰা

পুৰাণাদিত বৈষ্ণৱ ধৰ্ম্ম

উদ্ধৃত মন্ত্ৰক আমি যি কেইটা কথা পাইছোঁ সেইবিলাকেই ব্ৰাহ্মণ উপনিষদ—মহাভাৰতৰ গীতা, নাৰায়ণীয় অধ্যায় আদিৰ মাজেদি আহি মৎস্য, কুৰ্ম্ম, ভাগৱত, বিষ্ণু, পদ্ম, স্কন্দ, আদি পুৰাণত নানা ইতিহাস উপাখ্যানৰ সহযোগত বিস্তৃতভাৱে বৰ্ণিত হৈছে।

নাম-কীৰ্ত্তনৰ মাহাত্ম্য বৰ্ণনা প্ৰসঙ্গত স্কন্দপুৰাণত বেদোক্ত নাম-মাহাত্ম্যকে ব্যাখ্যা কৰা হৈছে।

মধুৰমধুৰমেতন্মঙ্গলং মঙ্গলানাম্
সকলনিগমবল্লী-সৎফলং চিৎস্বৰূপম্।

সকৃদপি পৰিগীতং শ্ৰদ্ধয়া হেলয়া ৱা
ভৃগুৱৰ নৰমাত্ৰং তাৰয়েৎ কৃষ্ণ নাম ॥

মাধৱদেৱে ইয়াৰ অনুবাদ কৰিছে যে—

সকল নিগমফল । তাৰ অবিনাশী ফল
কৃষ্ণনাম চৈতন্যস্বৰূপ ।
সুমধুৰ সুমঙ্গল শ্ৰদ্ধায়ে হেলায়ে লৈয়া
নৰমাত্ৰ তৰে ভৱকূপ ॥

[ নামঘোষা ]

শ্ৰুতিত যে পৰৰ দুখ নিবাৰণ কৰি সুখ সম্পাদনৰ ইচ্ছাৰ কথা কোৱা হৈছে এইটি বৈষ্ণৱধৰ্ম্মৰ প্ৰধান বস্তু, পৰক সুখী কৰিবৰ কাৰণে স্বাৰ্থত্যাগ কৰাটোৱে বৈষ্ণৱৰ বিশেষ লক্ষণ। ইয়াকে ভাগৱত পুৰাণত পৰম ভাগৱত প্ৰহ্লাদৰ উক্তিৰ ভিতৰত প্ৰকাশ কৰা হৈছে—

নকাময়েঽহং গতিমীশ্বৰাৎ পৰাং নৈৱাষ্টসিদ্ধিমপুনৰ্ভৱং ৱা ।
আৰ্ত্তীঃ প্ৰপদ্যেঽখিল দেহভাজামন্তঃস্থিতো যেন ভৱন্ত্যদুঃখাঃ ॥

আঠবিধ ঐশ্বৰ্য্যযুক্ত পৰমপদ বা নিৰ্ব্বাণ পাবৰ কাৰণে মই ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা নকৰোঁ; মই খোজোঁ,— যাতে মই সমস্ত প্ৰাণীতে অন্তঃপ্ৰবিষ্ট হৈ (অভ্যন্তৰত সোমাই) তেওঁবিলাকৰ সকলো প্ৰকাৰৰ আৰ্ত্তি বা ক্লেশ বেদনাৰ বোজা নিজে লব পাৰোঁ আৰু তাতে তেওঁবিলাকৰ সৰ্ব্বপ্ৰকাৰৰ দুঃখ দৈন্য নোহোৱা হয়।

আমি দেখিছোঁ বিষ্ণুক পৰম উপাস্যৰূপে গ্ৰহণ, তেওঁৰ নামৰ শ্ৰৱণ-কীৰ্ত্তন, সাৰ্ব্বজনীন কৰুণা, পৰাৰ্থে স্বাৰ্থত্যাগৰ বাসনা,

এই কেইটা কথা শ্ৰৌত বৈষ্ণৱ-ধৰ্ম্মৰ ভিতৰত যিদৰে আছে পৰৱৰ্ত্তী স্মাৰ্ত্ত, পৌৰাণিক, তান্ত্ৰিক বা পাঞ্চৰাত্ৰ, তৎপৰৱৰ্ত্তী ৰামানুজীয়, মাধ্ব, নিম্বাৰ্ক, বল্লভী, চৈতন্যীয়া, শঙ্কৰীয়া, দামোদৰীয়া আদি নামেৰে প্ৰচলিত সকলো বৈষ্ণৱ-সম্প্ৰদায়ৰ ভিতৰতে অপৰিৱৰ্ত্তিতভাৱে আছে। কোনো কালত দেশত বা অৱস্থাত ইয়াৰ পৰিৱৰ্ত্তন ঘটা নাই।

অসমতো বৈদিক-ধৰ্ম্ম আৰু সংস্কৃতিৰ লগে লগে বিষ্ণুকথা বা বৈষ্ণৱ-ধৰ্ম্মৰ প্ৰৱেশ ঘটিছিল। গতিকে যেতিয়াৰে পৰা এই দেশত বেদাধ্যয়ন আৰু বৈদিক সংস্কৃতি চলি আছে, বুলি নিৰূপণ কৰিব পাৰোঁ বৈষ্ণৱ-ধৰ্ম্মও তেতিয়াৰ পৰাই ইয়াত অবিচ্ছিন্নভাৱে চলি আছে বুলি কব পাৰিম হ'ক। যিবিলাক প্ৰমাণৰ বলত পুৰণিকালৰ অসমত আৰ্য্য-সভ্যতা আৰু সংস্কৃতিৰ অস্তিত্ব প্ৰমাণিত কৰিব পাৰি, সেইবিলাক প্ৰমাণৰ বলতে বৈষ্ণৱ-ধৰ্ম্মও যে ইয়াত যি কোনোৰূপে চলি আছিল তাকো প্ৰমাণিত কৰিব পাৰি। যি সময়ত বৈষ্ণৱ-ধৰ্ম্ম বা বৈষ্ণৱ-সম্প্ৰদায় নোহোৱাকৈ বৈদিক-ধৰ্ম্ম নাইবা শৈৱ, শাক্ত আদি আন কোনো সৰ্ব্বভাৰতীয় ধৰ্ম্মসম্প্ৰদায় ইয়াত আছিল অথবা সেইদৰে শৈৱ, শাক্ত আদি সম্প্ৰদায়ান্তৰ নোহোৱাকৈ কেৱল বৈষ্ণৱ-ধৰ্ম্মহে চলি আছিল; তেনে সময় এটা যে এই দেশত আছিল তাক ইতিহাসে বা ঐতিহাসিক প্ৰমাণে ধৰিব পৰা নাই।

অসমত বৈদিক সংস্কৃতি

অসমৰ ইতিহাসৰ এতিয়ালৈকে আবিষ্কৃত হোৱা উপাদান-বিলাকৰ ভিতৰত যিদৰে ইয়াত আৰ্য্য-সভ্যতা বা বৈদিক সংস্কৃতি

থকাৰ সম্বাদ পাওঁ, শৈৱধৰ্ম্ম আৰু শাক্তসম্প্ৰদায় থকাৰ সম্বাদ পাওঁ সেইদৰে তাৰ ভিতৰতে বৈষ্ণৱ-ধৰ্ম্ম আৰু সম্প্ৰদায় থকাৰো সম্বাদ পাওঁ হ'ক।

বেদ, ৰামায়ণ, মহাভাৰত আদি সুপ্ৰাচীন-সম্বাদবাহী গ্ৰন্থবিলাকৰ পৰা বিশেষকৈ আমাৰ এই দেশত সেই সময়ত কি কি সম্প্ৰদায় কেনে ধৰ্ম্ম বা কেনে আচাৰ-পদ্ধতি প্ৰচলিত আছিল তাৰ সবিশেষ সম্বাদ একো পোৱা নাযায়। নৰক, ভগদত্ত, ভীষ্মক, বাণ, বভ্ৰুবাহনক যদি এই দেশৰে ৰজা আছিল বুলি ধৰি লব পৰা যায়; মহামুনি পালকাপ্য, সামগায়ন, ভাৰ্গৱ, বশিষ্ঠ আদি মুনিগণৰ আশ্ৰম যদি এসময়ত এই দেশৰ ভিতৰতে আছিল বুলি মানি লোৱা যায়; ভগৱান্ পৰশুৰামৰ ব্ৰহ্মপুত্ৰ আনয়নাদি পৌৰাণিক আখ্যানবোৰক যদি সত্য বুলি ধৰা হয় তেন্তে সেই কালতে ইয়াত আৰ্য্য-সভ্যতা, বৈদিকসংস্কৃতি আৰু সনাতনধৰ্ম্মৰ প্ৰচাৰ আৰু প্ৰসাৰ হৈছিল বুলি অৱশ্যে মানি লব লাগিব।

"শতপথব্ৰাহ্মণ"ত কোৱা আছে—মথুপুত্ৰ বিদেঘ নামৰ ৰজাই বৈশ্বানৰ অগ্নিক মুখত লৈ আছিল। ৰহূগণপুত্ৰ গোতম তেওঁৰ পুৰোহিত আছিল। পুৰোহিতে মতা সত্বেও অগ্নি বাহিৰ হৈ যোৱাৰ ভয়ত ৰজাই মুখেৰে মাত উত্তৰ নিদিলে। পুৰোহিতে তেতিয়া নানা মন্ত্ৰেৰে অগ্নিক আৱাহন কৰিব ধৰিলে। অৱশেষত পুৰোহিতৰ মন্ত্ৰ শুনি অগ্নি ৰজাৰ মুখৰ পৰা প্ৰজ্জ্বলিত হৈ ওলাই আহিল। বিদেঘ (বিদেহ) মাথৱ তেতিয়া সৰস্বতী নদীৰ তীৰত আছিল। অগ্নিয়ে

(এই বিষয়ে শতপথ শ্ৰুতি প্ৰমাণ)

তাৰ পুবৰ পিনে পৃথিৱীখন পুৰি আহিব ধৰিলে। ৰজা বিদেঘ আৰু পুৰোহিত গোতম উভয়ে অগ্নিৰ পাচে পাচে পুবৰ পিনে আহি থাকিল। অগ্নিয়ে সকলো নদীবিলাকক পুৰি আহি, উত্তৰ পৰ্ব্বতৰ পৰা বৈ অহা 'সদানীৰা' (কৰতোয়া) নদী পালেহি। অগ্নিয়ে এই নদীক দহিব নোৱাৰিলে। বৈশ্বানৰ অগ্নিৰ দ্বাৰা দগ্ধ নোহোৱাৰ কাৰণে কৰতোয়া নদীৰ পূৰ্ব্বভাগ অপবিত্ৰ বুলি, তাতে আগেয়ে ব্ৰাহ্মণসকল নদী পাৰ হৈ নগৈছিল। তাৰ পাচত হে বহুত ব্ৰাহ্মণে তাত নদীৰ পূবপাৰে বাস কৰিছে গৈ। এই স্থান খেতিৰ অযোগ্য, জলাতক আছিল; কাৰণ, বৈশ্বানৰাগ্নিয়ে ইয়াৰ স্বাদ গ্ৰহণ কৰা নাই। এতিয়া অৱশ্যে ব্ৰাহ্মণসকলে যজ্ঞৰ দ্বাৰা অগ্নিক ইয়াৰ স্বাদ গ্ৰহণ কৰাইছে; এতিকে ই ভাল ক্ষেত্ৰযোগ্য হৈছে। এই নদী (কৰতোয়া) গ্ৰীষ্মকালৰ শেষতো ক্ষুব্ধ হৈ থাকে। অগ্নিয়ে দাহ নকৰাৰ কাৰণেই ই ইমান শীতল। তেতিয়া বিদেঘ মাথৱে অগ্নিক সুধিলে যে "মই এতিয়া ক'ত বাস কৰোঁ"? তেওঁ (অগ্নি) উত্তৰ দিলে "এই নদীৰ পূব পিনে তোমাৰ বাসস্থান হব"। এতিয়াও এই নদী কোশল আৰু বিদেহৰ সীমা হৈ আছে আৰু এই দেশ তুখনক মাথৱ বোলে (১)।

(১) "বিদেঘো হ মাথৱোঽগ্নিং বৈশ্বানৰং মুখে বভাৰ। তস্য গোতমো ৰাহূগণ ঋষি পুৰোহিত আস। তস্মৈ হস্মামন্ত্ৰ্যমাণো ন প্ৰতিশৃণোতি, নেন্মেঽগ্নিৰ্বৈশ্বানৰো মুখান্নিষ্পদ্যাতা ইতি। তমৃগ্‌ভিৰ্হ্বয়িতুং দধ্ৰে। × × × অথাস্য ঘৃতকীৰ্ত্তাবেবাগ্নিৰ্বৈশ্বানৰো মুখাদুজ্জ্বাল। তং ন শশাক ধাৰয়িতুম্। সোঽস্য মুখান্নিষ্পেদে। স ইমাং পৃথিবীং প্ৰাপাদঃ। তৰ্হি বিদেঘো মাথৱ আস সৰস্বত্যাম্। স তত এৱ প্ৰাঙ্‌দহন্ন ভীয়ায়ে-

ইয়াৰ দ্বাৰা, "শতপথ-ব্ৰাহ্মণ"ৰ সময়তে কৰতোয়া নদীৰ পুবপিনে অৰ্থাৎ পুবণি কামৰূপত ব্ৰাহ্মণ ক্ষত্ৰিয়াদি আৰ্য্যসকল বাস কৰিছিল বুলি বুজা যায়।

মহাভাৰতত ভগদত্ত আৰু বক্ৰবাহনক পবিত্ৰ ক্ষত্ৰিয় ৰজা-ৰূপে উপস্থাপিত কৰা হৈছে; আৰু তেওঁবিলাকৰ ৰাজ্যত বৰ্ণাশ্ৰম ধৰ্ম্ম থকাৰো উল্লেখ আছে। (১) ৰুক্মিণীৰ বিয়াৰ প্ৰসঙ্গত যে ব্ৰাহ্মণ

মাং পৃথিবীম্। তং গোতমশ্চ ৰাহুগণো বিদেঘশ্চ মাথবঃ পশ্চাদ্দহন্ত মন্বীয়তুঃ। স ইমাঃ সৰ্ব্বা নদীৰতিদদাহ। সদানীৰেত্যুত্তৰাদ্ গিৰে-নিৰ্দ্ধাৱতি। তাং হৈৱ নাতিদদাহ। তাং হস্ম তাং পুৰা ব্ৰাহ্মণা ন তৰন্তি অনতিদগ্ধাহগ্নিনা বৈশ্বানৰেণেতি। তত এৰ্তহি প্ৰাচীনং বহৱো ব্ৰাহ্মণাঃ। তদ্ধাক্ষেত্ৰতৰমিৱাস, স্ৰাৱিতৰমিৱাস্বদিতমগ্নিনা বৈশ্বানৰেণেতি। তদুহৈৰ্তহি ক্ষেত্ৰতৰমিৱ। ব্ৰাহ্মণা উ হি নূনমেনদ্যজ্ঞৈৰসিষ্বদং। সাপি জঘন্যে নৈদাঘে সমিৱৈৱ কোপয়তি তাৱৎ। শীতা নাতিদগ্ধাহগ্নিনা বৈশ্বানৰেণ। সহোৱাচ বিদেঘো মাথবঃ কাহং বসানীতি। অতএৱ তে প্ৰাচীনং ভুৱনমিতি হোৱাচ। সৈষাপ্যেৰ্তহি কোসল বিদেহানাং মৰ্য্যাদা। তে হি মাথৱাঃ"। [ শতপথব্ৰাহ্মণ, কাঃ ১ প্ৰঃ ৩ ব্ৰাঃ ৩ ]

সায়ন ভাষ্যত "সদানীৰা" মানে "কৰতোয়া" বুলি কোৱা হৈছে। 'অমৰকোষতো সেয়ে আছে। বিদেহ আৰু কোশল নামৰ জনপদ, বোধহয় সেই সময়ত এজন ৰজাৰ শাসনত আছিল; আৰু সমুদয় ৰাজ্যখন পুবপিনে 'কৰতোয়া' পৰ্য্যন্ত বিস্তৃত আছিল। নহলে কৰতোয়াৰ লগত কোশলৰ সম্পৰ্ক নিৰ্ণয় কৰা দুৰূহ হৈ পৰে।

(১) ভগদত্ত, বজ্ৰদত্ত আৰু বক্ৰবাহনক 'ৰাজা' বুলি উল্লেখ কৰা হৈছে। ৰাজন্ শব্দ ক্ষত্ৰিয়জাতিবাচক [ মীমাংসাদৰ্শন অঃ ২, পাঃ ৩, অধি ২ ]

" এৰশৈলালয়ো ৰাজা ভগদত্তঃ প্ৰতাপৱান্ " [ মঃ ভাঃ, দ্ৰোণঃ ] " ৰাজা প্ৰাগ্‌জ্যোতিষাধিপঃ " [ অশ্ব পঃ ৭৬।১৬ ] "নিৰ্য্যযৌ বিনয়েনাথ ব্ৰাহ্মণাৰ্থ পুৰঃসৰঃ", [ অশ্ব পঃ ৭৯।৭ ]

সকলৰ দ্বাৰা চাৰি বেদৰ মন্ত্ৰ উচ্চাৰিত হৈছিল, এই কথা ভাগৱত-পুৰাণত কোৱা হৈছে। (১)

হস্ত্যায়ুৰ্ব্বেদ নামৰ সুবৃহৎ গ্ৰন্থৰ প্ৰণেতা মহৰ্ষি পালকাপ্যৰ পৈত্ৰিক আশ্ৰম হিমালয়ৰ ডাটিত লৌহিত্য নদৰ ওচৰত আছিল। (২)

হস্ত্যায়ুৰ্ব্বেদৰ কথা। মহৰ্ষিৰ জন্ম, শিক্ষা–দীক্ষা সাধনা-সিদ্ধি সকলো ইয়াতেই হৈছিল। এই কথা উক্ত গ্ৰন্থৰ পাতনিতে স্পষ্টকৈ কোৱা আছে। এই গ্ৰন্থ খৃষ্টপূৰ্ব্ব পঞ্চম বা ষষ্ঠ শতকৰ বুলি স্বৰ্গীয় মহামহোপাধ্যায় ৺হৰপ্ৰসাদ শাস্ত্ৰীদেৱে মতপ্ৰকাশ কৰিছে। (৩) হাতীবিলাকক পালন কৰা গতিকে 'পাল', কাপ্য গোত্ৰত জন্ম হোৱা গতিকে 'কাপ্য', উভয়ে মিলি তেওঁৰ নাম হ'ল 'পালকাপ্য'। (৪) "নিৰ্ভৰ যোগ্য বৈদিক গ্ৰন্থত "কাপ্য" নামৰ উল্লেখ নাই কাৰণে, পালকাপ্য মুনি আৰ্য্যসকলৰ ভিতৰত চলিত গোত্ৰৰ লোক নহয়" বুলি স্বৰ্গত শাস্ত্ৰীদেৱে সিদ্ধান্ত

(১) চক্ৰুঃ সামৰ্গ্‌যজুৰ্মন্ত্ৰৈৰ্ব্বধ্বাঃ ৰক্ষাংঘ্নিজোত্তমাঃ।
পুৰোহিতাথৰ্ব্ববিদ্‌বৈ জুহাৱ গ্ৰহশান্তয়ে॥ [ভাঃ ১০।৫৩।১২]

(২) " শৈলৰাজ সানুদেশে লৌহিত্যসাগৰং প্ৰতি" [হঃ আঃ ১।১।৩৯]
শৈলৰাজ বুলিলে হিমালয়কে বুজা যায়, " হিমালয়ো নাম নগাধিৰাজঃ" [ কুমাৰসম্ভৱ ১।১ ] গতিকে, এই স্থান গাৰো পাহাৰৰ ডাটিত আছিল বুলি কি যুক্তিত কোৱা হয়, বুজি নাপাওঁ।

(৩) সভাপতিৰ সম্বোধন, বঙ্গীয় সাহিত্য পৰিষৎ পত্ৰিকা ৪ৰ্থ সংখ্যা সন ১৩২১।

(৪) পালনাদ্ গজ যূথস্য কাপ্যো গোত্ৰেণ এৱচ।
× × × × × ×
পালকাপ্য ইতি শ্ৰীমান্ নামধেয়ং চকাৰ সঃ॥
[ হঃ আঃ ১।১।১৫৬ ]

কৰিছে। পিচে বৈদিক গ্ৰন্থত 'কাপ্য' নামৰ উল্লেখ নোহোৱা নহয়। "বৃহদাৰণ্যক উপনিষদ"ৰ বংশব্ৰাহ্মণৰ ভিতৰত 'কাপ্য' বুলি দুবাৰ আৰু 'কাপী পুত্ৰ' বুলি এবাৰ উল্লেখ আছে। (১) কাপ্য মানে যি 'কাপী পুত্ৰ' বুলিলেও সেই একেকথা হব পাৰে। মহৰ্ষি-পালকাপ্য যে কেৱল হস্তিবিদ্যাতে পাৰগত আছিল এনে নহয় সমগ্ৰ বেদ-বেদাঙ্গতে তেওঁ পাৰদৰ্শী আৰু মহাতপস্বী আছিল। (২) মহৰ্ষিৰ পিতাক মহৰ্ষি সামগায়নো পৰম বেদজ্ঞ আছিল। এই গ্ৰন্থৰ পৰাই আমি সম্বাদ পাওঁ যে মহামুনি ভাৰ্গৱৰ আশ্ৰমো এই দেশতে সামগায়নৰ আশ্ৰমৰ কিছু নিকটবৰ্ত্তী ঠাইতে আছিল। সেই আশ্ৰম মহা মহা মুনিসকলৰ বেদধ্বনিৰ দ্বাৰা মুখৰিত হৈ আছিল। (৩) ইয়াত বৰ্ণাশ্ৰম ধৰ্ম্মৰ অস্তিত্ব বিষয়ে এই গ্ৰন্থত প্ৰচুৰ প্ৰমাণ আছে। বিষ্ণু পূজাৰো উল্লেখ ইয়াত পোৱা যায়।

(১) "কৈশোৰ্য্যাৎ কাপ্যাৎ কৌশোৰ্য্যঃ কাপ্যঃ" [বৃঃ আঃ উঃ, অঃ ২, ব্ৰাঃ ৬+অঃ ৪, ব্ৰাঃ ৬] "কাপীপুত্ৰাৎ কাপীপুত্ৰঃ" তথা, অঃ ৬, ব্ৰা॰ ৫।

(২) শ্ৰীমন্তং ব্ৰাহ্মণং কঞ্চিজ্জটিলং সাধুসম্মতম্।
উগ্ৰেণ তপসা যুক্তং বেদ-বেদাঙ্গ-পাৰগম্॥
[হঃ আঃ ১।১।৭১]

(৩) মহৰ্ষেৰ্ভাৰ্গৱস্যাথ মৃগব্যালনিষেবিতম্।
আশ্ৰমং মুনিভিঃ শ্ৰেষ্ঠৈঃ শোভিতং ব্ৰহ্মনিস্বনৈঃ॥
ব্ৰহ্মসম্মনিতং চিত্ৰং সিদ্ধ-গন্ধৰ্ব্ব-সেৱিতম্।
শৈলৰাজস্য পাৰ্শ্বস্থং মণিৰাজিবিৰাজিতম্॥
[হঃ আঃ ১।১।১২১—১২২]

২৪৩ গুপ্তাব্দৰ ( খৃঃ ৫৫৪ ) নগাওঁৰ বৰগঙ্গাত আৱিষ্কৃত, কামৰূপৰ খৃঃ ৭ম শতকৰ ৰজা ভাস্কৰবৰ্ম্মাৰ পঞ্চম পূৰ্ব্বপুৰুষ মহাৰাজ মহাভূতিবৰ্ম্মাৰ শিলালিপিত তেওঁক 'অশ্বমেধযাজী' আৰু 'পৰমভাগৱত' বুলি উল্লেখ কৰা হৈছে (১)। অশ্বমেধ-যজ্ঞৰ অনুষ্ঠানৰ দ্বাৰা সেই কালত এই দেশত বৈদিক সংস্কৃতিৰ কেনে পয়োভৰ আছিল সেইটো অনুমান কৰিব পাৰি। বৈষ্ণৱ ৰজাক 'পৰমভাগৱত' আৰু শৈৱ ৰজাক 'পৰম মাহেশ্বৰ' বুলি উল্লেখ কৰা দেখা যায়। ইয়াত 'পৰম ভাগৱত' এই কথাৰ দ্বাৰা মহাৰাজ ভূতিবৰ্ম্মা বিষ্ণুভক্ত আছিল বুলি প্ৰতিপন্ন হোৱাৰ লগে, লগে সেই কালত যে এই দেশত বিষ্ণুপাসনাৰ বহুল প্ৰচাৰ আছিল, সিওটো বুজা যায়।

শিলালিপিৰ প্ৰমাণ, খৃঃ ৫ম শতকত বিষ্ণু কথা।

বানভট্টৰ "হৰ্ষচৰিত" আৰু ভিন্ ভিন্ তাম্ৰ শাসনবোৰত য'ত য'ত কামৰূপৰ ৰজাৰ সবিশেষ উল্লেখ আছে তাতেই এই দেশৰ বৰ্ম্মবংশৰ আৰু পালবংশৰ ৰজাসকলক বৰাহৰূপী বিষ্ণুৰ বংশধৰ বুলি উল্লেখ কৰা হৈছে; আৰু তাত তেওঁলোকৰ উপাস্য দেৱতা হিচাবে যিদৰে মহেশ্বৰ শিৱৰ উল্লেখ কৰা হৈছে সেইদৰে এই বংশৰ আদি পুৰুষৰূপে নাইবা আন যি কোনো ৰূপে ভগৱান্ বিষ্ণুৰ নামটিও তাত জড়িত কৰা হৈছে।

তাম্ৰশাসনৰ প্ৰমাণ, খৃঃ ৭ম শতকত বিষ্ণুকথা।

ভাস্কৰবৰ্ম্মাৰ শাসনতো বৰ্ম্মবংশৰ অনেক ৰজাই অশ্বমেধ আদি

---

(১) স্বস্তি শ্ৰী পৰম দৈৱত পৰম ভাগৱত মহাৰাজাধিৰাজা-শ্বমেধযাজিন (ইং)।

নানা যজ্ঞ কৰিছিল বুলি (১), কৈ বৈদিক ধৰ্ম্মৰ জয় জয়কাৰ ঘোষণা কৰা হৈছে। নিধানপুৰ তাম্ৰশাসনত বৰ্ম্মবংশৰ প্ৰতিষ্ঠাতৃৰূপে চক্ৰপাণি ( চক্ৰভৃতঃ ) বিষ্ণুৰ উল্লেখ আছে।

ডুবি তাম্ৰশাসনত ৰজা পুষ্যবৰ্ম্মাৰ উপমানৰূপে লক্ষ্মীপতি বিষ্ণুৰ কথা কোৱা আছে (২)। নাৰায়ণবৰ্ম্মাক নাৰায়ণৰ অৱতাৰ বুলি কোৱা হৈছে আৰু লগে লগে, 'নাৰায়ণ' নামে যে কলিকালত সমস্ত পাপ নাশ কৰে, এনেকুৱা নামমহাত্ম্যৰো উল্লেখ আছে (৩)। বিষ্ণু দৈত্যাৰি, ভগৱান্ তেওঁ যে দেৱকীৰ গৰ্ভত কৃষ্ণৰূপে অৱতীৰ্ণ হৈছিল, এই কথাও দৃষ্টান্তস্থলে কোৱা আছে। (৪) ইয়াৰ দ্বাৰা সেই কালত (খৃঃ ৪ৰ্থৰ পৰা ৮ম শতকলৈ) যে বিষ্ণু লক্ষ্মীপতি, উপাস্য, ভগৱান, দৈত্যদাৰণ, তেওঁৰ নাম যে অশেষ পাপ নাশক—এইবিলাক কথা আৰু

(১) " স (বজ্ৰদত্তঃ) বাজিমেধৈৰয়জন্মহদ্ভিঃ "। " যাগেশ্বভূদ্ ভূপতিৰিন্দ্ৰকাল্পঃ "। " বলবৰ্ম্ম সংজ্ঞকঃ × × × ইষ্ট্বাচানেকৈঃ ক্ৰতুভিঃ সদক্ষিণৈঃ "। মহেন্দ্ৰ বৰ্ম্মা × × × জজ্ঞে স ৰাজা ক্ৰতুভিৰ্ম্মহেন্দ্ৰবৎ "। " ইষ্ট্বাসৌ বাজিমেধং নৰপতিৰকাৰযজ্ঞক্ৰবাসম্ "। " ইষ্ট্বা চ জজ্ঞৈৰ্মুহুঃ "।

(২) চঞ্চলাপি যমাসাদ্য পতিং বিষ্ণুমিৱাপৰম্।
লক্ষ্মীঃ পাণিগৃহীতীৱ সাধ্বী জাতা নিৰাকুলা॥

(৩) তস্যামদিত্যাৰিৰ চক্ৰপাণিৰ্নাৰায়ণো মানুষতাং প্ৰপন্ন।
তেনৈৱ নাম্না কলিজান্ নিহন্তুং দোষান্ প্ৰজায়াঃ দেৱ পাণিৰোহভূৎ "॥

(৪) " কৃষ্ণেণেৱ চ দেৱকী ভগৱতা দৈত্যাৰিণা শ্ৰীমতা "।

[ J. A. R. S. Voll. XII, No. 1 and 2. P. P. 16—32]

বিষ্ণুৰ অৱতাৰ বাদ ; এইদেশত বহুলভাৱে স্বীকৃত আৰু প্ৰসাৰিত আছিল বুলি বুজা যায়।

উপাসক সম্প্ৰদায় এটা নাথাকিলে এই ধাৰণা এনে জীৱন্ত ভাৱে থাকিব নোৱাৰে ; গতিকে তেতিয়া যে দেশত বৈষ্ণৱ সম্প্ৰদায় নাছিল নাইবা থাকিলেও নগণ্যভাৱে হে আছিল—এইকথা কব নোৱাৰি।

খৃঃ ৮ম শতকত বিষ্ণু কথা। হৰ্জ্জৰবৰ্ম্মদেৱৰ তাম্ৰশাসনখন খণ্ডিত ; তাত বৈষ্ণৱ সম্প্ৰদায়ৰ বিষয়ে আন কোনো সম্বাদ নাথাকিলেও জনাৰ্দ্দন, গোবিন্দ, মধুসূদন, এই নামবিলাকে বিষ্ণুকথাৰ অনুবৃত্তিৰ সূচনা কৰে।

খৃঃ ৯ম শতকত বিষ্ণু কথা। বনমালদেৱৰ তাম্ৰশাসনত (আনুমানিক সময় খৃঃ ৯ম শতকত) লক্ষ্মীপতি, গোপীবল্লভ শ্ৰীকৃষ্ণক ৰজা হৰ্জ্জৰবৰ্ম্মাৰ উপমান ৰূপে উপস্থাপিত কৰা হৈছে। (১)

খৃঃ ১০ম ১১শ শতকত বিষ্ণু কথা। ৰজা ৰত্নপালৰ (খৃঃ ১০ ম শতক) ১ ম তাম্ৰশাসনত বিষ্ণু যে পুৰুষোত্তম আৰু জনাৰ্দ্দন এই কথাৰ উল্লেখ আছে। (২)

(১) গোপীজনানন্দিত-মানসস্য দ্বেষ্যেব বক্ষঃ পৰিহৃত্য বিষ্ণোঃ।
নিঃশেষ ৰামাজন দেহসংস্থ মাদায় সৌন্দৰ্য্যমিহাজগাম॥ ইত্যাদি
[ কামৰূপশাসনাৱলী—পৃঃ ৬০ ]

(২) পুৰুষোত্তমোঽপ্যজনাৰ্দ্দন৹ (বিৰোধাভাস অলঙ্কাৰ) [কাঃ শাঃ পৃঃ ৯৮]

তেওঁৰ দ্বিতীয় তাম্ৰশাসনত যাক ব্ৰহ্মোত্তৰ দিয়া হৈছে তেওঁৰ নাম কামদেব, পিতাকৰ নাম বাসুদেৱ আৰু পিতামহৰ নাম ৰুদ্ৰদেৱ। এই পুৰুষানুক্ৰমিক নাম তিনিটাই এই ব্ৰাহ্মণ পৰিয়ালটোৰ বৈষ্ণৱত্ব সূচনা কৰে। (১)

ইন্দ্ৰপালৰ তাম্ৰশাসনত মহা মহিম দেহধাৰী মহাবৰাহৰো জয় ঘোষণা কৰি তেওঁৰ অলৌকিক মহিমা কীৰ্ত্তন কৰা হৈছে। (২) ৰজা ৰত্নপালক ৰাম-কৃষ্ণৰ লগত তুলনা কৰা হৈছে। (৩) দ্বিতীয়খন তাম্ৰশাসনত দেৱকীপুত্ৰ যশোদানন্দন গোপসুহৃদ্ হৰিৰ উল্লেখ আছে (৪)।

মহাৰাজ ধৰ্ম্মপালৰ প্ৰথম তাম্ৰশাসনত অৰ্দ্ধনাৰীশ্বৰ মহেশ্বৰক বন্দনা কৰা হৈছে। কিন্তু দ্বিতীয়খন তাম্ৰশাসনত (পুষ্পভদ্ৰা শাসন) ৰবাহৰূপী বিষ্ণুৰহে জয়ধ্বনি কৰি শাসন আৰম্ভ কৰা হৈছে। (৫) একমাত্ৰ এই প্ৰমাণৰ দ্বাৰাই মহাৰাজৰ ধৰ্ম্মমতৰ পৰিবৰ্ত্তন হোৱা বুলি অনুমান কৰিব নোৱাৰি। সেই কালত যে

পৃঃ ১২শ শতকত বিষ্ণু কথা।

(১) কাঃ শাঃ—পৃঃ ১১২ দ্ৰষ্টব্য।

(২) জয়তি পশুপতিঃ প্ৰজাধিনাথো মহিতবপুৰ্ম্মহিমা মহাবৰাহঃ।
[ কাঃ শাঃ—পৃঃ ১১৭ ]

(৩) "যঃ শ্লাঘ্যৈৰতিদিশ্যতে সুচৰিতৈঃ ৰামস্য কৃষ্ণস্য বা।"
[ কাঃ শাঃ—পৃঃ ১১৯ ]

(৪) "হৰিৰিৰ গোপহিতৈষী যশোদয়া স্বীকৃতঃ শ্ৰীমান্।"
[ কাঃ শাঃ—পৃঃ ১৩৮ ]

(৫) কাঃ শাঃ—পৃঃ ১৭১ দ্ৰষ্টব্য।

হৰিহৰৰ অভেদ ভাৱনা এই দেশত বিশেষ ভাৱে প্ৰতিষ্ঠিত হৈ উঠিছিল তাৰ একাধিক প্ৰমাণান্তৰ পোৱা গৈছে; গতিকে ইয়াতো মহাবাহে সেইকাৰণতে হয়তো একমাত্ৰ বৰাহ বিষ্ণুৰ জয়ধ্বনি কৰিয়ে ক্ষান্ত থাকিব পাৰে। এই তাম্ৰশাসনেৰে যাক ব্ৰহ্মোত্তৰ দিয়া হৈছে সেই মধুসূদন নামৰ ব্ৰাহ্মণজন পৰম বৈষ্ণৱ আছিল বুলি তাতেই কোৱা আছে। (১)

আনুমানিক খৃঃ ১৩শ শতকৰ ভিতৰত প্ৰণীত 'স্মৃতিৰত্নাকৰ' আৰু 'মথপ্ৰদীপ' গ্ৰন্থৰ মঙ্গলাচৰণত দুয়োজন গ্ৰন্থকাৰেই হৰিহৰৰ অভিন্ন মূৰ্ত্তিক বন্দনা কৰিছে। (২) গ্ৰন্থৰ ভিতৰৰ প্ৰমাণৰ পৰা তেওঁলোক দুয়োজনে যে বৈষ্ণৱ আছিল সেইটো নিশ্চিতভাৱে বুজা যায়।

খৃঃ ১৩ শ শতকত বিষ্ণু কথা।

উত্তৰ লক্ষীমপুৰত আৱিষ্কৃত সুৰৰিপু বংশৰ সধয়াপুৰীশ্বৰ শ্ৰীসত্য-নাৰায়ণ ৰজাৰ তাম্ৰশাসনত, কাশ্যপগোত্ৰীয় ব্ৰাহ্মণ নাৰায়ণক ধনশ্ৰী তীৰত 'নদ্ভূমি মাৰি' নামে ব্ৰহ্মোত্তৰ দিয়ে ১৩১৪ শকত (বেদে চন্দ্ৰে চ বিভিহোত্ৰে সকপকে)। এই ফলকৰ খুড়িত মঙ্গলাচৰণ শ্লোকত গণপতি বাসুদেৱ ঈশান, আৰু অম্বা (দুৰ্গা);

খৃঃ ১৪ শ শতকত বিষ্ণু কথা।

---

(১) "যো বাল্যতঃ প্ৰভৃতি মাধৱ পাদপদ্ম পূজাপ্ৰপঞ্চ ৰচনাং সুচৰিং চকাৰ।"
[ কাঃ শাঃ—পৃঃ ১৭৬ ]

(২) ত্ৰিকালোদ্ভৱ পাপানাং স্মৰণাদ্যস্য নোদয়ঃ।
নমস্তস্মৈ জগদ্ধাত্ৰে নমো হৰিহৰাত্মনে॥ [ স্মৃতি ৰত্নাকৰ ]
দুগ্ধাম্ভোধৰ শীতভানুৰুচিৰং ৰহেন্দুখণ্ডোজ্জ্বলং
তাৰৎকৌস্তুভ-কালকূট-ললিতং শ্ৰীৱৎসভস্মাঙ্কিতম্।
ৰাজদ্বীন্দ্ৰ-বৃষেন্দ্ৰ-বাহন—গতং পদ্মাদ্ৰিজালিঙ্গিতং
যত্তস্মাধৰ-শঙ্কৰাত্মকমদং দেহং ভজামাস্তু বঃ॥ [ মথপ্ৰদীপ ]

গ্রন্থকারের পূর্ব্ববর্ত্তী হলায়ুধ নামে বিখ্যাত বেদজ্ঞ পণ্ডিত তিনিজনের খবর আমি পাই ; একজন হলায়ুধ আছিল প্রাড্‌বিপাক ( ন্যায়াধীশ ) যার কথা 'কল্পতরু' আদি গ্রন্থত উল্লেখ করা হৈছে। মহাপণ্ডিত মহামহোপাধ্যায় কাণের মতে এওঁর সম্ভাবিত সময় খৃ° ১১ শ শতক। দ্বিতীয় আরু একজন হলায়ুধ হ'ল বৎস্য গোত্রর, 'ব্রাহ্মণ-সর্ব্বস্ব' আদির গ্রন্থকার; গৌরবাজ লক্ষ্মণসেনর ধর্ম্মাধ্যক্ষ ( ন্যায়াধীশ )। পণ্ডিতে এওঁ লক্ষ্মণসেনর সমসাময়িক অর্থাৎ খৃ. ১১ শ শতকর শেষ বা ১২ শ শতকর আদি ভাগত আছিল।

তৃতীয় আন একজন হলায়ুধ হৈছে "পিঙ্গলচ্ছন্দঃসূত্র"র মৃতসঞ্জীবনী-টীকাকার, 'কবিরহস্য' আদি গ্রন্থর প্রণেতা। কাণে মহাশয়ে সযুক্তিক কৈছে যে এই হলায়ুধ দক্ষিণাত্যর রাষ্ট্রকূট বংশ কৃষ্ণরাজর রাজ্যত হয়তো আগেয়ে আছিল পাচত অবন্তীলৈ আহি বংশ মুঞ্জর অধীনত বাস করে। পণ্ডিতে এওঁ খৃঃ ১০ম শতকর পাচর হব বোলাবে। [History of dharmas'a'stra P. 298]

---

তস্যাপি পুত্রো গুণরত্নসজ্ঞান: রত্নাকরাচার্য্য উদীর্ণকীর্ত্তিঃ।
বংসজয়দ্বংশমণি-প্রকাশনৈ স্তৎকামরূপং ভুবতে ভবেৎহিতম্॥

তস্যাখিল-শিষ্য-কৈরব-বিধুর্বিদ্যা-বিনোদোজ্জ্বলঃ।
ভট্টাচার্য্য-সমাহ্বয়ঃপ্রিতবপুত্র জ্ঞাপ্যমেবাস সঃ॥

তস্য: শ্রীকবিভারতীক-সুকৃতিঃ কৃষ্ণাঙ্ঘ্রি পদ্মাশ্রিতঃ
সংসদেন মথপ্রদীপকমিদং সম্যক্ ততামাত্ত সঃ॥

আমি ভাবিছোঁ যে আমাৰ গ্ৰন্থকাৰৰ পূৰ্ব্বপুৰুষ হলায়ুধ 'ব্ৰাহ্মণ-সৰ্ব্বস্ব'কাৰ হলায়ুধৰ লগত এক হব নোৱাৰে; কাৰণ এজনৰ গোত্ৰ মৌদ্‌গল্য, আনজনৰ হ'ল বাৎস্য। তৃতীয়জনৰ লগতো এক বুলি কব নোৱাৰি; কাৰণ তেতিয়া হলে ৫ পুৰুষত প্ৰায় ২০০ বছৰতকৈও বেচি সময় ধৰি লব লগা হয় আৰু তেওঁ যে কান্যকুব্জৰ ব্ৰাহ্মণ আছিল এই কথা কব নোৱাৰি।

প্ৰথম উল্লিখিত ন্যায়াধীশ হলাযুধ মিথিলা বা বঙ্গৰ আছিল আৰু এওঁৰ সময় খৃঃ ১১ শ শতক বুলি কাণে মহাশয়ে কৈছে। গতিকে আমি যদি তেওঁকে এই হলায়ুধ বুলি ধৰোঁ। তেন্তে কোনো বিৰোধ নঘটে। কান্যকুব্জত অঙ্গৰাজৰ শাসন কোন সময়ত প্ৰবৰ্ত্তিত হৈছিল সেইটো জানিব পাৰিলে এই কালনিৰ্ণয়ত সুবিধা হ'ল হেতেন। পিচে এই বিষয়ে অধিক অনুসন্ধানলৈ মগৈ দেশৰ ঐতিহাসিক সকলৰ দৃষ্টি আকৰ্ষণ কৰা হ'ল। এই হলায়ুধ ১১ শ শতকৰ শেষ ভাগৰ হলে প্ৰতিপুৰুষত যদি আমি ৩০ বছৰকৈ ধৰোঁ। তেন্তে গ্ৰন্থকাৰ কবিভাৰতীৰ সময় ১৩ শ শতকৰ মধ্যভাগ বুলি ধৰাটো অসঙ্গত নহব।

এই গ্ৰন্থৰ মঙ্গলাচৰণত গ্ৰন্থকাৰে ভগৱান্ কৃষ্ণৰ কিশোৰ মূৰ্ত্তিৰ লগত মহেশ্বৰ শিৱৰ মূৰ্ত্তিক মিহলাই হৰি-হৰাত্মক দেহৰ উপাসনা কৰিছে আৰু গ্ৰন্থত নানাপিনেদি বিষ্ণুক প্ৰাধান্য দিয়া হৈছে। গ্ৰন্থৰ শেষত গ্ৰন্থকাৰে নিজক বৈষ্ণৱ বুলি (কৃষ্ণাঙ্ঘ্ৰিপদ্মাশ্ৰিতঃ) স্পষ্টভাৱে কৈছে। প্ৰবল বৈষ্ণৱ সম্প্ৰদায় এটা থাকিলেহে এনে কৰাটো সম্ভৱ।

বেদাচাৰ্য্য প্ৰণীত কামৰূপীয় স্মৃতিনিবন্ধ 'স্মৃতিৰত্নাকৰ' গ্ৰন্থ খনো খ্ৰঃ ১৩ শ শতকৰ বুলি অনুমান কৰা হৈছে। তাৰ কাৰণ পঞ্চদশ শতকৰ দামোদৰ মিশ্ৰকে আদি কৰি অসমীয়া নিবন্ধকাৰ সকলে আৰু বঙ্গীয় নিবন্ধকাৰ ৰঘুনন্দন ভট্টাচাৰ্য্যই (খ্ৰঃ ১৬ শ শতক) এই গ্ৰন্থৰ নামোল্লেখ কৰিছে।

স্মৃতি-ৰত্নাকৰ

স্মৃতিৰত্নাকৰৰ শেষত গ্ৰন্থকাৰে নিজৰ বংশপৰিচয় দিবলৈ গৈ কৈছে যে "আগৰ দিনত কামৰূপত বৃহস্পতিতুল্য এজন ব্ৰাহ্মণ আছিল। তেওঁ ৰজা পুৰন্দৰপালক দেখা কৰি ভূমি প্ৰাৰ্থনা কৰিলে। ৰজাই হাঁহি কলে যে "মোৰ জীৱনটো বৰ নিৰস (অসুখীয়া) হৈছে, তুমি নিজৰ শক্তিৰে ইয়াক সঞ্জীৱিত কৰা।" ৰজা পুৰন্দৰপালৰ পৰিহাস বাক্য শুনি তেওঁ তেওঁক মন্ত্ৰ-বলেৰে সঞ্জীৱিত কৰিলে। তেনে আচৰিত কৰ্ম্ম দেখি ৰজাই তুষ্ট হৈ ব্ৰাহ্মণক ইচ্ছামতে ভূমি, ৰত্ন আৰু বস্ত্ৰ দান কৰিলে। দিগ্‌বাসা নামৰ পৰ্ব্বতীয়া নদী (?) তেওঁৰ শাপত তললৈ গৈছিল আজিও সৌ গামাৰী গছজোপাই তেওঁৰ সেই তপোবলৰ কথা সোঁৱৰাই দিয়ে। ধেয়ৰা পুখুৰীৰ পাৰত সিদ্ধধ্বজৰ দৰে সি (গছজোপা) আজিও আছে। তেওঁ জন্মা মাত্ৰে বিমাতাৰ কথামতে ধাত্ৰীয়ে বনত পেলাই দিছিল। পিচে বিধিৰ বিধানত নমৰাকৈ জীয়াই থাকিল। এবছৰৰ পাচত পিতাক তীৰ্থৰ পৰা ঘুৰি আহি জ্ঞানদৃষ্টিৰে পুত্ৰক চিনি পালে। এবছৰ বনত বন্য-জন্তুৰ লগত খেলি আছিল কাৰণে তেওঁৰ নাম থলে সম্বৎসৰ। (১) সেই সমুদ্ৰতুল্য শুদ্ধ বংশত

(১) আমাৰ দেশত প্ৰসিদ্ধ শিয়ালা বৈষ্ণৱৰ চৰিতৰ লগত এই কথাৰ মিল থকা দেখা গৈছে।

চন্দ্ৰৰ দৰে, বেদ-শাস্ত্ৰত নিপুণ, নানা গুণশালী, শ্ৰীসম্পন্ন, শুদ্ধ চৰিত্ৰ, কৃপালু, নানা প্ৰকাৰ মহৎকৰ্ম্মৰ অনুষ্ঠাতা বিষ্ণুপাধ্যায় দেৱ উপজিল। যাৰ মুখপদ্মৰ পৰা জ্ঞান লাভ কৰি ব্ৰাহ্মণসকল বেদৰ তত্ত্বজ্ঞ হৈছিল। তেওঁৰ পুত্ৰ সৰ্ব্বজনপ্ৰিয়, বেদাধ্যয়নশীল, যাগ্ৰৰত আৰু বেদাদি শাস্ত্ৰৰ অখণ্ড আধাৰ স্বৰূপ হ'ল। সেই বেদাচাৰ্য্যই শিষ্য সকলৰ কৌতূহল বশতঃ বহু শাস্ত্ৰৰ সংক্ষেপ কৰি এই গ্ৰন্থ ৰচনা কৰে।

ইয়াৰ পাচত এই গ্ৰন্থত যে বেদ-স্মৃতি বিৰুদ্ধ কথা নাই এই কথা কৈ গ্ৰন্থ সমাপ্তি কৰা হৈছে। (১)

(১) আসীৎ পূৰ্ব্বং সুৰগুৰুসমঃ কামৰূপেঽগ্ৰজন্মা
দৃষ্ট্বা ভূপং প্ৰমুদিত-মনাঃ প্ৰাৰ্থয়ামাস পৃথ্বীম্।
হাসং কৃত্বা তদনু নৃপতি ৰ্বাক্যমুচ্চৈৰ্বভাষে
আত্মানং মে বিৰসমভিতো জীৱয়স্বাত্মশক্ত্যা॥

তং পুৰন্দৰপালস্য পৰিহাসং দ্বিজোত্তমঃ।
শ্ৰুত্বা সঞ্জীৱয়ামাস তপ-মন্ত্ৰ-বলাস্ততঃ॥
পৰিতুষ্ট স্ততো ৰাজা তস্মৈঽপ্যতৰসুন্দৰাম্।
দদৌ ৰত্নানি ৰাসাংসি দৃষ্ট্বা কৰ্ম্মাতিমানুষম্॥
দিগ ৰাসাধ্যাদ্ৰিগুহিতা যস্য শাপাদধোগতা।
গান্ধাৰী-তৰুৰত্ৰাপি স্ফুচয়ত্যস্য তদ্বলম্॥
ধেনৱা পদ্মিনীতটে আস্তে সিদ্ধো যথা ধ্বজঃ।
মাতুঃ সপত্ন্যা বাক্যেন ধাত্ৰ্যক্ষিপদ্ বনে পুৰা॥
আত এব বনে সোঽপি জীৱিতো ব্ৰহ্ম শাসনাৎ।
ততঃ সপ্তৎসৰে পূৰ্ণে তীৰ্থাদাগত্য তৎপিতা॥

সেই কালৰ সমাজৰ সাম্প্ৰদায়িক সদ্ভাৱ, পৰধৰ্ম্ম-সহিষ্ণুতা আৰু নানা জাতিৰ নানা প্ৰকাৰ সংস্কৃতি তথা সভ্যতাৰ অৱদান আৰু সম্মিশ্ৰণত ওপজা বৃহত্তৰ কামৰূপীয় জাতীয় সংস্কৃতিৰ সন্ধান পাব পাৰোঁ হ'ক ।

প্ৰায় ৪০০০ শ্লোক সম্বলিত অথচ খণ্ডিত "আঙ্গিৰস ধৰ্ম্ম-শাস্ত্ৰ" বা "অঙ্গিৰস্-সংহিতা" নামৰ সাঁচিপতীয়া পুথি এখন পোৱা গৈছে।

অঙ্গিৰস্ সংহিতা — গ্ৰন্থৰ আৰম্ভতে যি যি বিষয় তাত সন্নিবেশিত কৰা হব বুলি কৈছে সেই সমুদায় বিষয় গ্ৰন্থখনত পোৱা নাযায়। গ্ৰন্থসমাপ্তি হোৱা বুলিও বুজা নাযায়। গতিকে সম্পূৰ্ণ পুথি এখন নাপালে গ্ৰন্থখনৰ স্বৰূপনিৰ্ণয় কৰা টান। ই এখন মনুসংহিতাতকৈও ডাঙৰ ধৰ্ম্ম-শাস্ত্ৰ। ৰেদাচাৰ্য্যকে আদি কৰি (খৃঃ ১৩ শ শতক) অসমীয়া নিবন্ধকাৰসকলে ইয়াৰ পৰাই অধিক বচন উদ্ধৃত কৰা যেন পাওঁ। ইয়াত, অসমত প্ৰচলিত ধৰ্ম্মাচৰণ-পদ্ধতিৰ সমৰ্থক শ্লোকবিলাক পোৱা যায়। আন দেশৰ গ্ৰন্থকাৰ-সকলে ইয়াৰ পৰা ইমান শ্লোক উদ্ধৃত কৰা নাই অসমীয়াসকলে যিমান কৰিছে। পুথিখন খণ্ডিত হোৱাৰ কাৰণে প্ৰাচীনসকলৰ উদ্ধৃত সমস্ত শ্লোক ইয়াত পোৱা নাযায়। আন দেশত 'অঙ্গিৰঃসংহিতা'ৰ যিবোৰ পুথি পোৱা হৈছে তাৰ কোনোখনতে ১৫১ তকৈ অধিক শ্লোক নাই [দ্ৰষ্টব্য—History of Dharma'sastra by M. M. P. V. kane, Section 39]। আন এখন "আঙ্গিৰস ধৰ্ম্ম-শাস্ত্ৰ" অডিয়াৰ লাইব্ৰেৰীৰ মুখপত্ৰ 'ব্ৰহ্মবিদ্যা'ত সম্প্ৰতি প্ৰকাশ হৈ ওলাইছে। এই গ্ৰন্থৰ 'পূৰ্ব্বাঙ্গিৰস্' আৰু 'উত্তৰাঙ্গিৰস্' নামৰ দুটা

ভাগত মুঠ ১২৭৭ টা শ্লোক আছে। ইও আমাৰ উল্লিখিত 'অঙ্গিৰস্-সংহিতাৰ লগত একে গ্ৰন্থ নহয়।

সম্ভৱতঃ নানা শাস্ত্ৰৰ পৰা বিশেষকৈ মৎস্যপুৰাণৰ পৰা বচন সংগ্ৰহ কৰি পৌৰাণিক মাৰ্গৰ সমৰ্থনৰ কাৰণে "স্বল্প মৎস্য-পুৰাণ" আৰু "কালিকাপুৰাণ", প্ৰধানতঃ তান্ত্ৰিক মাৰ্গৰ সমৰ্থনৰ কাৰণে "যোগিনীতন্ত্ৰ" আৰু শ্ৰৌত্ত বা স্মাৰ্ত্ত মাৰ্গৰ সমৰ্থনৰ অৰ্থে এই "আঙ্গিৰস ধৰ্ম্ম-শাস্ত্ৰ" এই দেশতে সঙ্কলন কৰা হৈছিল। ইয়াত যিবিলাক শ্লোক পোৱা যায় সেইবিলাক বা তাৰ সমাৰ্থক শ্লোক আন নানা গ্ৰন্থত আমি দেখিবলৈ পাওঁ হ'ক।

যাজ্ঞবল্ক্য সংহিতাৰ টীকা মিতাক্ষৰাত (খৃঃ ১০ ম শতক) অঙ্গিৰাৰ শ্লোক উদ্ধৃত কৰা হৈছে। পিচে সেই শ্লোক যে এইখন 'অঙ্গিৰস্-সংহিতাৰ' পৰাই তোলা হৈছিল তাৰ প্ৰমাণ নাই। কিন্তু অসমীয়া গ্ৰন্থকাৰবিলাকৰ উদ্ধৃত অঙ্গিৰাৰ বচনবিলাক ইয়াত পোৱা যায় আৰু যিখিনি পোৱা নাযায় সেইখিনিও পুথিৰ বিনষ্ট অংশত আছিল বুলি ভাবিব পাৰি; গতিকে এইখন গ্ৰন্থৰ পৰাই তেওঁবিলাকে বচন উদ্ধৃত কৰিছে বুলি নিশ্চয়কৈ কব পাৰি।

বেদাচাৰ্য্য আনুমানিক খৃঃ ১৩ শ শতকৰ লোক। এই গ্ৰন্থ অন্ততঃ তেওঁৰ এশ বছৰ পুৰ্ব্ববৰ্ত্তী বুলি ধৰি, আমি গ্ৰন্থৰ সময় খৃঃ ১২ শ শতকৰ আদি বা ১১ শ শতকৰ পৰাৰ্দ্ধ বুলি বুজিলোঁ হ'ক

ইয়াত নাৰায়ণৰ পৰা জগৎ সৃষ্টি বৰ্ণনা কৰা হৈছে। (১)

---

(১) জাতায়ান্তু নিসৃক্ষায়াং প্ৰাদুৰাসীত্ততঃ পুমান্।
নাৰায়ণঃ সহস্ৰাংশুঃ সিসৃক্ষুঃ স্বসমুদ্ভৱোজা

[ অঙ্গিৰস্ সংহিতা ১ম অধ্যায় ]

বিষ্ণু-পূজাৰ নিত্যতা, কৃষ্ণ যজুৰ্ব্বেদৰ তৈত্তিৰীয়াৰণ্যকোক্ত বিষ্ণু-গায়ত্ৰী আৰু তাৰ জপৰ বিধান, শ্ৰাদ্ধাদি কৰ্ম্মৰ আদ্যন্তত যজ্ঞেশ্বৰ বিষ্ণুৰ পূজা, কালৰ বিষ্ণুৰূপতা, চাতুৰ্ম্মাস্য, জন্মাষ্টমী, একাদশী, হৰিশয়নাদি নানা বৈষ্ণব ব্ৰত আৰু তদঙ্গ বিষ্ণু-পূজা বিষ্ণু-স্তোত্ৰ, আদি বিস্তৃত ভাবে দিয়া হৈছে। প্ৰবলভাৱে বৈষ্ণৱ সম্প্ৰদায়, তেতিয়া নাথাকিলে এই গ্ৰন্থত বিষ্ণুৰ এনে প্ৰাধান্য আশা কৰা নাযায়।

'যোগিনীতন্ত্ৰ'ৰ কোনো কোনো শ্লোক খৃঃ ১৬ শ শতকত প্ৰক্ষিপ্ত হলেও সমগ্ৰ তন্ত্ৰখন যে খৃঃ ১৪ শ শতকৰ পুৰ্ব্বেই ৰচিত

যোগিনীতন্ত্ৰ

হৈছিল এই কথা অস্বীকাৰ কৰিব নোৱাৰি। কাৰণ খৃঃ ষোড়শ শতকৰ বঙ্গীয় নিবন্ধকাৰ ৰঘুনন্দন ভট্টাচাৰ্য্য আৰু পুৰণি কামৰূপৰ স্মৃতিনিবন্ধকাৰ পীতাম্বৰ সিদ্ধান্তবাগীশ আদিয়ে এই গ্ৰন্থৰ উল্লেখ কৰি প্ৰমাণ উদ্ধৃত কৰিছে। আমি যদি গ্ৰন্থ খনক আন প্ৰামাণিক গ্ৰন্থৰ লগত সমকক্ষ প্ৰামাণ্য লাভৰ কাৰণে এশ বছৰো দিওঁ তেন্তে ইয়াৰ ৰচনাকাল খৃঃ ১৫ শ শতকৰ আদিভাগত পৰে।

সৰ্ব্বানন্দনাথ—প্ৰণীত "সৰ্ব্বোল্লাসতন্ত্ৰ" কুমিল্লাৰ ৰামমালা গ্ৰন্থাগাৰৰ পৰা প্ৰকাশ হৈ ওলাইছে। ইয়াৰ ইংৰাজী ভূমিকাত সুপণ্ডিত অধ্যাপক শ্ৰীদিনেশ চন্দ্ৰ ভট্টাচাৰ্য্য এম-এ মহাশয়ে এই গ্ৰন্থৰ সময় খৃঃ ১৫ শ শতকৰ মাজভাগ বুলি সযুক্তিক নিৰূপণ কৰিছে। এই গ্ৰন্থত 'যোগিনীতন্ত্ৰ'ৰ নামোল্লেখ-পূৰ্ব্বক বচন উদ্ধৃত কৰা হৈছে। আৰু এটা কথা এই যে, 'সৰ্ব্বোল্লাস' তন্ত্ৰৰ আৰম্ভণীতে চৌষষ্টিখন তন্ত্ৰৰ নামৰ তালিকা এটা দিবলৈ গৈ 'তোড়লতন্ত্ৰ'ৰ পৰা

যি বচন উদ্ধৃত কৰা হৈছে সেই 'তোড়লতন্ত্র'ৰ বাক্যত 'যোগিণীতন্ত্র'ৰ নামো উল্লিখিত আছে। আমি যদি 'তোড়লতন্ত্র'ৰ প্ৰামাণিক গ্ৰন্থান্তৰৰ লগত সম প্ৰামাণ্য প্ৰতিষ্ঠাৰ অৰ্থে এশ বছৰ আৰু 'যোগিণীতন্ত্র'ৰ প্ৰামাণিক গ্ৰন্থান্তৰৰ লগত সমান ভাৱে গণ্য হবৰ যোগ্যতা লাভৰ কাৰণে এশ বছৰ ধৰোঁ, তেতিয়া এই 'যোগিণীতন্ত্র' 'সৰ্ব্বোল্লাসতন্ত্ৰতকৈ' অন্ততঃ দুশ বছৰ পুৰণি হব লগা হয় আৰু সেয়ে হলে ইয়াক খৃঃ চতুৰ্দ্দশ শতকৰ পূৰ্ব্ববৰ্ত্তী বুলি অৱশ্যে ধৰিব লাগিব।

'যোগিণীতন্ত্র'ত কামৰূপৰ বৈষ্ণৱতীৰ্থৰ প্ৰসঙ্গত কোৱা বিষ্ণু-পূজা, বিষ্ণু-মাহাত্ম্য, গীতা-পাঠৰ বিধান আদিৰ পৰা সেই কালত বৈষ্ণৱ সম্প্ৰদায় আৰু বিষ্ণুৰ প্ৰতিপত্তি যে শৈৱাদি সম্প্ৰদায়ান্তৰ বা শিৱ দুৰ্গা আদি দেৱতান্তৰতকৈ অলপো কম নাছিল, সেইটো সহজে বুজা যায়।

ৱেদনিধি হলায়ুধৰ অধস্তন পঞ্চম পুৰুষ "কবিভাৰতী"ৰ প্ৰণীত যাগ-যজ্ঞ-বিষয়ক গ্ৰন্থ "মখপ্ৰদীপ"ত প্ৰসঙ্গ থকা সত্বেও যোগিণীতন্ত্ৰৰ পৰা কোনো বচন উদ্ধৃত কৰা নাই; কালিকাপুৰাণৰ পৰা হলে কৰিছে, গতিকে এওঁ যে যোগিণীতন্ত্ৰৰ প্ৰামাণ্য প্ৰতিষ্ঠাৰ পূৰ্ব্বে আৰু কালিকাপুৰাণৰ প্ৰামাণ্য প্ৰতিষ্ঠাৰ পাচত এই গ্ৰন্থ প্ৰণয়ন কৰিছিল সেইটো বুজা যায়। এই গ্ৰন্থকাৰ যে মৌদ্‌গল্য গোত্ৰৰ বেদজ্ঞ হলায়ুধ মিশ্ৰৰ অধস্তন পঞ্চম আছিল আৰু এই হলায়ুধ যে কান্যকুব্জত অঙ্গৰাজৰ শাসন প্ৰৱৰ্ত্তন হোৱাত তাৰ পৰা আহি কামৰূপত বাস কৰিছিল, এই কথা গ্ৰন্থকাৰে নিজে কৈছে। (১)

মখপ্ৰদীপ

---

(১) মৌদ্‌গল্য-সন্তান-পয়োধিসম্ভৱো মিশ্ৰোঽভৱদ্‌ৱেদনিধিৰ্হলায়ুধঃ।
যঃ কান্যকুব্জে স্ফুৰদঙ্গশাসনে শ্ৰীকামৰূপং স গতো ব্যভূষয়ৎ॥
তস্যাত্মজঃ শাস্ত্ৰ-নদীষু পাৰগঃ তাৰাপতিৰ্মিশ্ৰ উদাৰমানসঃ।
যঃ সাধুতাৰাগণমণ্ডলচ্ছৱি স্তস্যাপি সূনুৰ্হৰিমিশ্ৰ ইপ্সিতঃ॥

গ্ৰন্থকাৰৰ পূৰ্ব্ববৰ্ত্তী হলায়ুধ নামৰ বিখ্যাত বেদজ্ঞ পণ্ডিত তিনিজনৰ খবৰ আমি পাওঁ; এজন হলায়ুধ আছিল প্ৰাড্‌বিপাক (ন্যায়াধীশ) যাৰ কথা 'কল্পতৰু' আদি গ্ৰন্থত উল্লেখ কৰা হৈছে। মহাপণ্ডিত মহামহোপাধ্যায় কাণেৰ মতে এওঁৰ সম্ভাবিত সময় খৃ: ১১শ শতক। দ্বিতীয় আৰু এজন হলায়ুধ হ'ল বৎস্য গোত্ৰৰ, 'ব্ৰাহ্মণ-সৰ্ব্বস্ব' আদিৰ গ্ৰন্থকাৰ; গৌৰৰাজ লক্ষ্মণসেনৰ ধৰ্ম্মাধ্যক্ষ (ন্যায়াধীশ)। গতিকে এওঁ লক্ষ্মণসেনৰ সমসাময়িক অৰ্থাৎ খৃ. ১১শ শতকৰ শেষ বা ১২শ শতকৰ আদি ভাগত আছিল।

তৃতীয় আন এজন হলায়ুধ হৈছে "পিঙ্গলচ্ছন্দঃসূত্ৰ"ৰ মৃতসঞ্জীৱনী-টীকাকাৰ. 'কৱিৰহস্য' আদি গ্ৰন্থৰ প্ৰণেতা। কাণে মহাশয়ে সযুক্তিক কৈছে যে এই হলায়ুধ দক্ষিণাত্যৰ ৰাষ্ট্ৰকূট ৰজা কৃষ্ণৰাজৰ ৰাজ্যত হয়তো আগেয়ে আছিল পাচত অৱন্তীলৈ আহি ৰজা মুঞ্জৰ অধীনত বাস কৰে। গতিকে এওঁ খৃ: ১০ম শতকৰ পাচৰ হব নোৱাৰে। [History of dharmaśāstra P. 298]

তস্যাপি পুত্ৰো গুণৰত্নসজ্জনিঃ ৰত্নাকৰাচাৰ্য্য উদীৰ্ণকীৰ্ত্তিভূঃ।
যৎসম্ভৱদ্‌বংশমণি-প্ৰকাশনৈ স্তৎকামৰূপং শুশুভে শুভেহিতম্‌॥

তজ্জন্মাখিল-শিষ্য-কৈৰৱ-বিধুৰ্বিদ্যা-বিনোদোল্লসদ্‌।
ভট্টাচাৰ্য্য-সমাহ্বয়ঃশ্ৰিতবপুৰ্ব্ৰাহ্মণ্যমেৱাস সঃ॥

তজ্জঃ শ্ৰীকৱিভাৰতীক-সুকৃতিঃ কৃষ্ণাঙ্ঘ্ৰিপদ্মাশ্ৰিতঃ
সৎসজ্জেন মথপ্ৰদীপকমিদং সম্যক্‌ ততানাত্ত সঃ॥

আমি ভাবিছোঁ যে আমাৰ গ্ৰন্থকাৰৰ পূৰ্ব্বপুৰুষ হলায়ুধ 'ব্ৰাহ্মণ-সৰ্ব্বস্ব'কাৰ হলায়ুধৰ লগত এক হব নোৱাৰে; কাৰণ এজনৰ গোত্ৰ মৌদ্‌গল্য, আনজনৰ হ'ল বাৎস্য। তৃতীয়জনৰ লগতো এক বুলি কব নোৱাৰি; কাৰণ তেতিয়া হলে ৫ পুৰুষত প্ৰায় ২০০ বছৰতকৈও বেচি সময় ধৰি লব লগা হয় আৰু তেওঁ যে কান্যকুব্জৰ ব্ৰাহ্মণ আছিল এই কথা কব নোৱাৰি।

প্ৰথম উল্লিখিত ন্যায়াধীশ হলায়ুধ মিথিলা বা বঙ্গৰ আছিল আৰু এওঁৰ সময় খৃঃ ১১ শ শতক বুলি কাণে মহাশয়ে কৈছে। গতিকে আমি যদি তেওঁকে এই হলায়ুধ বুলি ধৰোঁ তেন্তে কোনো বিৰোধ নঘটে। কান্যকুব্জত অঙ্গৰাজৰ শাসন কোন সময়ত প্ৰবৰ্ত্তিত হৈছিল সেইটো জানিব পাৰিলে এই কালনিৰ্ণয়ত সুবিধা হ'ল হেতেন। পিচে এই বিষয়ে অধিক অনুসন্ধানলৈ নগৈ দেশৰ ঐতিহাসিক সকলৰ দৃষ্টি আকৰ্ষণ কৰা হ'ল। এই হলায়ুধ ১১ শ শতকৰ শেষ ভাগৰ হলে প্ৰতিপুৰুষত যদি আমি ৩০ বছৰকৈ ধৰোঁ তেন্তে গ্ৰন্থকাৰ কবিভাৰতীৰ সময় ১৩ শ শতকৰ মধ্যভাগ বুলি ধৰাটো অসঙ্গত নহব।

এই গ্ৰন্থৰ মঙ্গলাচৰণত গ্ৰন্থকাৰে ভগৱান্ কৃষ্ণৰ কিশোৰ মূৰ্ত্তিৰ লগত মহেশ্বৰ শিৱৰ মূৰ্ত্তিক মিহলাই হৰি-হৰাত্মক দেহৰ উপাসনা কৰিছে আৰু গ্ৰন্থত নানাপিনেদি বিষ্ণুক প্ৰাধান্য দিয়া হৈছে। গ্ৰন্থৰ শেষত গ্ৰন্থকাৰে নিজক বৈষ্ণৱ বুলি (কৃষ্ণাঙ্ঘ্ৰি পদ্মাশ্ৰিতঃ) স্পষ্টভাৱে কৈছে। প্ৰবল বৈষ্ণৱ সম্প্ৰদায় এটা থাকিলেহে এনে কথাটো সম্ভৱ।

বেদাচাৰ্য্য প্ৰণীত কামৰূপীয় স্মৃতিনিবন্ধ 'স্মৃতিৰত্নাকৰ' গ্ৰন্থ খনো খৃঃ ১৩ শ শতকৰ বুলি অনুমান কৰা হৈছে। তাৰ কাৰণ পঞ্চদশ শতকৰ দামোদৰ মিশ্ৰকে আদি কৰি অসমীয়া নিবন্ধকাৰ সকলে আৰু বঙ্গীয় নিবন্ধকাৰ ৰঘুনন্দন ভট্টাচাৰ্যাই (খৃঃ ১৬ শ শতক) এই গ্ৰন্থৰ নামোল্লেখ কৰিছে।

স্মৃতি-ৰত্নাকৰ

স্মৃতিৰত্নাকৰৰ শেষত গ্ৰন্থকাৰে নিজৰ বংশপৰিচয় দিবলৈ গৈ কৈছে যে "আগৰ দিনত কামৰূপত বৃহস্পতিতুল্য এজন ব্ৰাহ্মণ আছিল। তেওঁ ৰজা পুৰন্দৰপালক দেখা কৰি ভূমি প্ৰাৰ্থনা কৰিলে। ৰজাই হাঁহি কলে যে "মোৰ জীৱনটো বৰ নিৰস (অসুখীয়া) হৈছে, তুমি নিজৰ শক্তিৰে ইয়াক সঞ্জীৱিত কৰা।" ৰজা পুৰন্দৰপালৰ পৰিহাস বাক্য শুনি তেওঁ তেওঁক মন্ত্ৰ-বলেৰে সঞ্জীৱিত কৰিলে। তেনে আচৰিত কৰ্ম্ম দেখি ৰজাই তুষ্ট হৈ ব্ৰাহ্মণক ইচ্ছামতে ভূমি, ৰত্ন আৰু বস্ত্ৰ দান কৰিলে। দিগ্‌বাসা নামৰ পৰ্ব্বতীয়া নদী (?) তেওঁৰ শাপত জলৈ গৈছিল আজিও সৌ গামাৰী গছজোপাই তেওঁৰ সেই তপোবনৰ কথা সোঁৱৰাই দিয়ে। যেমবা পুখুৰীৰ পাৰত সিদ্ধধ্বজৰ দৰে সি (গছজোপা) আজিও আছে। তেওঁ জন্ম মাত্ৰে বিমাতাৰ কথামতে ধাত্ৰীয়ে বনত পেলাই দিছিল। পিচে বিধিৰ বিধানত নমৰাকৈ জীয়াই থাকিল। এবছৰৰ পাচত পিতাক তীৰ্থৰ পৰা ঘূৰি আহি জ্ঞানদৃষ্টিৰে পুত্ৰক চিনি পালে। এবছৰ বনত বন্য-জন্তুৰ লগত খেলি আছিল কাৰণে তেওঁৰ নাম থলে সম্বৎসৰ। (১) সেই সমুদ্ৰতুল্য শুদ্ধ বংশত

(১) আমাৰ দেশত প্ৰসিদ্ধ শিয়ালা বৈষ্ণৱৰ চৰিতৰ লগত এই কথাৰ মিল হোৱা দেখা গৈছে।

চন্দ্ৰৰ দৰে, বেদ-শাস্ত্ৰত নিপুণ, নানা গুণশালী, শ্ৰীসম্পন্ন, শুদ্ধ চৰিত্ৰ, কৃপালু, নানা প্ৰকাৰ মহৎকৰ্ম্মৰ অনুষ্ঠাতা বিষ্ণুপাধ্যায় দেৱ উপজিল। যাৰ মুখপদ্মৰ পৰা জ্ঞান লাভ কৰি ব্ৰাহ্মণসকল বেদৰ তত্বজ্ঞ হৈছিল। তেওঁৰ পুত্ৰ সৰ্ব্বজনপ্ৰিয়, বেদাধ্যয়নশীল, যাগৰত আৰু বেদাদি শাস্ত্ৰৰ অখণ্ড আধাৰ স্বৰূপ হ'ল। সেই বেদাচাৰ্য্যই শিষ্য সকলৰ কৌতূহল বশতঃ বহু শাস্ত্ৰৰ সংক্ষেপ কৰি এই গ্ৰন্থ ৰচনা কৰে।

ইয়াৰ পাচত এই গ্ৰন্থত যে বেদ-স্মৃতি বিৰুদ্ধ কথা নাই এই কথা কৈ গ্ৰন্থ সমাপ্তি কৰা হৈছে। (১)

(১) আসীৎ পূৰ্ব্বং সুৰগুৰুসমঃ কামৰূপেঽগ্ৰজন্মা
দৃষ্ট্বা ভূপং প্ৰমুদিত-মনাঃ প্ৰাৰ্থয়ামাস পৃথ্বীম্।
হাসং কৃত্বা তদনু নৃপতি ৰ্বাক্যমুচ্চৈৰ্বভাষে
আত্মানং মে বিৰসমভিতো জীবয়স্বাত্মশক্ত্যা॥
তৎ পুৰন্দৰপালস্য পৰিহাসং দ্বিজোত্তমঃ।
শ্ৰুত্বা সঞ্জীবয়ামাস তক্ষ-মন্ত্ৰ-বলাত্ততঃ॥
পৰিতুষ্ট স্ততো ৰাজা তস্মৈপ্সিতবসুন্ধৰাম্।
দদৌ ৰত্নানি বাসাংসি দৃষ্ট্বা কৰ্ম্মাতিমানুষম্॥
দ্বিজ ৰাসাখ্যাদ্ৰিদুহিতা যস্য শাপাদধোগতা।
গান্ধাৰী-তৰুৰস্যাপি সূচয়ত্যস্য তদ্বলম্॥
ধেনুৰা পদ্মিনীতটে আস্তে সিদ্ধো যথা ধ্বজঃ।
মাতুঃ সপত্ন্যা বাক্যেন ধাত্ৰ্যাক্ষিপদ্ বনে পুৰা॥
জাত এব বনে সোঽপি জীৱিতো ব্ৰহ্ম শাসনাৎ।
ততঃ সম্বৎসৰে পূৰ্ণে তীৰ্থাদাগত্য তৎপিতা॥

পুৰন্দৰপাল ৰজাৰ সময় খৃঃ ১১শ শতক বুলি পণ্ডিত-সকলে অনুমান কৰিছে। ইয়াত তেওঁৰ সময়ৰ পৰা গ্ৰন্থকাৰৰ সময়লৈ গামাৰী গছজোপা জীয়াই আছে বুলি কোৱা হৈছে। আমি গামাৰী গছজোপাৰ বয়স দুশতৈক বেচি নধৰি পূৰ্ব্বোক্ত প্ৰমাণৰ সহায়ত গ্ৰন্থকাৰৰ সময় খৃঃ ১৩শ শতক বুলি বুজিলোঁ।। এই গ্ৰন্থৰ এখন পুথি লণ্ডনৰ 'ইণ্ডিয়া অফিচ' গ্ৰন্থাগাৰতো হেনো আছে। কাথে মহাশয়ে তাৰেই উল্লেখ কৰি কৈছে যে এই গ্ৰন্থ কামৰূপৰ ৰজাৰ পৃষ্ঠপোষোকতাত ৰচিত হৈছিল। সম্ভৱতঃ

---

জ্ঞান দৃষ্ট্বা সুতংলব্ধা নাম তস্যাকৰোন্মুদা।
যতঃ সম্বৎসৰং পূৰ্ণং ৰমিতো বনজৈঃ সহ।
সম্বৎসৰেতি নাম্না ত্বং লোকে খ্যাতিং গমিষ্যসি॥
বংশে তস্যৈৱ শুদ্ধে জলনিধিসদৃশেঽতিগম্ভৰশ্মিৰ্যথাভূৎ
বেদে শাস্ত্ৰে চ নিষ্ঠঃ বিবিধগুণযুতঃ শ্ৰীযুতঃ শুদ্ধতাৰঃ।
যস্তাস্তাজাদ্ বিদিত্বা শ্ৰুতিৰসকুশলা ভূমিদেৱা বভূবুঃ
বিষ্ণুপাধ্যায়দেৱো বিবিধবিধগুৰুকৰ্ম্মবাদী কৃপালুঃ॥
তস্যাত্মজঃ সৰ্ব্বজনানুৰক্তঃ স্বাধ্যায় যুক্তোঽস্বজনে চ সক্তঃ।
অথগুৰুপাণি বসতি যস্মিন্ বেদাদিশাস্ত্ৰাণি বৰাণি কিঞ্চিৎ (?)॥
বেদাচাৰ্য্যেণ তেনৈৱ শিষ্যাদীনাং কুতূহলাৎ।
সংক্ষিপ্য বিস্তৰং শাস্ত্ৰং গ্ৰন্থঃ সংগ্ৰথিতোঽধুনা॥
বিৰুধ্যন্তে যেন ন বেদতান্ত্ৰিকম্
স্মৃতিপ্ৰণীতঞ্চ ন চান্যথা ভবেৎ।
তথৈৱ সংগৃহ্য চ শিষ্যসম্মতং
নিৰূপিতো ধৰ্ম্মময়ঃ সুগ্ৰন্থকঃ॥

সেই পুথিত পৃষ্ঠপোষক ৰজাজনৰ নাম উল্লেখ কৰা আছে। আমি বিখন পুথি পাইছোঁ। সি অতিশয় অশুদ্ধ আৰু আউল লগা গতিকে ইয়াতকৈ অধিক সম্বাদ ইয়াত পোৱা নগ'ল।

এই গ্ৰন্থৰ গ্ৰন্থকাৰে মঙ্গলাচৰণত,—যাৰ নাম স্মৰণ কৰিলে ভূত-ভবিষ্যৎ-বৰ্ত্তমান পাপ নষ্ট হয়, সেই জগতৰ আধাৰ হৰি-হৰাত্মক তত্ত্বক প্ৰণাম কৰিছে। (১) ইয়াত বিষ্ণুপূজাৰ কথা বিশেষকৈ কোৱা আছে, কোন দেৱতাক কি ফুল দিব লাগে এই বিষয়ে কৰবৈ গৈ বিষ্ণুৰ প্ৰিয় ফুলৰ কথাকে অধিককৈ কৈছে। বিষ্ণুৰ জাগৰ অনুষ্ঠানৰ বিধান ইয়াত বৰ্ণনা কৰা হৈছে। এই প্ৰসঙ্গতে, নানা বাদ্য সহকাৰে বিষ্ণুৰ গুণ-নাম গাই সাধুসকলেৰে সৈতে লগ লাগি নৃত্য কৰাটো আৱশ্যক কৰ্ত্তব্য বুলি বিধান দিয়া হৈছে। (২) তুলসী-ৰোপণ আৰু তুলসী-প্ৰতিষ্ঠাৰ কথাও ইয়াত কোৱা আছে আৰু ইয়াত ভাগৱতৰ নাম উল্লেখপূৰ্ব্বক শ্লোক উদ্ধৃত কৰা হৈছে।

---

(১) ত্ৰিকালোদ্ভৱ পাপানাং স্মৰণাদ্ যস্য নোদয়ঃ।
নমস্তস্মৈ জগদ্ধাত্ৰে নমো হৰি-হৰাত্মনে॥

(২) শ্ৰুত্বা জাগৰণং বিষ্ণোঃ যে ন গচ্ছন্তি তত্ৰ বৈ।
যমেন সুচিন্তং তেষাং নৰকং যাতনাময়ম্॥
যো ন নৃত্যতি মূঢ়াত্মা পুৰতো জাগৰে হৰেঃ।
পঙ্গুৰং তস্য জানীহি সপ্ত জন্মানি পাৰ্ব্বতি॥
যঃ পুনঃ কুৰুতে গীতং নৃত্যং জাগৰণে হৰেঃ।
ব্ৰাহ্ম্যং পদং ত্বদীয়ঞ্চ মদীয়ন্তস্য বৈষ্ণৱম্॥
পৰাপবাদসংযুক্তং মনস্তুষ্টি বিবৰ্জ্জিতম্।
শক্ত্যোপচাৰ ৰহিতমুদাসীনং সলি×কম্।
কলিযুক্তং বিশেষেণ জাগৰং ন চ মাধৱম্॥

আন এজন কামৰূপীয় স্মৃতিনিবন্ধকাৰ নীলাম্বৰাচাৰ্য্য। তেওঁৰ প্ৰণীত গ্ৰন্থ "কালকৌমুদী" আৰু কাত্যায়নীয়শ্ৰাদ্ধসূত্ৰৰ "প্ৰকাশ" নামৰ ভাষ্য। (১) এওঁৰ পিতাকৰ নাম সঙ্কৰ্ষণ আছিল। এই গ্ৰন্থকাৰ ১১৯৯ শকত বৰ্ত্তমান আছিল বুলি গ্ৰন্থকাৰৰ কথাৰ পৰাই বুজা যায়। কাতিৰ পৰা চ'তলৈ এই ছমাহত মলমাস লক্ষণগ্ৰস্ত মাহ দুটা সাধাৰণতঃ হব নোৱাৰে

নীলাম্বৰাচাৰ্য্য

---

সশাস্ত্ৰং জাগৰং যস্য নৃত্য-গান্ধৰ্ব্ব সংযুতম্।
সবাদ্যং তাল সংযুক্তং সদীপং সাধুভিৰ্যুতম্॥
শালগ্ৰাম শিলাগ্ৰেতু যঃ কৰোতি প্ৰজাগৰম্।
যামে যামে ফলং প্ৰোক্তং কোটি যজ্ঞ সমুদ্ভৱম্॥

[ স্মৃতিৰত্নাকৰ—পৃঃ ১০২ ]

এই জাগৰেই আমাৰ ব্যাস-সঙ্গীত ভাৱনা আৰু পাল নামৰ পূৰ্ব্ব অৱস্থা বুলি অনুমান কৰিব পাৰি। ইয়াত, গান্ধৰ্ব্ব অৰ্থাৎ নৃত্য-শাস্ত্ৰানুসাৰে অনুষ্ঠিত নৃত্য, গীত, বাদ্যৰ বিধানৰ দ্বাৰাই, সেই কালত শাস্ত্ৰানুমোদিত নৃত্য, গীত, বাদ্যৰ প্ৰচলন আছিল বুলি বুজা যায়।

(১) কাণে মহাশয়ে বম্বে ব্ৰাঞ্চ ৰয়েল এচিয়াটিক চোচাইটিৰ ক্যাটালগৰ পৰা ( B. B. R. A. S, Cat. No. 511. P. 170 ) প্ৰকাশ নামৰ কাত্যায়ন সূত্ৰ ভাষ্যৰ গ্ৰন্থকাৰৰ নাম হলায়ূ বুলি উল্লেখ কৰিছে। [History of Dharmasastra P. 301] আমাৰ দেশত এই গ্ৰন্থ বহুল ভাবে প্ৰচলিত; পুথিও অনেক পোৱা হৈছে। এইবিলাকৰ সকলোতে গ্ৰন্থকাৰৰ নাম নীলাম্বৰাচাৰ্য্য দিয়া আছে। গতিকে কাণে মহাশয়ৰ উল্লিখিত পুথিত হলায়ুধ নামটো প্ৰামাদিক বুলিয়ে কব লাগিব।

এই বিষয়ে জীমূতবাহনে কালবিবেক গ্ৰন্থত কৈছে যে ৯৫৫ শকত এই নিয়মৰ ব্যভিচাৰ ঘটিছিল (অৰ্থাৎ এই ছমাহৰ ভিতৰতে মলমাস লক্ষণগ্ৰস্ত ভেনে মাহ দুটা হৈছিল) বুলি অমুক ভট্টই লিখিছে। জীমূতবাহনৰ এই কথা উদ্ধৃত কৰি আমাৰ এই গ্ৰন্থকাৰে কৈছে যে "আমি ১১৯৯ শকত এনে ব্যভিচাৰ হোৱা দেখিছোঁ।" (১) ইয়াৰ দ্বাৰা তেওঁ যে সেই সময়ৰ অৰ্থাৎ খৃঃ ১৩শ শতকৰ পৰাৰ্দ্ধৰ লোক আছিল সেইটো নিঃসন্দেহে বুজা যায়। এই গ্ৰন্থকাৰে বিষ্ণুপুৰাণৰ টীকাও এটা কৰিছিল বুলি নিজেই কৈছে। (২) তেওঁৰ "বিষ্ণুপুৰাণৰ টীকাগ্ৰন্থখন পোৱা হলে আমাৰ দেশৰ বৈষ্ণৱ-ধৰ্ম্ম আৰু সম্প্ৰদায়ৰ বিষয়ে আৰু অনেক কথাই জানিব পৰা গ'ল-হেতেন। পিচে দুখৰ বিষয় এই যে অনুসন্ধান কৰিও এতিয়া পৰ্য্যন্ত পুঁথিখন থকাৰ কোনো সম্বাদ পোৱা নাই। বিষ্ণুপুৰাণৰ নিচিনা বিখ্যাত বৈষ্ণৱ-শাস্ত্ৰ এখনৰ টীকা কৰাৰ কাৰণেই গ্ৰন্থকাৰ যে বৈষ্ণৱ আছিল সেইটো বুজিব পাৰি। ইয়াৰ দ্বাৰা এইটোও নিঃসন্দেহে বুজা যায় যে সেই কালতো এই দেশত এই গ্ৰন্থৰ বহুল প্ৰচাৰ আৰু জনসমাজত সমাদৰ আছিল, নহলেনো এই বিদগ্ধ পণ্ডিতজনে এই গ্ৰন্থৰ টীকা কৰিবলৈ যাব কিয়? কাত্যায়ন সূত্ৰ ভাষ্যৰ মঙ্গলাচৰণত গ্ৰন্থকাৰে— বৈদিক ধৰ্ম্ম প্ৰকাশৰ কাৰণে

---

(১) "অস্মাভিস্ত্বেতত্তুল্য এব ব্যভিচাৰোঽদ্বৈকন্যূন দ্বাদশ শত শকাব্দে দৃষ্টঃ।" [শ্ৰাদ্ধভাষ্য—পৃঃ ৩১।

(২) "অস্যাৰ্থোঽস্মৎকৃতায়াং বিষ্ণুপুৰাণটীকায়ামনুসন্ধেয়ঃ।" [তথা—পৃঃ ৬৯]

যাৰ নিশ্বাসৰূপে ষড়ঙ্গৰ সহিত বেদৰাশিৰ প্ৰকাশ হৈছিল সেই ব্ৰহ্মৰ উপাসনা কৰি বিঘ্ননাশৰ কাৰণে গণেশক প্ৰাৰ্থনা কৰিছে। (১)

'কালকৌমুদী' গ্ৰন্থতো বিষ্ণু-পূজা, বৈষ্ণৱ-ব্ৰত আদি বৈষ্ণৱাচাৰৰ কথা প্ৰচুৰভাৱে কোৱা হৈছে।

আৰু এজন কামৰূপীয় স্মৃতি-নিবন্ধকাৰ শ্ৰীধৰভট্ট; এওঁ খ্ৰঃ ১৪ শ শতকৰ লোক আছিল বুলি অনুমান কৰিব পাৰি। খ্ৰঃ ১৫ শ শতকৰ মধ্যভাগৰ নিবন্ধকাৰ ৰাজগুৰু দামোদৰ মিশ্ৰই এওঁৰ গ্ৰন্থ বৰ্ষপ্ৰদীপৰ উল্লেখ কৰি বচন উদ্ধৃত কৰিছে। এই গ্ৰন্থকাৰে মঙ্গলাচৰণত পৰমাত্মাক প্ৰণাম কৰি বৰ্ষপ্ৰদীপ গ্ৰন্থ আৰম্ভ কৰিছে। (২) গ্ৰন্থত বৈষ্ণৱ-ব্ৰত, বৈষ্ণৱৰ লক্ষণ, (৩) বিষ্ণু-পূজা, হৰিনামৰ সৰ্ব্বপাপক্ষয়কাৰকতা,

শ্ৰীধৰ ভট্ট

(১) ব্ৰহ্মধৰ্ম্ম প্ৰকাশাৰ্থী যস্মামী বেদৰাশয়ঃ।
ষড়্ভিৰঙ্গৈৰ্য্যুতাঃশ্বাসা ব্ৰহ্ম তচ্ছ্ৰেয়সেঽস্তু নঃ॥
গজাননস্যাদিবিসৰ্গকালে স্তোত্ৰং বিধাত্ৰা বিহিতং নিশম্য।
হৰ্ষাৎ প্ৰবৃত্তানি শুভাবহানি নিঘ্নন্তু বিঘ্নং শুক বৃংহিতানি॥

(২) প্ৰণম্য পৰমাত্মানমালোক্য গ্ৰন্থসংহতিম্।
বৰ্ষপ্ৰদীপঃ ক্ৰিয়তে ভট্ট শ্ৰীশ্ৰীধৰেণ বৈ॥

(৩) তীৰ্থসেৱা স্তুতিপৰো হৰেৰ্দ্দেবাত্মনিন্দকঃ।
বিষ্ণুভক্তিযুতো মৰ্ত্ত্যো শ্ৰীমান্ বৈষ্ণৱ উচ্যতে। ইত্যাদি।
[বঃ প্ৰঃ ৪৫]

গুৰু শুশ্ৰূষয়া ভক্ত্যা সৰ্ব্বলাভাৰ্পণেন চ।
সঙ্গেন সাধু ভক্তানামীশ্বৰাৰাধনেন চ॥
শ্ৰদ্ধয়া তৎকথাখ্যায়াং কীৰ্ত্তনৈ গুণকৰ্ম্মণাম্।
তৎপাদাম্বুৰুহধ্যান-তল্লিঙ্গেক্ষাৰ্হণাদিভিঃ॥

চতুৰ্ব্বৰ্গসাধনতা বিশেষকৈ মোক্ষহেতুতা আদি হৰিনাম মাহাত্মা, (১) গীতা-ভাগৱত পাঠৰ মাহাত্মা, (২) নব বিধ বিষ্ণুভক্তি, (৩) হৰিভক্ত

---

হৰিঃ সৰ্ব্বেষু ভূতেষু ভগৱানাত্মা ঈশ্বৰঃ।
ইতি ভূতানি মনসা কামস্তান্ সাধু মানযেৎ॥ ইত্যাদি।

(১) ন দেশ নিয়মস্তত্র ন কাল নিয়মস্তথা।
নোচ্ছিষ্টাদৌ নিষেধোঽস্তি হৰের্নামনি লুব্ধক॥
সাংকেত্যং পাৰিহাস্যং বা স্তোভং হেলনমেৱ বা।
বৈকুণ্ঠনামগ্ৰহণমশেষাঘহৰং বিদুঃ॥
দান ব্ৰত তপস্তীৰ্থ ক্ষেত্ৰাদীনাস্তু যা স্থিতাঃ।
শক্তয়ো দেৱ মহত্তাং সৰ্ব্বপাপহৰাঃ শুভাঃ॥
ৰাজসূয়াশ্বমেধানাং জ্ঞানস্বাধ্যায়বস্তুনঃ।
আকৃষ্য হৰিণা সৰ্ব্বা স্থাপিতাঃ স্বেষু নামসু॥

× × ×

সংস্মৰন্ সংস্মৰন্ বিষ্ণুং নামান্যুচ্চাৰয়ন্ হৰেঃ।
মহাপাতক সংযুক্তো ব্ৰজেদ্বিষ্ণোশ্চ মন্দিৰম্॥ ইত্যাদি।

(২) গীতাধ্যায়ং পঠেদ্যস্তু শ্লোকাৰ্দ্ধং শ্লোকমেৱ বা।
সৰ্ব্বপাপ-বিনিৰ্ম্মুক্তো যাতি বিষ্ণোঃ পৰংপদম্॥ ইত্যাদি।
স্তোত্ৰাণাং পৰমং স্তোত্ৰং বিষ্ণোৰ্নাম সহস্ৰকম্।
হিত্বা স্তোত্ৰ সহস্ৰাণি পঠনীয়ং মহামুনে॥ ইত্যাদি।
মহাভাগৱতাখ্যস্য পুৰাণস্যৈকমক্ষৰম্।
যঃ পঠেৎ পৰয়া ভক্ত্যা গো প্ৰদান ফলং লভেৎ॥ ইত্যাদি।

(৩) বিষ্ণুভক্তিশ্চ মহাভাগৱত উক্তাঃ—
শ্ৰৱণং-কীৰ্ত্তনং বিষ্ণোঃ স্মৰণং পাদসেৱনম্।
অৰ্চ্চনং-বন্দনং দাস্যং সখ্যমাত্মনিবেদনম্॥ ইত্যাদি।

চাণ্ডালাদিৰো পুজাতা, হৰিসেৱা স্থলত অস্পৃশ্যতাৰ অভাৱ (১) আদিৰ বিধান বিস্তৃতভাৱে দিয়া হৈছে। হৰিনাম-মাহাত্ম্যবৰ্ণনা প্ৰসঙ্গত ভাগৱতপুৰাণৰ পৰাও অনেক শ্লোক উদ্ধৃত কৰা হৈছে। ইয়াৰ দ্বাৰাই তেতিয়া যে ইয়াত ভাগৱত পুৰাণৰ প্ৰচাৰ আৰু প্ৰভাৱ আছিল সিওটো বুজা যায়।

'স্মৃতিপদ্ম' নামৰ আন এখন প্ৰায়শ্চিত্ত-বিষয়ক কামৰূপীয় নিবন্ধ গ্ৰন্থ আছে। এইখনৰ নামো দামোদৰ মিশ্ৰই (খৃ: ১৫ শ শতক) উল্লেখ কৰিছে। গতিকে ইও সম্ভৱত: ১৪ শ শতকৰ ভিতৰত বা তাৰ আগেয়ে সঙ্কলিত হৈছিল। এই গ্ৰন্থৰ মঙ্গলাচৰণত বিষ্ণুক প্ৰণাম কৰা হৈছে (২) গতিকে ইয়াৰ অজ্ঞাতনামা গ্ৰন্থকাৰজন যে বৈষ্ণৱ আছিল তাত কোনো সন্দেহ নাই।

স্মৃতিপদ্ম

কামৰূপৰ সুপ্ৰসিদ্ধ স্মৃতি-নিবন্ধকাৰ ৰাজগুৰু দামোদৰ মিশ্ৰই ১৩৫৫ শকত (শাকে পঞ্চ পঞ্চ ত্ৰিচন্দ্ৰকে) গঙ্গাজল, ১৩৫৬ শকত (ঋতুবান ত্ৰয়োদশে) 'স্মৃতি-সাগৰসাৰ' আৰু ১৩৭৫ শকত (ত্ৰয়োদশশতে শাকে পঞ্চ সপ্ততিকাধিকে)

ৰাজগুৰু দামোদৰ মিশ্ৰ

(১) বিষ্ণ্বালয় সমীপস্থান্ বিষ্ণুসেৱাৰ্থমাগতান্।
চাণ্ডালান্ পতিতান্ বাপি স্পৃষ্ট্বা ন স্নানমাচৰেৎ॥
উৎসৱে বাসুদেৱস্য যো নৰোঽশুচিশঙ্কয়া।
তাদৃশং কল্মষং দৃষ্ট্বা সৱাসা জলমাবিশেৎ।

(২) লক্ষ্মীকৰাজ-সমৃষ্ট-দিব্যপাদায় জিষ্ণৱে।
সংসাৰাৰ্ণৱ-ভূপাৰসেতৱে বিষ্ণৱে নমঃ॥

"শান্তিশতক"ৰ 'সুব্যক্তপঞ্জিকা' নামৰ টীকা প্ৰণয়ন কৰে। গতিকে এওঁ যে খ্ৰীঃ পঞ্চদশ শতকৰ আৰম্ভৰ পৰা খ্ৰীঃ ১৪৫৪ লৈ জীৱিত আছিল সেইটো নিশ্চিত। এওঁৰ গ্ৰন্থত বৈষ্ণৱ-ব্ৰত আৰু বিষ্ণু-পূজাৰ বিধান বৰ্ণনা কৰা আছে। সম্ভৱতঃ এই গ্ৰন্থকাৰ বৈষ্ণৱ নাছিল; 'স্মৃতিনিবন্ধ'ৰ আৰম্ভতে গ্ৰন্থকাৰে পৰমাত্মা আৰু পৰমেশ্বৰী উমাক প্ৰণাম কৰিছে। (১) 'শান্তিশতক'ৰ টীকাৰ মঙ্গলাচৰণতো অক্ষৰক্ষৰ-বিগ্ৰহ, পুৰুষ প্ৰকৃতি দুইৰো নিয়ন্তা পৰমাত্মাকহে প্ৰণাম কৰিছে। (২) এই গ্ৰন্থকাৰৰ প্ৰণীত আৰু এখন গ্ৰন্থৰ ভগ্নাৱশেষ, এটা পাত সম্প্ৰতি পোৱা গৈছে। এইখন শ্ৰীশঙ্কৰাচাৰ্য্য কৃত 'হস্তামলক স্তোত্ৰ'ৰ টীকা গ্ৰন্থ আছিল। ইয়াৰ মঙ্গলাচৰণতো মহেশ্বৰক প্ৰণাম কৰা হৈছে। (৩) 'শান্তিশতক' সেই সময়ৰ আমাৰ দেশৰ বৈষ্ণৱসকলৰ আদৃত গ্ৰন্থ আছিল। শ্ৰীশঙ্কৰদেৱে 'ভক্তিৰত্নাকৰ'ত ইয়াৰ পৰা প্ৰমাণ বাক্য উদ্ধৃত কৰিছে। এই টীকাকাৰেও টীকাত বিষ্ণুৰ উপাস্যতা সমৰ্থন কৰিছে। তেতিয়া বৈষ্ণৱ-ধৰ্ম্ম আৰু সম্প্ৰদায়ৰ বিশেষ পৰোভৱ নাথাকিলে

(১) প্ৰণম্য পৰমাত্মানমুমাঞ্চ পৰমেশ্বৰীম্।
দামোদৰো মহামিশ্ৰঃ কুৰুতে সাৰসংগ্ৰহম্॥
প্ৰণম্য পৰমাত্মানং প্ৰসাদ্য পৰমেশ্বৰীম্।
প্ৰায়শ্চিত্তমহং বক্ষ্যে সংক্ষিপ্য গ্ৰন্থ বিস্তৰম্॥

(২) প্ৰণম্য পৰমাত্মাণমক্ষৰাক্ষৰ-বিগ্ৰহম্।
ব্যাকুৰ্ব্বে শান্তিশতকমত্ৰ ব্ৰহ্মসনাতনম্॥

(৩) প্ৰণম্য পৰমপ্ৰীত্যা বিনিৰ্ম্মাতি মহেশ্বৰম্।
মিশ্ৰো দামোদৰো যত্নৈৰ্হস্তামলকপঞ্জিকাম্॥

গ্ৰন্থকাৰ এই বৈষ্ণৱ-গ্ৰন্থৰ টীকা কৰিবলৈ প্ৰবৃত্ত নহ'লহেঁতেন।

ভট্টদেৱে কথাগীতাত গীতাৰ দামোদৰী টীকা এটাৰ উল্লেখ কৰিছে আৰু সেই টীকাত যে জ্ঞান-কৰ্ম্ম আৰু ভক্তিক সমভাৱে কোৱা হৈছে এই কথাও তেৱাঁই প্ৰকাশ কৰিছে। (১) সম্ভৱতঃ সেই দামোদৰী টীকাটি এই দামোদৰ মিশ্ৰৰে ৰচিত আছিল। যিজনে শান্তিশতকৰ আৰু হস্তামলকস্তোত্ৰৰ টীকা লিখিছে গীতাৰ টীকাটিও সেইজনেই লিখিছিল বুলি অনুমান কৰিব পাৰি।

ৰাজা নৰনাৰায়ণৰ গুৰু আৰু সভা-পণ্ডিত 'প্ৰয়োগ ৰত্নমালা' ব্যাকৰণৰ গ্ৰন্থকাৰ মহামহোপাধ্যায় পুৰুষোত্তম বিদ্যাবাগীশ আৰু 'অষ্টাদশ কৌমুদী'ৰ গ্ৰন্থকাৰ মহামহোপাধ্যায় পীতাম্বৰ সিদ্ধান্তবাগীশ উভয়ে পৰম বৈষ্ণৱ আছিল। যি বছৰত শ্ৰীশঙ্কৰৰ 'ৰামবিজয়' নাট ৰচিত হৈছিল সেই বছৰতে

পুৰুষোত্তম বিদ্যাবাগীশ আৰু পীতাম্বৰ সিদ্ধান্তবাগীশ

(১) "যদ্যপি আমি শ্ৰীকৃষ্ণৰ প্ৰসাদে শ্ৰীধৰী শাঙ্কৰী দামোদৰী ভাস্কৰী চাৰিও টীকা বিচাৰ কৰিছি, তথাপি প্ৰায় শ্ৰীধৰী টীকাৰ মতে কথা নিবন্ধিবো; তাহাৰ যুক্তি শুনা। শাঙ্কৰী টীকা জ্ঞানক প্ৰধান কৰি ব্যাখ্যা কৰে; ভাস্কৰী কৰ্ম্মক প্ৰধান কৰে, শ্ৰীধৰী ভক্তি মাত্ৰ নিৰূপণ কৰে, দামোদৰী তিনিয়ো যোগ সমে কহে।" [ কথাগীতা—১ম অঃ—পৃঃ ২।

হে সামাজিকসব, দামোদৰী টীকায়ে কহিছা, দুষ্কৰ দেখাইবে লাগি ভগৱন্তে কৰ্ম্মযোগ জ্ঞানক প্ৰথমে কহিলা। সুগম ভক্তিযোগ ইদানীক কহিবা। [ তথা ৬ অঃ—পৃঃ ৪৯

ৰত্নমালা ব্যাকৰণৰ ৰচনাও শেষ হৈছিল। (১) প্ৰয়োগ ৰত্নমালাৰ প্ৰতিবিন্যাসৰ (প্ৰকৰণৰ) আৰম্ভতে মুৰলীধাৰী নন্দ-নন্দন শ্ৰীকৃষ্ণক স্তুতি কৰি মঙ্গলাচৰণ কৰা হৈছে। সিদ্ধান্তবাগীশেও প্ৰতি গ্ৰন্থৰ আৰম্ভতে মাধৱ-বিষ্ণুৰ আৰাধনা কৰিছে।

প্ৰাক্ শঙ্কৰী যুগৰ অসমীয়া কবি মাধৱ কন্দলিও বৈষ্ণৱ আছিল বুলিয়ে বুজা যায়। তেওঁ ৰামায়ণৰ পদ ৰচনা কৰিছে আৰু খাণ্ডৱদাহৰ ঘটনালৈ 'দেৱজিৎ' নামৰ কাব্যখন ৰচনা কৰিছে। এই কবি খৃঃ ১৪ শ শতকৰ আছিল বুলি পণ্ডিতসকলে অনুমান কৰে। শ্ৰীশঙ্কৰে ৰামায়ণ উত্তৰ-কাণ্ডৰ পদত এই কবিৰ নাম সসম্মানে উল্লেখ কৰিছে। (২)

প্ৰাক্‌শঙ্কৰী অসমীয়া বৈষ্ণৱ-সাহিত্য

'প্ৰহ্লাদ-চৰিত' পদ ৰচোতা হেম সৰস্বতী আৰু 'বভ্ৰুবাহনৰ যুদ্ধ' প্ৰণেতা হৰিবৰ বিপ্ৰ দুৰ্লভনাৰায়ণ ৰজাৰ দিনৰ কবি আছিল; গতিকে এওঁবিলাকৰ সময়ো খৃঃ ১৪ শ শতক। এই সময়ৰ ভিতৰতে কবিৰত্ন সৰস্বতীয়ে 'জয়দ্ৰথ বধ' আৰু ৰুদ্ৰ কন্দলিয়ে 'সাত্যকি প্ৰৱেশ' গ্ৰন্থ প্ৰণয়ন কৰে। এই গ্ৰন্থবিলাকত হৰ-গৌৰীৰ সেৱা বা উপাসনাৰ যেনে প্ৰমাণ আছে—হৰি-সেৱা বা বিষ্ণু-ধৰ্ম্ম

(১) গগণ গ্ৰহ মনু শাকে (১৪৯০ শক) নাকেন্দ্ৰাচাৰ্য্য বাসৰে।
অধিপৌৰ্ণমাসী পূৰ্ণা সমপদ্যত শব্দবিন্যেয়ম্ ॥
[ "প্ৰয়োগ ৰত্নমালা"ৰ পুষ্পিকা

বিন্দু ৰন্ধ্ৰ বেদ চন্দ্ৰ শাকে শঙ্কৰসংজ্ঞিতঃ।
শ্ৰীৰামবিজয়ং নাম নাটকং ব্যিদধেঽধুনা ॥
[ "ৰামবিজয়" নাটৰ সমাপ্তি শ্লোক ]

(২) পূৰ্ব্বকবি অপ্ৰমাদী মাধৱ কন্দলি আদি—তেহে বিৰচিলা ৰাম কথা।

থকাৰো তেনে প্ৰমাণ পোৱা যায়। ইয়াৰ বাহিৰেও দুৰ্গাবৰ, পীতাম্বৰ আদি কবিসকলৰ ৰামায়ণ, ভাগৱত আৰু বামনপুৰাণ আদিৰ পদ ভাঙনিয়ে ও প্ৰাক্ শঙ্কৰী যুগত বৈষ্ণৱ-ধৰ্ম্ম আৰু সম্প্ৰদায়ৰ প্ৰভাৱ প্ৰতিপত্তি আৰু অসমীয়া সাহিত্য নিৰ্ম্মাণত পণ্ডিতসকলে আত্মনিয়োগ কৰিব ধৰাটো প্ৰমাণ কৰে।

কামৰূপত বা অসমত প্ৰচলিত সমস্ত শ্ৰৌত স্মাৰ্ত্ত পৌৰাণিক তান্ত্ৰিক কৰ্ম্মৰ আৰম্ভতে অৱশ্য কৰ্ত্তব্য যি পঞ্চদেৱতা-পূজা আৰু

প্ৰাক্ শঙ্কৰী ধৰ্ম্মানুষ্ঠানত বিষ্ণুৰ প্ৰাধান্য

যজ্ঞেশ্বৰ বিষ্ণুৰ পূজা আছে তাতো সকলো দেৱতাতকৈ বিষ্ণুক প্ৰাধান্য দিয়া হৈছে আৰু অনন্যশৰণ বিষ্ণু-ভক্তয়ো এই পূজাৰ অনুষ্ঠান কৰিলে যাতে তেওঁৰ ভক্তি ব্যভিচাৰ-দোষ নঘটে তেনে ভাৱে পদ্ধতি ৰচনা কৰা হৈছে।

আমাৰ দেশত প্ৰচলিত পঞ্চদেৱতা-পূজা অকল পাঁচজনা দেৱতাৰ পূজা নহয় সমস্ত দেৱ-দেৱীৰ পূজা। গতিকে 'পঞ্চদেৱতা' শব্দটো

পঞ্চ দেৱতা পূজাত বিষ্ণু-ভক্তিৰ ব্যভিচাৰ নহয়

"পঞ্চাম্ৰ", "ষোড়শ পিণ্ড" আদিৰ দৰে পাৰিভাষিক। এই পঞ্চদেৱতা-পূজা আমাৰ দেশত স্মৰণাতীত কালৰ পৰাই একে দৰে চলি আছে বৈষ্ণৱ যুগৰ পৰম বৈষ্ণৱসকলৰ মাজতো ইয়াৰ প্ৰচলনৰ ব্যতিক্ৰম ঘটাৰ কোনো প্ৰমাণ পোৱা নাযায়। ইয়াত সমস্ত কৰ্ম্মৰ অন্তত ভগৱদ্-বাসুদেৱ-পাদপদ্মত সমৰ্পণ আৰু বিষ্ণুনাম স্মৰণ-কীৰ্ত্তনৰ দ্বাৰা অচ্ছিদ্ৰাৱধাৰণ কৰিব লগা নিয়মটোৱেও বিষ্ণু-বৈষ্ণৱৰ প্ৰাধান্যৰ কথাকে সোঁৱৰাই দিয়ে। কি শাক্ত; কি শৈৱ, কি বৈষ্ণৱ সকলোৱে এই পদ্ধতি অনুসাৰে বিষ্ণুস্মৰণ পূৰ্ব্বক পঞ্চদেৱতাৰ পূজাৰে কৰ্ম্ম আৰম্ভ কৰে

আৰু বিষ্ণুস্মৰণৰ দ্বাৰাই সমাপন কৰে। একান্ত ভক্তয়ো এই পদ্ধতি মতে পঞ্চদেৱতা পূজা কৰিলে যে ভক্তি ব্যভিচাৰ দোষ নঘটে এই কথাটো অলপ বহলভাৱে কোৱা য'ক।

ব্যভিচাৰ মানে যিটোৰ লগত যাৰ সম্বন্ধ আছে বা থকা উচিত তাক বাদ দি তাতকৈ ভিন্ন বস্তুৰ লগত সম্বন্ধ কৰা, (বি=বিৰুদ্ধ বা তদন্যৰ, অভিচাৰ= অভিমুখে ধাৱন)। কোনো এজনী তিৰোতাক বিবাহ ক্ৰিয়াৰ দ্বাৰা তেওঁৰ স্বামীৰ লগত যি দাম্পত্য সম্বন্ধ কৰি দিয়া হ'ল, তেওঁ যদি সেই স্বামীক বাদ দি তদ্ভিন্ন বাহিৰা পুৰুষৰ লগত সম্বন্ধ (সহবাস) কৰে তেন্তে তেওঁক ব্যভিচাৰিণী বোলা হয়। কিন্তু সেই পুৰুষ যদি নিজপতিতকৈ অত্যন্ত ভিন্ন বা বাহিৰা লোক নহয়—অৰ্থাৎ পতিৰ লগত যদি অভিন্ন বা একে হয় তেন্তে তেওঁৰ লগত সহবাসৰ দ্বাৰা স্ত্ৰীৰ ব্যভিচাৰ দোষ নঘটে। এই কথাটো অৰ্থাৎ পতিৰ লগত অভিন্ন পুৰুষ বুলি কোৱাটো সাধাৰণ দৃষ্টিত অসম্ভৱ বা নিৰৰ্থক হলেও শাস্ত্ৰীয় দৃষ্টিত বিশেষকৈ বৈষ্ণৱৰ দৃষ্টিত এই কথাৰ সাৰ্থকতাৰ স্থান বা উদাহৰণ এটা আছে। সেইটো হৈছে গোপীসকলৰ লগত শ্ৰীকৃষ্ণৰ ৰাস-ক্ৰীড়া। তাত গোপীসকলৰ ভগৱান শ্ৰীকৃষ্ণৰ লগত সহবাস কৰা সত্বেও ব্যভিচাৰ দোষ নঘটাৰ কাৰণ এই যে, শ্ৰীকৃষ্ণ সকলোৰে অন্তৰ্য্যামী পৰমাত্মা, গতিকে গোপীসকলৰ নিজ নিজ পতিতকৈ তেওঁ অত্যন্ত ভিন্ন বা বাহিৰা পুৰুষ নহয়; নিজ নিজ পতিৰ সত্তাও তেওঁৰ সত্তাতে জড়িত গতিকে নিজ নিজ পতিৰ লগত তেওঁৰ ঐক্য

ভক্তি-ব্যভিচাৰ কি?

আছে। এই কাৰণে তাত পতিৰ বাহিৰা পুৰুষৰ লগত গোপী-সকলৰ সহবাস ঘটা নাই পতিৰ লগত অভিন্ন পুৰুষৰ লগতহে সহবাস হৈছে; তেওঁৰ (শ্ৰীকৃষ্ণৰ) সেৱাৰ দ্বাৰা তেওঁবিলাকৰ পতিয়ে সেৱিত হৈছে। সেইহে তাত ব্যভিচাৰ দোষ নঘটিল। কৃষ্ণ যদি ভগৱান্ পৰমাত্মা নহৈ কেৱল সাধাৰণ পুৰুষ হ'লহেতেন তেন্তে তেওঁৰ সহযোগত গোপীসকল ব্যভিচাৰিণী হ'লহেতেন। ভগৱান্ শ্ৰীকৃষ্ণৰ পৰদাৰ গমন দোষ কিয় নহ'ল? পৰীক্ষিৎ ৰজাৰ এই প্ৰশ্নৰ উত্তৰত ভাগৱতত মহাভাগৱত শুকে; 'ভাৱাৰ্থ-দীপিকা' টীকাত শ্ৰীধৰস্বামীয়ে আৰু দশম কীৰ্ত্তনত শ্ৰীশঙ্কৰদেৱেও যি কৈছে তাৰ দ্বাৰাও অৰ্থতঃ এই যুক্তিকে প্ৰকাশ কৰা হৈছে। (১)

---

১। গোপীনাং তৎপতীনাঞ্চ সৰ্ব্বেষামেৱ দেহিনাম্।
যোহন্তশ্চৰতি সোহধ্যক্ষ এব ক্ৰীড়নদেহভাক্॥
[ভাঃ ১০।৩৩।৩৬]

পৰদাৰত্বং গোপীনামঙ্গীকৃত্য পৰিহৃতমিদানীং ভগৱতঃ সৰ্ব্বান্তৰ্য্যামিনঃ পৰদাৰ-সেৱানাম ন কদাচিদিত্যাহ গোপীনামিতি। যোহন্তশ্চৰত্যধ্যক্ষো বুদ্ধ্যাদিসাক্ষী স এব ক্ৰীড়নেন দেহভাক্ নত্বস্মদাদিতুল্যো যেন দোষঃ স্যাদিতি॥　[শ্ৰীধৰী টীকা]

গোপী গোৱালবো, আত্মা অন্তৰ্য্যামী, নাৰায়ণ ব্ৰহ্মময়।
হেনয় কৃষ্ণত, নকৰিবা কিছু, নৃপতি তুমি সংশয়॥
[১০ ম ১২০৬৪]

জগতৰ অন্তৰ্য্যামী নাৰায়ণ। তান কোন পৰদাৰ গমন॥

\+ \+ \+

মোহিলা গোপক কৃষ্ণক মায়া। কাসতে আছে দেখে নিজ জায়া॥
নকৰে কৃষ্ণক অসূয়া কেৱে। জগত ঈশ হেন কৃষ্ণ দেৱ॥
[কীঃ ৯১৮]

সেই দৰে ভক্তিয়ে যাক বিষয়ৰূপে বা সেব্যৰূপে গ্ৰহণ কৰিলে তাকেই ধৰি থকা উচিত। যিটোৰ ওচৰত জীৱে নিজক দাস বা সেৱকৰূপে আত্ম-সমৰ্পণ কৰি দিলে তেওঁক বাদ দি বাহিৰা কোনো তদ্ভিন্ন দেৱতাক যদি ভক্তি কৰে, সেৱা কৰে নাইবা আত্ম-সমৰ্পণ কৰি দিয়ে তেন্তে তাত ভক্তিৰ স্ববিষয়তকৈ অন্য বিষয়ৰ লগত সম্বন্ধ হোৱাৰ কাৰণে ব্যভিচাৰ দোষ ঘটে। যি যিটো দেৱতাৰ ভক্ত হ'ল তেওঁৰ লগত অভিন্ন বা অনতিৰিক্ত, তেওঁৰে আন এটা বিকাশ অৱতাৰ বা বিভূতিক ভক্তি কৰিলে ভক্তিৰ ব্যভিচাৰ নঘটে, কাৰণ তাত ভক্তিয়ে স্ববিষয়তকৈ অন্য বিষয়ত প্ৰবৃত্ত বা সম্বন্ধ হোৱা নাই। যেনে চতুৰ্ভুজ বিষ্ণুৰ উপাসক এজনে দ্বিভুজ কৃষ্ণক ভক্তি কৰিলে তাত ভক্তি-ব্যভিচাৰ নঘটে। সেই কাৰণে শ্ৰীধৰ স্বামীৰ নিচিনা পৰম একান্তিক বৈষ্ণৱ সকলেও বিষ্ণুৰ নানা অৱতাৰক, তেওঁৰ স্বৰূপ উমাধৱ বা মহেশ্বৰকো (১) ভক্তি কৰা দেখা যায়।

বিষ্ণুৰূপে লৈ বা বিষ্ণুৰ বিভূতি বুলি ভাবি যি কোনো দেৱতা মানৱ জীৱ আন কি সমস্ত জগতকে ভক্তি কৰিলেও ভক্তিৰ ব্যভিচাৰ দোষ নঘটে; কাৰণ তাত ভক্তিৰ বিষয়ীভূত বিষ্ণুৰ যোগ থাকে বিয়োগ নঘটে। বৰঞ্চ এনে ভক্তি ওখ খাপৰ বুলিয়ে ভক্তসকলৰ ধাৰণা। যিৰূপে ভক্তি কৰিলে নাইবা যেনে কাৰ্য্য কৰিলে ভক্তৰ মনটি বিষ্ণুৰ পৰা বিচ্ছিন্ন হৈ পৰে তেনে

(১) মাধৱোমাধৱাৱীশৌ সৰ্বসিদ্ধি-বিধায়িনৌ।
বন্দে পৰস্পৰাত্মানৌ পৰস্পৰনতিপ্ৰিয়ৌ॥
[ভাঃ ভাৱাৰ্থদীপিকা—১।১।১]

ভক্তি বা ক্ৰিয়াৰ দ্বাৰাহে বিষ্ণু-ভক্তিৰ ব্যভিচাৰ হয়। গোপীসকলে বিষয়ভোগ কৰি থকা সত্বেও কৃষ্ণ-প্ৰেমৰ বিচ্ছেদ ঘটা নাছিল কাৰণেই ভক্তি-ব্যভিচাৰ নঘটিল। ইয়াকে "ভক্তি-ৰত্নাৱলী"ত উদ্ধৃত ভাগৱত শ্লোকৰ অনুবাদত মাধৱদেৱে কৈছে—

"কৃষ্ণ বিষয়ত চিত্ত ভৈল যান প্ৰায়।
তাতে চৰি গোপীসৱে বিষয়ক যায়॥"
(ভঃ ৰত্না—৮৩৩)

গোপীসকলে যে কাত্যায়নী ব্ৰত কৰি কাত্যায়নীৰ পূজা কৰিছিল তাকো কৃষ্ণ প্ৰাপ্তিৰ উদ্দেশ্যেই কৰা হৈছিল গতিকে তাত কৃষ্ণ-ভক্তিৰ বিচ্ছেদ ঘটা নাই। তেনেভাৱে অন্য দেৱতাৰ পূজাত ভক্ত-ব্যভিচাৰ নঘটে; সেই কাৰণেই তেওঁবিলাকৰ এই দোষ নহ'ল।

এই কাৰণেই—

"যে ত্বন্য দেৱতা ভক্তা যজন্তে শ্ৰদ্ধয়াম্বিতাঃ।
তেঽপি মামেৱ কৌন্তেয় যজন্ত্যবিধিপূৰ্ব্বকম্॥"
[গীতা]

এই ভগবদ্‌বাক্যত—

"অন্য দেৱী দেৱ, নকৰিবা সেৱ, মূৰ্ত্তিকো নচাইবা তাৰ।
প্ৰসাদো নাখাইবা, গৃহো নপশিবা, ভক্তি হৈব ব্যভিচাৰ॥"
[শ্ৰীশঙ্কৰ—১ম স্কন্ধ]

ইত্যাদি পদত, আৰু "অন্য দেৱ সম্বন্ধক ব্যভিচাৰ বুলি"—

"ত্যক্ত্বান্যদেৱতাসেৱাং তদুপাসকসঙ্গতিম্।
ভক্তিং কৃষ্ণপদে কৃত্বা গুণান্ জিত্বা ভৱং তৰেৎ॥"
[কঃ গীঃ—১৪ অঃ পৃঃ ৯৭]

ইত্যাদি বৈষ্ণৱ-বাক্যত অন্য শব্দৰ প্ৰয়োগ কৰা হৈছে। অন্য শব্দৰ অৰ্থ তদ্ভিন্ন, তদিতৰ বা তাৰ পৰা ব্যৱচ্ছিন্ন।

আৰু এটা উদাহৰণ দি কথাটো স্পষ্ট কৰিবলৈ চেষ্টা কৰা যʼক। গীতা, ভাগৱত, দশম, কীৰ্ত্তন আদি যি কোনো গ্ৰন্থতে হৰি-নামৰ বাহিৰে শব্দান্তৰ আৰু হৰি-গুণৰ বাহিৰে অন্য কথা ভুৰি ভুৰি আছে। পাপী, তাপী, বিষ্ণুদ্বেষী, দৈত্য, নাৰকী আদিৰো নাম-গুণ তাত আছে আৰু সেইবিলাকৰ দোষ বৰ্ণনাও তাত কৰা হৈছে। তেন্তে সেইবিলাক শাস্ত্ৰৰ পাঠক হৰি-নাম গ্ৰহণ বা হৰি-গুণ কীৰ্ত্তন বুলি ধৰা যায় কি যুক্তিত? তাত হৰি-নাম-ব্যতিৰিক্ত শব্দান্তৰ উচ্চাৰণত বা হৰি-গুণ-ব্যতিৰিক্ত আনৰ দোষ-গুণৰ শ্ৰৱণ-কীৰ্ত্তনত হৰি-ভক্তিৰ ব্যভিচাৰ নহয় কিয়? আন দেৱতাৰ পূজাদি যেনে নিষিদ্ধ হৰিৰ গুণ-নামৰ বাহিৰে আন বাক্যালাপ বা আন দেৱতাৰ নাম শ্ৰৱণ-কীৰ্ত্তন আদিও বৈষ্ণৱৰ পক্ষে সেই দৰে নিষিদ্ধ। যেনে—

সেহিমতে হৰি-গুণ হীন বাক্য যত।
মহন্তসকলে তাক তেজয় সতত॥

× × ×

কৃষ্ণ কথা হোৱে বা হোৱয় বৈষ্ণৱৰ।
তেবেসে কহিবা তাসম্বাক মুনিবৰ॥

[ ভ: ৰ: প:— ২৯৬-৭ ]

নাম নুশুনিবা তুমি আন দেৱতাৰ।
যেনমতে নুহিকা ভকতি ব্যভিচাৰ॥

[ ভ: প্ৰ:— ১০২ ]

বিষ্ণুৰ সহস্ৰ নাম সদা আছন্তো জিহ্বায়ে তাক এড়ি
সদায় বিৰোধ বচন মাত্ৰ ৰটয় ।

বুদ্ধি বিষ্ণু তত্ত্ব পৰি হৰি অসন্ত বস্তুত ৰতি কৰি
যেন বেশ্যা জাৰ পতিত মাত্ৰ ৰময় ॥

[ নামঘোষা—৬২৬ ]

গতিকে কীৰ্ত্তন, দশম আদি পঢ়িলেও ভক্তি-ব্যভিচাৰ হব লাগিছিল ; নহয় কিয় ? ইয়াৰ উত্তৰ এই— এই গ্ৰন্থবিলাকত প্ৰযুক্ত প্ৰত্যেকটি পদ আৰু বাক্যৰে তাৎপৰ্য্য ভগৱান্ হৰিত আছে । হৰি-নাম ব্যতিৰিক্ত শব্দবিলাকে স্বশক্তিৰ দ্বাৰা নিজ নিজ অৰ্থক উপস্থাপিত কৰিলেও হৰি-নাম-গুণত তাৎপৰ্য্য থকাৰ কাৰণে লক্ষণাৰ দ্বাৰা হৰি আৰু তেওঁৰ গুণাৱলীকে লক্ষ্য কৰে। হৰি-নাম গুণৰ প্ৰকাশৰ কাৰণেই সেইবিলাক ব্যৱহৃত হৈছে গতিকে হৰি-নাম-গুণৰ পৰা একান্তভাৱে ব্যৱচ্ছিন্ন নহয় আৰু তাৰ দ্বাৰা পাঠকৰ হৰি বিষয়ক ধাৰাবাহিক বোধৰ ব্যাঘাত নঘটে। কিন্তু তাৰে মাজতে যদি কোনো লৌকিক উপন্যাসৰ পৰা 'কৃষ্ণ' বা 'হৰি'-নামৰ মানুহৰ বৰ্ণনা নাইবা তেওঁৰ দ্বাৰা অনুষ্ঠিত ঘটনাৰ বিৱৰণ পাঠ কৰা হয় সেই গ্ৰন্থৰ ভগৱানৰ গুণ-নামত তাৎপৰ্য্য নাই হেতুকে তাৰ দ্বাৰা ভগৱদ্ বিষয়ক ধাৰাৱাহিক বোধ ব্যাহত হব আৰু হৰি-ভক্তিও ব্যাহত হব। গতিকে লোকে তাক হৰি-নাম গোৱা বা হৰি-কীৰ্ত্তন কৰা নোবোলে। মানুহৰ বা আন কাৰো নাম 'হৰি' বা 'নাৰায়ণ' আদি থলে সি হৰি-নাম নহয় নামাভাস হে। অৱশ্যে ভগৱানৰ নামাভাস গ্ৰহণৰো সুফল নোহোৱা নহয়।

সেই দৰে যি দেৱতাক বিষ্ণুৰ লগত অভিন্ন বা সম্বদ্ধ বুলি ধৰিব নোৱাৰি, যিটোৰ ৰূপ মনলৈ আহিলেই বিষ্ণু-ভক্তৰ মনৰ আকৰ্ষণ প্ৰতিহত হৈ বিষ্ণুৰ পৰা উভটি আন ফালে ঢাল লয়, জিভা বিষ্ণু কথাৰ পৰা বিৰত হয় তেনে দেৱতাক ভক্তি কৰিলেহে বিষ্ণু—ভক্তিৰ ব্যভিচাৰ হয়; আৰু বিষ্ণুৰ লগত অভিন্ন নহৈয়ো যদি বিষ্ণুৰ শক্তি, অঙ্গ, উপাঙ্গ, পাৰ্ষদ বা ভক্ত আদিৰূপে বিষ্ণুৰ লগত সম্বদ্ধ বা জড়িত হৈ থাকে তেন্তে তেনে দেৱতাক সেই ভাৱে ভক্তি কৰিলে বিষ্ণু-ভক্তি ক্ষুণ্ণ হব নোৱাৰে।

পঞ্চদেৱতা পূজাত ভক্তি-ব্যভিচাৰ নহয় কিয়?

নিত্য-নৈমিত্তিক মাত্ৰ কৰ্ম্ম কৰিবেক সিটো
তেবে তাক বিঘিনি নপাইব।
নিত্য-নৈমিত্তিক কৰ্ম্মে যি দেৱ পূজয় তাক
হৰি ৰূপ মনত মানিব॥
হৰিৰ আজ্ঞাক মানি দেৱ পূজিলাত দোষ
নাহিকয় কৈলোঁ নিষ্ঠ কৰি।
যুধিষ্ঠিৰ অশ্বমীযে এহিমত কৰ্ম্ম কৰি
মুক্তি সাধিলন্ত ভক্তি কৰি॥
সবাহাক্কে হৰিৰূপ মনত মানয় যেবে,
এক শৰণত তেবে ৰৈব।
বিষ্ণু নিবেদিত অন্ন দেৱতা পিতৃক দিব,
তেবে দেৱ পিতৃ তুষ্ট হৈব॥

[ ভক্তিবিবেক পদ—২০৬ ]

সেই কাৰণেই বিষ্ণু-পাৰ্ষদ্, বিষ্ণু-ভক্ত আৰু বিষ্ণু-মূৰ্ত্তি আদিকো ভক্তি কৰাৰ বিধান আছে। ঐকান্তিক ভক্তসকলেও তেনে ভক্তি কৰিব পাৰে।

"যথাতৰোৰ্মূলনিষেচনেন তৃপ্যন্তি তৎস্কন্ধভুজোপশাখাঃ।
প্ৰাণোপহাৰাচ্চ যথেন্দ্ৰিয়াণাং তথৈৱ সৰ্ব্বাৰ্হণমচ্যুতেজ্যা॥"

[ ভাগৱত ]

গছৰ গুৰিত পানী দিলে যিদৰে তাৰ শাখা, প্ৰশাখা, আগ, গছ আদিৰো তৃপ্তি হয়, প্ৰাণক খাদ্য দিলে তাৰ দ্বাৰাই যিদৰে সমস্ত ইন্দ্ৰিয়ৰ তৃপ্তি আৰু পুষ্টি হয়—সেই দৰে ভগৱান্ অচ্যুতক পুজা কৰিলে তাৰ দ্বাৰা সমস্ত প্ৰাণীৰে তৃপ্তি হয়। ইয়াত গছৰ গুৰিটো যিদৰে আন অঙ্গতকৈ প্ৰধান, শৰীৰৰ ভিতৰত প্ৰাণেই যিদৰে সৰ্ব্বপ্ৰধান বিশ্বৰ ভিতৰতো ভগৱন্ত বিষ্ণুই সেই দৰে সৰ্ব্ব-প্ৰধান বুলি কোৱা হৈছে। গছৰ গুৰিত পানী নিদি আগত দিলে যিদৰে তাৰ দ্বাৰা গছৰ কোনো উপকাৰ নহয় প্ৰাণকো খাদ্য নিদি অঙ্গ-প্ৰত্যঙ্গত খাদ্য লিপি দিলে যিদৰে দেহৰ কোনো উপকাৰ নহয় সেই দৰে বিষ্ণু পুজা নকৰি আন দেৱতাৰ পুজা কৰিলে নাইবা আনৰ সেৱা কৰিলে তাৰ পৰা একো উপকাৰ নহয়। বিষ্ণু-পুজাৰ লগতো যে আন দেৱতাৰ পুজা নকৰিব নাইবা আন প্ৰাণীক খাদ্যাদি নিদিব এই কথা এই শ্লোকত কোৱা নাই। গছৰ পুষ্টিৰ কাৰণেও মূলত পানী দিয়াৰ লগে লগে আগতো পানী দিয়াৰ আৱশ্যকতা আছে। প্ৰাণোপহাৰৰূপ ভোজনৰ সহকাৰী হিচাবে সৰ্ব্ব শৰীৰৰ পুষ্টি আৰু বৃদ্ধিৰ অৰ্থে

দেহত স্নান, অনুলেপন আদিৰ আৰু "কাণত কচু, নাভিত তেল" আদি ভিন্ ভিন্ অঙ্গত ভিন্ ভিন্ দ্ৰব্যৰ প্ৰয়োগৰ আৱশ্যকতা সৰ্ব্ববাদি-সন্মত। সেইদৰে ভগৱানৰ পূজাৰ লগত ভগৱানৰ অঙ্গ-প্ৰত্যঙ্গ, বিভূতি আদিস্বৰূপ দেৱতান্তৰকো শাস্ত্ৰোক্ত বিধিমতে পূজা কৰা বিধেয়।

প্ৰচলিত পঞ্চদেৱতা-পূজাক, উপক্ৰম (আৰম্ভ) উপসংহাৰ (সমাপ্তি) আৰু মধ্যত বিষ্ণু-নাম স্মৰণ, বিষ্ণু-পূজা, বিষ্ণুত কৰ্ম্ম, সমৰ্পণ আদিৰে বিষ্ণুপুটিত বা বিষ্ণুবিষয়ক কৰি তোলা হৈছে; গতিকে ইয়াৰ অনুষ্ঠান বিষ্ণু-ভক্তি বা বৈষ্ণৱ-জ্ঞানৰ ব্যাঘাত নঘটাকৈয়ে কৰিব পাৰে।

(পঞ্চদেৱতা-পূজাত বিষ্ণুৰ প্ৰাধান্য)

পঞ্চদেৱতা-পূজাৰ প্ৰথমতে "বিষ্ণুৰ্বিষ্ণুৰ্ভগৱান্ জয় যজ্ঞেশ্বৰো হৰিঃ" বুলি বিষ্ণুক হৃদয়স্থ কৰি লোৱা হ'ল। মন নিৰাৱৰণ নহলে বিষ্ণুমায়াৰ দ্বাৰা আবৃত বা বিক্ষিপ্ত অৱস্থাত হৃদয়ত বিষ্ণু-তত্ত্বৰ প্ৰকাশ হব নোৱাৰে গতিকে ইয়াতে আৱৰণ গুচুাই দিবৰ কাৰণে বিষ্ণুমায়াক স্তুতি কৰা হয়—

"সৰ্ব্বমঙ্গলমঙ্গল্যে শিৱে সৰ্ব্বাৰ্থ-সাধিকে।
শৰণ্যে ত্ৰ্যম্বকে গৌৰি নাৰায়ণি নমোঽস্তুতে॥" এই বুলি।

তাৰ পাছত—

"মাধৱো মাধৱো বাচি মাধৱো মাধৱো হৃদি।
স্মৰন্তি সাধৱঃ সৰ্ব্বে সৰ্ব্বকাৰ্য্যেষু মাধৱম্॥"
জিতন্তে পুণ্ডৰীকাক্ষ নমস্তে বিশ্বভাৱন।
নমোঽস্তু তে হৃষীকেশ মহাপুৰুষ পূৰ্ব্বজ॥

এই বুলি মন বাক্য আৰু ক্ৰিয়াত মাধৱক স্মৰণ কৰি বিশ্বকৰ্ত্তা মহাপুৰুষৰ জয়গান কৰা হয়। আৰু—

"অপবিত্ৰঃ পবিত্ৰোবা সৰ্ব্বাৱস্থাংগতোঽপিবা।
যঃ স্মৰেৎ পুণ্ডৰিকাক্ষং স বাহ্যাভ্যন্তৰঃ শুচিঃ॥"

এই বিষ্ণুস্মৰণৰ দ্বাৰা সমস্ত শুদ্ধ কৰি লৈ বিঘ্নোৎসাৰণ আৰু গণেশ পূজা কৰা হয়। গণেশ বিঘ্ননাশক আৰু দেৱ-ৰাজ্যৰ দ্বাৰপালসকলৰ অধিপতি গতিকে বিষ্ণুলোকৰ দুৱাৰতো গণেশৰ প্ৰতিপত্তি অক্ষুণ্ণ আছে। গণেশ ভগৱান্ নাৰায়ণৰে অৱতাৰ বা বিঘ্নবিঘাতক ৰূপ বুলি নানা পুৰাণত কথিত আছে। গতিকে গণেশক পূজা কৰি নিৰ্ব্বিঘ্ন হৈ ভিতৰত প্ৰৱেশৰ অধিকাৰ অৰ্জ্জন কৰা হ'ল। ৰাজসভাৰ দ্বাৰপালক যথাবিধি পূজা বা সন্মান কৰিলে ৰজাকে পূজা কৰা আৰু সন্মান দেখুৱা হয়।

গণেশ-পূজাত বিষ্ণুৰ সম্বন্ধ

ইয়াৰ পাচত ভগৱান্ সূৰ্য্যৰ পূজা। সূৰ্য্য পৰমজ্যোতিঃ জগৎপ্ৰসৱিতা নাৰায়ণস্বৰূপ, (১) জগতৰ আলোক আৰু ভগৱৎ-প্ৰাপ্তিৰ পথস্বৰূপ দেৱযান মাৰ্গ। গতিকে সূৰ্য্য-নাৰায়ণৰ পূজাও বিষ্ণুৰে পূজা হয়।

সূৰ্য্য-পূজাত বিষ্ণুৰ সম্বন্ধ

ইয়াৰ পাচতে ভগৱান্ বাসুদেৱ বিষ্ণুৰ পূজা। তাৰ পাচত শিৱ-পূজা। হৰি-হৰৰ অভেদাত্মা; (২) ইপিনে সমস্ত বৈষ্ণৱৰ ভিতৰত

(১) জাতায়াস্তু সিসৃক্ষায়াং প্ৰাদুৰাসীত্ততঃপুমান্।
নাৰায়ণঃ সহস্ৰাংশুঃ সিসৃক্ষুঃ স্বয়মুদ্ভৱৌ॥
[ অঙ্গিৰঃ সংহিতা ]

(২) ত্ৰয়ানামেকভাৱানাং যো ন পশ্যতি বৈ ভিদাম্।
সৰ্ব্বভূতাত্মনাং ব্ৰহ্মন্ স শান্তিমধিগচ্ছতি॥
[ ভাঃ ৪।৭।৫১ ]

শিৱ-পূজাত বিষ্ণুৰ সম্বন্ধ

ব্ৰহ্মা, মনু আদি বাৰজন শ্ৰেষ্ঠ বৈষ্ণৱ; তাৰ ভিতৰতো ভগৱান মহেশ্বৰ শ্ৰেষ্ঠতম। (১) গতিকে পৰম বৈষ্ণৱ মহেশ্বৰৰ পূজা বিষ্ণু পূজাৰ অপৰিহাৰ্য্য অঙ্গ। কোনো কোনো ঠাইত সৰ্ব্বপ্ৰথম শিৱ-পূজা কৰা হয়, "বিষ্ণুতকৈ বৈষ্ণৱৰ পূজা পূৰ্ব্বে কৰ্ত্তব্য" এই ধাৰণাত।

ইয়াৰ পাচত বৈষ্ণৱী-শক্তি যোগমায়া দুৰ্গাৰ পূজা। দুৰ্গা যে বিষ্ণুৰ মায়াশক্তি এই কথা ভাগৱত পুৰাণকে আদি কৰি নানা শাস্ত্ৰত কথিত আছে। (২) দুৰ্গাৰ তুষ্টি বা বৰত বিষ্ণুলাভ হোৱাৰ প্ৰমাণ বহু ঠাইত পোৱা যায়। গতিকে বৈষ্ণৱী-শক্তি যোগমায়াৰ পূজা এই স্থলত সঙ্গতই হৈছে।

দুৰ্গা-পূজাত বিষ্ণু-সম্বন্ধ

---

(১) নিম্নগানাং যথা গঙ্গা দেৱানামচ্যুতো যথা।
বৈষ্ণৱানাং যথা শম্ভুঃ পুৰাণানামিদং তথা॥
[ ভক্তিৰত্নাকৰ ধৃত ভাঃ—১২ ]

শুনা মহাজ্ঞানশালী তোমাৰেসে বাক্য পালি
দেখাইলো দুস্তৰ স্ত্ৰী মায়া।
আত নকৰিবা খেদ কিঞ্চিতেকো নাহি ভেদ
তোমাৰে আমাৰে একে কায়া॥ [ কীঃ—৫৯৪ ]

(২) ভগৱানপি বিশ্বাত্মা বিদিত্বা কংসজং ভয়ম্।
যদূনাং নিজনাথানাং যোগমায়াং সমাদিশৎ॥
* * *
অৰ্চ্চিষ্যন্তি মনুষ্যাস্ত্বাং সৰ্ব্বকামবৰেশ্বৰীম্।
নানোপহাৰবলিভিঃ সৰ্ব্বকাম-বৰপ্ৰদাম্॥
নামধেয়ানি কুৰ্ব্বন্তি স্থানানিচ নৰা ভুৱি।
দুৰ্গেতি ভদ্ৰকালীতি বিজয়া বৈষ্ণৱীতিচ॥
কুমুদা চণ্ডিকা কৃষ্ণা মাধৱী কন্যকেতি চ।
মায়া নাৰায়ণীশানী শাৰদেত্যম্বিকেতি চ॥
[ভাঃ—১০।২।৬—১২]

ইয়াৰ পাচত লক্ষ্মী-সৰস্বতী পূজা। লক্ষ্মী-সৰস্বতী ভগৱানৰ ঐশ্বৰ্য্যশক্তি আৰু জ্ঞানশক্তি; তেওঁবিলাকৰ সত্তা ভগৱানৰে সত্তা,

লক্ষ্মী-সৰস্বতী-পূজাত বিষ্ণু-সম্বন্ধ

শক্তি শক্তিমানৰ ভেদ নাই। গতিকে তেওঁবিলাকৰ পূজাৰ দ্বাৰা ভগৱানৰে পূজা হয়।

ইয়াৰ পাচত ভগৱানৰ আন এটা স্বৰূপ ব্ৰহ্মাৰ পূজা আৰু ক্ৰমশঃ পৃথিৱী, গ্ৰামদেৱতা, লোকপাল ইন্দ্ৰ, অনন্ত, অগ্নি,

অন্যান্য পূজাত বিষ্ণু-সম্বন্ধ

নৱগ্ৰহ, দিক্‌পাল, অষ্ট বসু, একাদশ ৰুদ্ৰ, মৰুদ্‌গণ, বজ্ৰাদি অস্ত্ৰ, মৎস্যাদি অৱতাৰ, সৰ্ব্ব দেৱ-দেৱী, ঋষি, ঋষি-পত্নী আদি চৰাচৰ জগতৰ পূজা কৰা হয়। এই সকলোৱে ভগৱান্ বিষ্ণুৰ বিভূতি বিশ্বাত্মক মহাপুৰুষৰ অঙ্গ-প্ৰত্যঙ্গস্বৰূপ। ইয়াৰ পাচত যজ্ঞেশ্বৰ বিষ্ণুৰ পূজা কৰি পঞ্চদেৱতা পূজা সমাপনান্তে সঙ্কল্পিত যেই সেই শ্ৰৌত, স্মাৰ্ত্ত, তান্ত্ৰিক বা পৌৰাণিক কৰ্ম্ম আৰম্ভ কৰা হয় আৰু কৰ্ম্ম শেষ হলে ভগৱদ্‌বাসুদেৱত কৰ্ম্ম সমৰ্পণ কৰি কৰ্ম্মবৈগুণ্য-শান্তিৰূপে বিষ্ণুনাম স্মৰণ-কীৰ্ত্তন কৰা হয়। বিষ্ণুৰ পৰিকৰৰূপে যদি এইবিলাক দেৱতাৰ পূজা কৰা হয় তেন্তে তাৰ দ্বাৰা বিষ্ণু-ভক্তিৰ ব্যভিচাৰ হব কেনেকৈ? বিষ্ণুতকৈতো তেওঁবিলাকৰ অতিৰিক্ত সত্তা নাই গতিকে তেওঁবিলাক বিষ্ণুতকৈ অন্য দেৱতা নহয়—বিষ্ণুৰে অঙ্গ-উপঙ্গাদিৰূপ। কোনো আন দেৱতাৰ বিষ্ণুতকৈ অতিৰিক্ত সত্তা স্বীকাৰ কৰি বিষ্ণুৰ সমপ্ৰধান বা বিষ্ণু-নিৰপেক্ষৰূপে লৈ ভক্তি কৰিলেহে ভক্তি-ব্যভিচাৰ হয়; গতিকে তেনেকুৱা কৰাটো দোষাবহ। শ্ৰীশঙ্কৰ আদি বৈষ্ণৱসকলে য'ত য'ত অন্য দেৱতাৰ সেৱাদি নিষেধ কৰিছে—তাত যে বিষ্ণুৰ সম

বা বিষ্ণুতকৈ অধিক নাইবা পৃথক্ বুলি ধৰি যেই সেই দেৱতাৰ পূজা আদি কৰাটোহে নিষেধ কৰা হৈছে এই কথা অনেক ঠাইত স্পষ্টকৈ কোৱা হৈছে। (১)

কৃষ্ণৱৰ্ণং ত্বিষাকৃষ্ণং সাঙ্গোপাঙ্গাস্ত্ৰপাৰ্ষদম্।
যজ্ঞৈঃ সংকীৰ্ত্তনপ্ৰায়ৈৰ্যজন্তি হি সুমেধসঃ ॥

(ভঃ ৰঃ ধৃত ভাঃ ১১,৫)

ভাগৱতৰ একাদশ স্কন্ধৰ এই শ্লোক শ্ৰীশঙ্কৰদেৱে ভক্তি-ৰত্নাকৰতো উদ্ধৃত কৰিছে। ইয়াৰ অৰ্থ এই যে—যিজন বৰ্ণত কৃষ্ণ অথচ কান্তিত অকৃষ্ণ—অতিশয় উজ্জ্বল ইন্দ্ৰনীল মণিৰ নিচিনা এনেকুৱা কৃষ্ণাৱতাৰক; তেওঁৰ হৃদয়াদি অঙ্গ, কৌস্তুভাদি উপাঙ্গ,

(১) যদি পৃথকৃত্বেন দেৱতান্তৰ ভক্তিমকুৰ্ব্বন্ মামেৱ পৰমেশ্বৰং ভজতে।
[ভঃ ৰত্নাকৰ টীকা—১৯। ১]

আন দেৱ এৰে কৰৈ কেশৱক সম।
জানিবাহা সি সি জন পাতকী অধম ॥
[১১ শ স্কন্ধ—২৭২]

মোক এৰি আন একো নভজে দেৱক।
সেহি ভক্তি একৱাবে সমস্তে কৰ্ম্মক ॥
[ভক্তিপ্ৰদীপ—২৯]

সিয়ো বেদবাক্যক লঙ্ঘিলা দুৰাচাৰ।
কৃষ্ণতো অধিক বোলে ইন্দ্ৰেসে আমাৰ ॥
পৃথকে ঈশ্বৰ মানি পুজে বাসৱক।
অৱহেলা কৰিলেক ঈশ্বৰ কৃষ্ণক ॥
[ভক্তিপ্ৰদীপ—৬২-৬৩]

সুদৰ্শনাদি অস্ত্ৰ আৰু সুনন্দাদি পাৰিষদসকলৰে সতে নামোচ্চাৰণ-ৰূপ, স্তৱ-স্তুতিবহুল যজ্ঞৰ দ্বাৰা বিৱেকিসকলে পূজা কৰে। তেওঁৰ অঙ্গ-উপাঙ্গ আদি তেওঁতকৈ ভিন্ন নোহোৱা বাবে এনে পূজাত ভক্তি—ব্যভিচাৰৰ আশঙ্কা নহ'ল। সেইদৰে গণেশ, সূৰ্য্য, শিৱ, দুৰ্গা, লক্ষ্মী, সৰস্বতী আদিকো তেওঁৰ অঙ্গ বা আৱৰণ-দেৱতাৰূপে লৈ পূজা কৰা হয় যেতিয়া তাত ভক্তি-ব্যভিচাৰৰ কোনো আশঙ্কা নাই। এই ধাৰণাতে পৰমবৈষ্ণৱসকলেও নানা দেৱতাৰ স্থান তীৰ্থক্ষেত্ৰ আদি ভ্ৰমণ কৰে আৰু তাত যথাবিহিত কাৰ্য্য সম্পাদন কৰে। সেই কাৰণে শ্ৰীশঙ্কৰদেৱ আদি অসমীয়া বৈষ্ণৱসকলেও ভাৰতৰ নানা তীৰ্থলৈ গৈ নানা দেৱ দেৱী দৰ্শন তীৰ্থকৃত্য, পিণ্ডদান আদি কৰা সত্বেও তাৰ দ্বাৰা ভক্তি-ব্যভিচাৰ নঘটিল। (১)

আমাৰ দেশত প্ৰচলিত বৰ্ণাশ্ৰমী মাত্ৰৰে অৱশ্য আচৰণীয় এনে ধৰণৰ পঞ্চদেৱতা পূজাত একপিনেদি যিদৰে বিষ্ণুৰ প্ৰাধান্য সৰ্ব্ববাদি-সম্মতৰূপে স্বীকৃত হৈছে—আনপিনেদি সেইদৰে সকলো সম্প্ৰদায়ৰ ভিতৰত পৰস্পৰ সহিষ্ণুতা, সদ্ভাৱ বা প্ৰণয়-প্ৰতিষ্ঠাৰো

(১) তাৰ পাছত ঘুনুছাবাৰী, দ্বাৰকানাথ, বংশীধাৰী. নৃসিংহ, উদ্ধৱ, বলি, প্ৰহ্লাদ, যম, শিৱ, ব্ৰহ্মা, হনুমন্ত, ৰাম, লক্ষ্মণ, জাম্ববন্ত, লক্ষ্মী. সৰস্বতী, বিমলা, স্বৰ্গদ্বাৰ, বটগোবিন্দ মৎস্যমাধৱ, চন্দ্ৰ, সূৰ্য্য, বায়ু, উগ্ৰসেন, বসুদেউ, দৈৱকী, নন্দ, যশোদা, ৰাধা, কৃষ্ণ এইসবকে মুখ্যকৈ আনো অসংখ্য ওৰেষাৰ তীৰ্থক্ষেত্ৰ, মূৰ্ত্তি সবাকে মহাপুৰুষে স্নান, দান, দৰশন, পৰশন দেখাই কৰালে। [ কঃ গুঃ পৃঃ—১৫৭ ]

ব্যৱস্থা কৰা হৈছে। ইয়াৰ দ্বাৰাও স্মৰণাতীত কালৰ পৰাই এই দেশত বৈষ্ণৱ সম্প্ৰদায়ৰ প্ৰভাৱ প্ৰতিপত্তি নিৰৱচ্ছিন্ন ভাৱে আছে বুলি বুজা যায়।

উপসংহাৰ

এই পৰ্য্যন্ত উপস্থাপিত প্ৰমাণৰ দ্বাৰা এইকেইটা কথা সিদ্ধ হ'ল— ১। প্ৰাক্‌শঙ্কৰী যুগত বৈষ্ণৱ-ধৰ্ম্ম আৰু সম্প্ৰদায় আছিল; সি নিষ্প্ৰভ বা নগণ্যভাৱে থকা নাছিল। ২। তেতিয়া চতুৰ্ভুজ বিষ্ণু, বাসুদেৱ, মহাপুৰুষ আৰু দৈৱকী-পুত্ৰ যশোদানন্দন, দ্বিভুজ মুৰলিধাৰী, গোপাল, কৃষ্ণৰো উপাসনা প্ৰচলিত আছিল। ৩। নৃত্য-গীত-বাদ্য সহকাৰে হৰিনাম-গুণ কীৰ্ত্তন কৰা বা নাম ধৰা প্ৰথাও যি কোনো প্ৰকাৰে আছিল। ৪। ভগৱান্ বিষ্ণুৰ শ্ৰৱণ, কীৰ্ত্তন, স্মৰণ, পাদসেৱা, অৰ্চ্চন, বন্দন, দাস্য, সখ্য আৰু আত্মসমৰ্পণ বা একশৰণ—এই ন বিধ ভক্তিৰ কথাও জ্ঞাত আৰু প্ৰচলিত আছিল। ৫। হৰিভক্তি বা হৰিনামত যে দেশ, কাল, জাতিৰ, নিয়ম নাই আৰু হৰিসেৱা-স্থানত যে স্পৃশ্যাস্পৃশ্যৰ বিচাৰ কৰিব নালাগে, এইবিলাক বিধান তেতিয়াও নথকা নহয়।

---

# দ্বিতীয় অধ্যায়

## পুৰণি অসমত দৰ্শনৰ চৰ্চ্চা

পুৰণিকালত যে আমাৰ দেশত দৰ্শন শাস্ত্ৰৰ আলোচনা আৰু দাৰ্শনিক পণ্ডিত আছিল সেই বিষয়ে যিবিলাক প্ৰমাণ পোৱা হৈছে তাকে তলত উদ্ধৃত কৰা হ'ল।

**ভাস্কৰবৰ্ম্মাৰ শাসনত**

খ্ৰীঃ সপ্তম শতকৰ ৰজা ভাস্কৰবৰ্ম্মাৰ তাম্ৰশাসনত আছে যে "ৰজা বজ্ৰধৰে চাৰি বেদ, বেদাঙ্গ, সমগ্ৰ বাক্য (পুৰ্ব্ব আৰু উত্তৰ মীমাংসা শাস্ত্ৰ), প্ৰমাণ (ন্যায় শাস্ত্ৰ), শব্দ শাস্ত্ৰ (ব্যাকৰণ), গজবিদ্যা, অশ্ববিদ্যা, বৃহস্পতি—নীতি আৰু শুক্ৰ-নীতি অধ্যয়ন কৰিছিল। (১)

---

(১) অধীত্য সাঙ্গান্ চতুৰোঽথ বেদান্
বাক্যং প্ৰমাণং নিখিলংচ শব্দম্ (?)।
জ্ঞাত্বা গজানাং বিনয়োন্নয়ক্ৰমং
তথা হয়ানাং কুলশীলসৌষ্ঠবম্॥
দেবাসুৰাচাৰ্য্যমতঞ্চ তত্ত্বত.
সবাজিমেধৈ ৰৰজন্মহঙ্ভিঃ।

[ ডুবি তাম্ৰশাসন—
J. A. R. S. Vol Xii
No. 1 & 2 ]

ৰজা নাৰায়ণ বৰ্ম্মাৰ পিতাক মহেন্দ্ৰবৰ্ম্মা আত্মতত্বজ্ঞ আৰু তেওঁ নিজেও অধিগত-সাংখ্যাৰ্থ অৰ্থাৎ সাংখ্য দৰ্শনৰ তত্বজ্ঞ আছিল। (১) ৰজা স্থিতবৰ্ম্মাৰ বিষয়ে কোৱা হৈছে যে তেওঁ নানা শাস্ত্ৰাৰ্থত পাৰগত আছিল আৰু সমস্ত বেদ অধ্যয়ন কৰিছিল। এওঁৰ পুত্ৰ সুস্থিতবৰ্ম্মা ব্যাকৰণ, ন্যায়, মীমাংসা, সাংখ্য আদি শাস্ত্ৰ—জ্ঞানৰ দ্বাৰা সমুদ্ৰ সদৃশআছিল। (২)

ৰজা ভাস্কৰবৰ্ম্মদেৱৰ বিষয়ে কোৱা হৈছে যে, নানা শাস্ত্ৰাৰ্থ জ্ঞানৰ দ্বাৰা এওঁৰ বুদ্ধি পৰিপূৰ্ণ আছিল আৰু নানা প্ৰকাৰ ৰীতি আৰু অলঙ্কাৰৰ সুশ্ৰাব্য কৱিতা ৰচনাত এওঁ নিপুণ আছিল। (৩)

নালান্দা মহাবিহাৰৰ মহাস্থৱিৰ, জগদ্‌বিখ্যাত মহাপণ্ডিত হিউৱেনছাঙৰ গুৰু শীলভদ্ৰ হেনো সমতটৰ ৰজাৰ লৰা আছিল। (৪)

(১) তস্মাদজনয়দাত্মজমাত্মবিদঃ সুব্ৰতা ভুৱঃ স্থিতয়ে।
নাৰায়ণ বৰ্ম্মাণং জনকমিৱাধিগতসাংখ্যাৰ্থম্‌॥
[ নিধানপুৰ তাম্ৰশাসন, কামৰূপ শাসনাৱলী ]

(২) "নানাশাস্ত্ৰ পদাৰ্থ নিশ্চিতমতেৰ্ব্বেদেষু চাধীতিনঃ।
যেন × × × ৰ ৰণো × × × নয়তিমিঃ সাংখ্যোক নক্ৰো মহান্‌
মীমাংসা × × × লা × × × ফেনাকুলঃ॥"
[ ডুবি তাম্ৰশাসন,
J. A. R. S. Voll Xii No 1 & 2 ]

(৩) নানা শাস্ত্ৰাৰ্থ শ্ৰুত চিতধিয়ো যেন × × ৱাধিৰমুচ্চৈ—
স্তদ্বচ্চালঙ্কৃতৈঃ সুস্পষ্টং ললিতপদং সৰ্ব্ব-মাৰ্গ-কবিত্বম্‌॥
[ তথা— ]

(৪) স্বৰ্গীয় মঃ মঃ ডাঃ হৰপ্ৰসাদ শাস্ত্ৰীৰ "সভাপতিৰ সম্বোধন" বঙ্গীয় সাহিত্য পৰিষৎ পত্ৰিকা ৪ৰ্থ সংখ্যা ১৩২১ সন।

মহাপণ্ডিত শীলভদ্র

সমতট নামৰ ৰাজ্যখন কালিকাপুৰাণ আৰু যোগিনী-তন্ত্ৰত বৰ্ণিত কামৰূপৰ ভিতৰতে পৰে। এই ৰাজ্য বৰ্ত্তমান পুব পাকিস্তানৰ পূৰ্ব্ব অংশত 'ঢাকা'ৰ পিনে আছিল বুলি পণ্ডিতসকলে অনুমান কৰে। শীলভদ্ৰ যে দৰ্শন শাস্ত্ৰত সমুদ্ৰ-সদৃশ পণ্ডিত আছিল সেইটো সৰ্ব্ববাদিসম্মত কথা।

মহা দাৰ্শনিক সৰ্ব্বতন্ত্ৰস্বতন্ত্ৰ ভট্টপাদ কুমাৰিলস্বামীও এই

ভট্টপাদ কুমাৰিল

দেশৰ কৃতী সন্তান আছিল বুলি আমাৰ দেশত এটা বিশ্বাস চলি আছে; কোনো কোনোৱে এই কথা লিখিছেও।

খৃঃ ৮ ম শতকৰ মহাতান্ত্ৰিক কামৰূপীয় অভিনৱগুপ্তই

কামৰূপীয় অভিনৱ গুপ্ত

জগদ্‌গুৰু শ্ৰীশঙ্কৰাচাৰ্য্যৰ লগত শাস্ত্ৰ-বিচাৰ কৰিছিল বুলি কথিত আছে; গতিকে এওঁ যে এজন দৰ্শন-শাস্ত্ৰৰ পাৰদৰ্শী পণ্ডিত আছিল তাত কোনো সন্দেহ নাই।

মহাৰাজ ইন্দ্ৰপালৰ তাম্ৰ শাসনত কোৱা হৈছে যে তেওঁ

ইন্দ্ৰপালৰ শাসনত

(ইন্দ্ৰপাল) নীতিশাস্ত্ৰজ্ঞ আছিল আৰু পদ (ব্যাকৰণ) বাক্য (মীমাংসা) তৰ্ক (ন্যায়শাস্ত্ৰ) আৰু তন্ত্ৰ আদি নানা বিদ্যাৰ মাজত ডুবি থাকিও তাৰ পাৰ পাইছিল গৈ। (১)

ৰজা ধৰ্ম্মপালৰ পুষ্পভদ্ৰা শাসনৰ দ্বাৰা যি ব্ৰাহ্মণক ভূমিদান দিয়া হৈছিল তেওঁৰ পিতামহ কলাবিদ্যাত নিপুণ, তেজস্বী, মীমাংসা

---

(১) সুবিস্তৃতানাং পদবাক্য-তৰ্ক-তন্ত্ৰ-প্ৰৱাহাতিতৰস্বিনীনাম্।
যঃ সৰ্ব্ববিদ্যাসৰিতামগাধমন্তৰ্নিমগ্নশ্চ গতশ্চ পাৰম্॥
[কাঃ শাঃ পৃঃ—১২১]

ধৰ্ম্মপালৰ শাসনত

শাস্ত্ৰ-জ্ঞানৰ দ্বাৰা পৰিপুষ্টবুদ্ধিসম্পন্ন, চানক্য আদিৰ প্ৰণীত নীতিশাস্ত্ৰ--জ্ঞানৰ আধাৰস্বৰূপ আৰু শ্ৰুতি ( বেদ ) স্মৃতি ( ধৰ্ম্মশাস্ত্ৰ ) প্ৰদৰ্শিত পথত চলিবৰ কাৰণে দৃঢ়-প্ৰতিজ্ঞ আছিল। (১)

তেওঁৰ সোণামুখ শাসনত যাক ভুমিদান দিয়া হৈছিল তেওঁ মীমাংসা শাস্ত্ৰৰ অনুশীলনৰ দ্বাৰা মনৰ সমস্ত অজ্ঞানদোষ অপসাৰিত কৰিছিল। (২)

যোগিনীতন্ত্ৰত তন্ত্ৰ, ন্যায়, মীমাংসা, সাংখ্য, পাতঞ্জল, (যোগ) বৈশেষিক, আয়ুৰ্ব্বেদ, স্মৃতি, ইতিহাস, পুৰাণ, বেদান্ত বা ব্ৰহ্মজ্ঞান,

যোগিনী-তন্ত্ৰত

সাম, ঋগ্, যজুঃ, অথৰ্ব্ব এই চাৰি বেদ; এই-বিলাকৰ নাম কোৱা আছে আৰু এইবিলাক যে অধ্যেতব্য বিষয় এই কথাও প্ৰতিপাদন কৰা হৈছে। (৩)

---

(১) তদ্ বংশাদজনিষ্ট শিষ্টচৰিতো বিপ্ৰেশ্বৰো ভাস্বৰঃ
লক্ষ্মীবান্ নৰবাহনাহ্বয়সুতঃ সম্যক্ কলাভিৰ্যুতঃ।
মীমাংসানয়মাংসলীকৃতমতিশ্চানক্যমাণিক্যভূ—
বংশোত্তুঙ্গমণিঃ শ্ৰুতিস্মৃতিপথপ্ৰস্থানপান্থব্ৰতঃ॥
[ তথ পৃঃ—১৭৫ ]

(২) "মীমাংসাভ্যাসনিঃশেষদোষ-প্ৰোষিত-মানসঃ।"
[ J. A. R. S. Voll Viii No 4 ]

(৩) দৃষ্ট্বাগমমিমং তন্ত্ৰং মমাজ্ঞানান্ধসাগৰে।
× × ×
ন্যায়ো মীমাংসকং সাংখ্যং পাতঞ্জলং তথা পুনঃ।
বৈশেষিকং যথাপূৰ্ব্বং ময়া জ্ঞাতং হি তৎক্ষণাৎ॥
× × ×

ভিন্ ভিন্ বিষয়ৰ যিবিলাক আমাৰ দেশত প্ৰণীত সংস্কৃত গ্ৰন্থ পোৱা গৈছে সেইবিলাকৰ ভিতৰত গ্ৰন্থকাৰসকলৰ বিভিন্ন দৰ্শন

অন্যান্য গ্ৰন্থত — শাস্ত্ৰত পাণ্ডিত্যৰ পৰিচয় প্ৰচুৰ পৰিমাণে পোৱা যায়। মহাপণ্ডিত নীলাম্বৰাচাৰ্য্যৰ কথা আগেয়ে কোৱা হৈছে তেওঁ যে ন্যায় আৰু মীমাংসা শাস্ত্ৰত বিশেষ ভাৱে ব্যুৎপন্ন আছিল তাৰ পৰিচয় তেওঁৰ গ্ৰন্থৰ ভিতৰত আছে আৰু শ্ৰাদ্ধভাষ্যৰ সমাপ্তি শ্লোকত তেওঁ ন্যায় শাস্ত্ৰৰ পণ্ডিত আছিল বুলি নিজেই কৈছে। (১)

হস্তামলকস্তোত্ৰৰ পঞ্জিকা নামৰ টীকাত দামোদৰ মিশ্ৰৰ দাৰ্শনিক পাণ্ডিত্য স্পষ্ট হৈ উঠিছে।

---

আয়ুৰ্ব্বেদ ভিষগ্‌বেদা ময়াভ্যস্তাস্তদৈব হি।

× × ×

স্মৃতীতিহাসৌ দেৱেশি পুৰাণানি ময়া পুনঃ।

× × ×

ব্ৰহ্মজ্ঞানং ময়া দেবি ব্ৰহ্মতেজঃপৰিবৃতম্।
বেদান্তমিতি বিখ্যাতং বৰ্ণপুঞ্জ মহৎ প্ৰুতম্।

× × ×

বেদচতুষ্টয়ং সামাথৰ্ব্বঋগ্‌যজুৰুত্তমম্।
ময়াভ্যস্তং হি তৎসৰ্ব্বং তৎক্ষণান্নাত্ৰ সংশয়ঃ॥

[ যোগিনীতন্ত্ৰ — ৯ম পটল ]

(১) তস্যাত্মজঃ সকল শাস্ত্ৰ পৰায়ণোঽপি যঃ পক্ষপাতমধিকং কৃতবান্ কৃতীন্দ্ৰঃ।
আম্বিক্ষিকীৰহসি তেন বিনিৰ্ম্মিতোঽয়মাস্তাং তমোপনয়নে পিতৃকৰ্ম্মদীপঃ॥

মহামহোপাধ্যায় পুৰুষোত্তম বিদ্যাবাগীশ যে ন্যায়দৰ্শন আৰু পাণিনীয় দৰ্শনত বিদগ্ধ পণ্ডিত আছিল তাৰ পৰিচয় তেওঁৰ ৰচিত "প্ৰয়োগ ৰত্নমালা ব্যাকৰণ"ত প্ৰচুৰ পোৱা যায়।

মহামহোপাধ্যায় পীতাম্বৰ সিদ্ধান্তবাগীশৰো বিভিন্ন গ্ৰন্থত দাৰ্শনিক পাণ্ডিত্য ফুটি উঠিছে। তেওঁ ন্যায় আৰু মীমাংসা দৰ্শন ভালকৈ জানিছিল বুলি নিজেও কৈছে। (১)

অনন্তকন্দলিয়ে তেওঁৰ "কল্পদ্ৰুম" নামৰ স্মৃতিনিবন্ধ গ্ৰন্থত দাৰ্শনিক-বিচাৰপটুতাৰ পৰিচয় দিছে। ভাগৱতৰ শ্ৰীধৰস্বামিকৃত "ভাৱাৰ্থ দীপিকা"ৰ টান অংশৰ তিপ্পনী গ্ৰন্থ "ভাগৱতাধিকৰণ" নামৰ এখন আৰু "দীপিকা-প্ৰৱৰ্ত্তিণী" নামৰ এখন পোৱা গৈছে। আমি যি পুথি পাইছো তাত গ্ৰন্থকাৰৰ নাম নাই। জ্ঞান-বয়োবৃদ্ধ পণ্ডিতসকলে কয় যে 'অধিকৰণ' নামৰ বিচাৰগ্ৰন্থখন ভাগৱতাচাৰ্য্য ভট্টদেৱৰ প্ৰণীত। এই গ্ৰন্থ যাৰে লিখিত হ'ক, গ্ৰন্থকাৰ যে অসমীয়া লোক আছিল তাত কোনো সন্দেহৰ অৱকাশ নাই। এই গ্ৰন্থত গ্ৰন্থকাৰৰ বিভিন্ন দৰ্শনশাস্ত্ৰত গভীৰ পাণ্ডিত্য সুস্পষ্ট হৈ উঠিছে। সেইদৰে খৃঃ ১৭শ শতকৰ কামৰূপীয় স্মৃতি-নিবন্ধকাৰ গোপাল ন্যায়পঞ্চাননে তেওঁৰ "বিচাৰ-নিৰ্ণয়" নামৰ গ্ৰন্থত দাৰ্শনিক পাণ্ডিত্য প্ৰকাশ কৰিছে। মাধৱকন্দলিয়ে

---

(১) নানামতস্মৃতিপুৰাণবিদাং বিদিত্বা জ্ঞাত্বা চ গৌতমনয়ং
সহ জৈমিনীয়ম্।
শ্ৰীকামৰূপ-ধৰণী-পতিমণ্ডিতেন বাগীশ্বৰেন ৰচিতো
ৰুচিৰো নিবন্ধঃ॥
[ শ্ৰাদ্ধকৌমুদীৰ সমাপ্তি শ্লোক ]

ৰামায়ণত 'অন্ধপঙ্গুন্যায়' ধূমৰ দ্বাৰা বহ্নিৰ অনুমান' আদিৰ উল্লেখ কৰি ভাৰতীয় দৰ্শনৰ লগত নিজৰ পৰিচয় থকাৰ প্ৰমাণ দিছে। এনেকুৱাকৈ প্ৰাসঙ্গিক ভাৱে দাৰ্শনিক পাণ্ডিত্যৰ পৰিচয় দিওঁতা লোকৰ নিদৰ্শন বহুতো আছে। গ্ৰন্থ—বিস্তাৰ ভয়ত এই বিষয়ে আৰু আগবাঢ়িব খুজিলোঁ।

ওপৰত যিবিলাক প্ৰমাণ উদ্ধৃত কৰা হ'ল তাৰ দ্বাৰাই এইটো বুজা গ'ল যে পুৰণি কামৰূপত ব্যাকৰণ-দৰ্শন, পূৰ্ব্ব মীমাংসা, উত্তৰ-মীমাংসা, সাংখ্য, যোগ, ন্যায়, বৈশেষিক আদি নানাবিধ দৰ্শন শাস্ত্ৰৰ অধ্যয়ন, অধ্যাপনা ভালকৈ চলিছিল আৰু অসমৰ দাৰ্শনিক পণ্ডিতসকল সেই কালত ভাৰতত প্ৰতিষ্ঠিত সকলোটি দাৰ্শনিক মতবাদৰ লগতে পৰিচিত আছিল।

গতিকে আমাৰ দেশত সেই কালত প্ৰচলিত বৈষ্ণৱ সম্প্ৰদায় বা বিষ্ণু-ভক্তিবাদৰ সমৰ্থকৰূপে দাৰ্শনিক দৃষ্টি বা মতবাদো নিশ্চয় আছিল বুলি ধৰি লব পাৰোঁ হ'ক। পিচে সেই দাৰ্শনিক মতবাদটোনো কেনে আছিল, এই বিষয়ে কিবা সম্বাদ পায় নেকি, এতিয়া তাৰে খবৰ কৰা য'ক।

পুৰণি অসমৰ বৈষ্ণৱ-দৰ্শন

যি কোনো দৰ্শন শাস্ত্ৰই নহওঁক পদাৰ্থ পৰীক্ষা বা প্ৰমাণ-প্ৰমেয় বিচাৰৰ ক্ষেত্ৰত তাৰ এটা নিজা বিচাৰশৈলী বা বস্তু পৰীক্ষাৰ ধাৰা আছে। যি কোনো দাৰ্শনিক সিদ্ধান্তত উপনীত হবলৈ হলে প্ৰত্যেকটি বিচাৰ ধাৰাৰে কোনো নহয় কোনো অংশত উপযোগিতা আছে। কোনো এখন দৰ্শনত পৰিগৃহীত বিচাৰশৈলীক আদৰ কৰিলেও সেই দৰ্শনৰ প্ৰতিষ্ঠাপিত

সিদ্ধান্ত নামানিব পাৰে। ভিন্ ভিন্ দৰ্শনৰ মতানৈক্য হৈছে বিশেষ বিশেষ সিদ্ধান্তক লৈহে ; গতিকে সেই বিশেষ সিদ্ধান্ত ক্ষেত্ৰত আন দাৰ্শনিক সম্প্ৰদায়ৰ লোক এজনে আন দাৰ্শনিক সম্প্ৰদায়ৰ লোক এজনৰ লগত কেতিয়াও একমত হব নোৱাৰে। এই কাৰণে আমাৰ দেশৰ বৈষ্ণৱ সম্প্ৰদায়ৰ পৃষ্ঠপোষক দাৰ্শনিক মতবাদটি বাচি উলিয়াবলৈ হলে আমি চাব লাগিব যে কোন দৰ্শনৰ বিশেষ বা নিজস্ব সিদ্ধান্তত তেওঁবিলাকে হৱিভৰ দিছে। এইদৰে যদি একেটা দাৰ্শনিক মতবাদৰ পৰা দুই তিনিটা সিদ্ধান্ত গ্ৰহণ কৰাটো আমি বুজিব পাৰোঁ। তেন্তে তাৰ দ্বাৰাই বাকী অনুক্ত অংশতো তেওঁবিলাকে সেই মতৰে অনুসৰণ কৰিছিল বুলি বুজিব পাৰিম হ'ক।

পূৰ্ব্বোপাপিত প্ৰমাণবিলাকৰ দ্বাৰা আমাৰ দেশত নানাবিধ দাৰ্শনিক মত জ্ঞাত আৰু আলোচিত হৈ আছিল বুলি নিৰ্ণয় কৰা হৈছে যেতিয়া, তাৰ দ্বাৰা আমাৰ ইয়াত প্ৰচলিত ধৰ্ম্ম-সম্প্ৰদায়ৰ ভিতৰতো যে ভিন্ ভিন্ দাৰ্শনিক মতৰ অনুসৰণ কৰা লোক আছিল সেইটো সহজ বোধ্য হৈ পৰিছে। বৈষ্ণৱ সম্প্ৰদায়ৰ ভিতৰতো অবান্তৰ ভাৱে নানা দাৰ্শনিক মতবাদ গৃহীত আৰু সমৰ্থিত হব পাৰে। আমাৰ দেশত যে কেৱল এটাই দাৰ্শনিক মত চলি আছিল এই কথা কেতিয়াও কল্পনা কৰিব নোৱাৰি। পিচে নানা মত থাকিলেও কোনো এটা মতৰ প্ৰাধান্য বা ধাৰাবাহিকভাৱে অৱস্থান হয়তো আমাৰ অনুসন্ধানত ধৰা পৰিব পাৰে। সেই উদ্দেশ্যেহে এই অনুসন্ধানত প্ৰবৃত্ত হবলৈ মন গ'ল।

কাৰ্য্য-কাৰণৰ তত্ত্ব বিচাৰ কৰি কৰি এতিয়ালৈকে ভাৰতীয় দাৰ্শনিকসকল যিকেইটা সিদ্ধান্তত উপনীত হৈছে গৈ তাক আমি চাৰি ভাগত ভাগ কৰিব পাৰোঁ।— ১। আৰম্ভবাদ ২। সঙ্ঘাতবাদ ৩। পৰিণামবাদ ৪। বিবৰ্ত্তবাদ। এই মতবাদ চাৰিটাৰ ভিতৰত অসমৰ বৈষ্ণৱসকলে বিশেষকৈ কোনটোত গুৰিভৰ দিছে সেইটো বুজিবলৈ হলে এই মতবাদ চাৰিটাৰ স্বৰূপ বুজাটো আৱশ্যক। গতিকে তাকে যথাসম্ভৱ সংক্ষিপ্তভাৱে বৰ্ণনা কৰা হব।

ভাৰতীয় দৰ্শনৰ মতবাদ

১। কাৰণবিলাক যথাৰীতি মিলিত হলে তাৰ পৰক্ষণতে কাৰ্য্য উৎপন্ন হয়। ইহঁতৰ (কাৰ্য্য কাৰণৰ) এটাও মিছা বা অসৎ নহয় উভয়ে সত্য। এয়ে আৰম্ভবাদ সিদ্ধান্ত। প্ৰধানতঃ বৈশেষিক দাৰ্শনিকসকল আৰম্ভবাদী। তেওঁ-বিলাকৰ মতে উৎপত্তিৰ পূৰ্ব্বে কাৰ্য্য অসৎ; কাৰণতকৈ কাৰ্য্য অত্যন্ত ভিন্ন; পৰমাণু আদি অৱয়ৱৰূপ দ্ৰব্যবিলাক আন অৱয়ৱৰূপ দ্ৰব্য অৰ্থাৎ পৰমাণু আদিৰ লগত মিলিত হলে তাৰ পৰা কাৰ্য্যৰূপ দ্ৰব্যান্তৰ উৎপন্ন হয়। কাৰণৰ গুণৰ পৰা কাৰ্য্যৰ গুণ উৎপন্ন হয়। কৰ্ত্তাৰ জ্ঞান ইচ্ছা আৰু যত্নৰ পৰা দ্ৰব্যক আশ্ৰয় কৰি ক্ৰিয়া অৰ্থাৎ যাৰ পৰা দ্ৰব্যৰ সংযোগ-বিভাগ গুণ অৱশ্যে জন্মে এনে স্পন্দৰূপ পদাৰ্থটি জন্মে। সামান্য, বিশেষ আৰু সমবায় এই তিনিটা পদাৰ্থ নিত্য—ইহঁতৰ জন্ম-মৃত্যু নাই। আৰম্ভবাদৰ অধিক পৰিচয় দিয়া ইয়াত সম্ভৱপৰ নহয়। নৈয়ায়িকসকলেও এই আৰম্ভবাদকে সমৰ্থন কৰে।

আৰম্ভবাদ

প্ৰভাকৰ গুৰুৰ অনুসৰণকাৰী মীমাংসকসকলেও অলপ ইফাল-সিফাল কৰি এই আৰম্ভবাদ সমৰ্থন কৰে। কুমাৰিল ভট্টপাদৰ অনুসৰণকাৰীসকলেও আৰম্ভবাদ মানিছে; কিন্তু কোনো কোনো ক্ষেত্ৰত তেওঁবিলাকো বৈশেষিকসকলৰ লগত এক মত নহয়। উৎপত্তিৰ পূৰ্ব্বে যে কাৰ্য্য সম্পূৰ্ণ অসৎ আৰু কাৰণৰ লগত ইয়াৰ অত্যন্ত ভেদ এই কথা তেওঁবিলাকৰ অভিমত নহয়। তেওঁবিলাকৰ মতে উৎপত্তিৰ পূৰ্ব্বে কাৰ্য্য কাৰণত শক্তিৰূপে সৎ, স্বৰূপতে অসৎ। কাৰণতকৈ কাৰ্য্য কোনো অংশত ভিন্ন আৰু কোনো অংশত অভিন্নও; আৰু পৰমাণু পৰ্য্যন্ত সূক্ষ্মলৈ নগৈ তাতকৈ স্থূল ত্ৰসৰেণুকে কাৰ্য্যদ্ৰব্যৰ চৰম কাৰণ বুলি তেওঁবিলাকে কয়। গতিকে তেওঁ-বিলাকৰ দৃষ্টিত বৈশেষিক সম্মত ত্ৰসৰেণুৱেই পৰমাণু শব্দ বাচ্য।

জৈন দাৰ্শনিকসকলো আৰম্ভবাদী। তেওঁবিলাকে বৈশেষিক সম্মত পৰমাণুকে "পুদ্গল" শব্দৰ দ্বাৰা কয় আৰু সেই পুদ্গল এবিধ বুলি মানে। এওঁবিলাক অনেকান্তবাদী গতিকে কাৰ্য্যকাৰণৰ ঐকান্তিক ভেদ আছে বুলিও নকয়—ঐকান্তিক অভেদ আছে বুলিও নকয়।

২। কাৰণৰ সমুদায় অৰ্থাৎ পুঞ্জীভূত হোৱা পাৰ্থিবাদি চতুৰ্ব্বিধ পৰমাণুৱেই কাৰ্য্য দ্ৰব্য। কাৰণতকৈ কাৰ্য্যৰ কোনো ভিন্ন সত্তা নাই। কাৰ্য্য, কাৰণতকৈ অতিৰিক্তভাৱে সৰ্ব্বদাই অসৎ। অৱয়ৱ অৱয়ৱীৰ বা কাৰ্য্য কাৰণৰ কোনো ভেদ নাই। এয়ে সঙ্ঘাতবাদ, ইয়াকে পুঞ্জবাদো বোলে। এই সিদ্ধান্ত সৰ্ব্বাস্তিবাদী সৌত্ৰান্তিক আৰু বৈভাষিক বৌদ্ধসকলৰ অভিমত।

সঙ্ঘাতবাদ

৩। কোনো পাৰমাৰ্থিক বস্তুৰ সঁচাকৈয়ে ৰূপান্তৰ প্ৰাপ্তিকে পৰিণাম বোলে। কাৰণেই অৱস্থান্তৰ প্ৰাপ্তিৰ দ্বাৰা কাৰ্য্যৰূপে পৰিণত হয়। উৎপত্তিৰ পূৰ্ব্বে কাৰণতে অব্যক্তভাৱে কাৰ্য্য থাকে; পাচত ব্যক্ততাৰ প্ৰাপ্ত হোৱাটোকে কাৰ্য্যৰ উৎপত্তি বুলি কোৱা হয়।

পৰিণামবাদ

প্ৰকৃতিকে জগতৰ উপাদান কাৰণ বুলি যিসকলে কয় সেই সাংখ্য, যোগ, পাশুপত, মাধ্ব, নিম্বাৰ্ক, গৌৰীয় বৈষ্ণৱ আদিৰ; চৈতন্য মাত্ৰই জগতৰ উপাদান কাৰণ বুলি মানোতা ভট্টভাস্কৰ, পাঞ্চৰাত্ৰ আদি সকলৰ, শুদ্ধাদ্বৈতবাদী বল্লভী সম্প্ৰদায়ৰ আৰু জড়বিশিষ্ট চেতনৰ উপাদান-কাৰণতাবাদী শ্ৰীকণ্ঠ ৰামানুজ, ভাস্কৰ-ৰায় প্ৰভৃতিৰ, অবান্তৰ মতভেদ থাকিলেও এইসকলোৰে পৰিণামবাদ সমৰ্থন কৰে।

৪। কোনো এটা পাৰমাৰ্থিক বস্তুৰ অজ্ঞানবশতঃ আন অসত্যৰূপে ভান বা প্ৰকাশ হোৱাকে বিবৰ্ত্ত বোলে। যেনে পাৰমাৰ্থিক জড়িয়ে অজ্ঞানবশতঃ সাপৰূপে প্ৰতিভাত (বিবৰ্ত্তিত) হয়। গতিকে বিবৰ্ত্তবাদীসকলৰ মতে সত্য বা পাৰমাৰ্থিক কাৰণত, অজ্ঞান (অবিদ্যা) বশতঃ নানাবিধ কাৰ্য্যৰ প্ৰকাশ হয় যদিও সেইবিলাক (কাৰ্য্য) অসত্য।

বিবৰ্ত্তবাদ

এই মত ভগৱচ্ছঙ্কৰাচাৰ্য্যৰ অনুযায়ীসকলৰ অভিমত। তেওঁবিলাকৰ মতে পাৰমাৰ্থিক সত্য ব্ৰহ্মই অবিদ্যা বা মায়াৰ সহায়ত বিচিত্ৰ জগৎপ্ৰপঞ্চৰূপে প্ৰতীয়মান হয়। আচলতে জগতৰ কোনো সত্তা নাই।

নিৰাকাৰ বিজ্ঞানবাদী যোগাচাৰ বৌদ্ধ সকল আৰু শূন্যবাদী মাধ্যমিক বৌদ্ধ সকলো বিবৰ্ত্তবাদী। নিৰাকাৰ বিজ্ঞানবাদী সকলৰ মতে ক্ষণিক নিৰাকাৰ বিজ্ঞানেই অবিদ্যাবাসনাবশতঃ জ্ঞাতৃ-জ্ঞেয়াদি নানা বিচিত্ৰ আকাৰে জগদ্রূপে প্ৰতীত হয়।

শূন্যবাদী সকলৰ মতে অনিৰূপ্যস্বৰূপ একমাত্ৰ শূন্যই ভ্ৰান্তি বাসনাৰূপ সংবৃতি মহিমাত জগৎপ্ৰপঞ্চৰূপে প্ৰতিভাত হয়।

সাকাৰবিজ্ঞানবাদী যোগাচাৰ বৌদ্ধ সকলৰ মত পূৰ্ব্বোক্ত চাৰিটা মতবাদৰ কোনোটোৰ ভিতৰতে নপৰে। তেওঁবিলাকে জ্ঞাতৃ-জ্ঞেয় নীল পীতাদি বিচিত্ৰ আকাৰবোধক ক্ষণিক বিজ্ঞানৰে স্বৰূপ বুলি কয়। তাক বিজ্ঞানৰ বিকাৰ বা পৰিণাম বুলি স্বীকাৰ নকৰে—গতিকে ই পৰিণামবাদ নহয়; বিজ্ঞানৰ বিচিত্ৰ আকাৰবোধটিক পাৰমাৰ্থিক বা সত্য বুলি স্বীকাৰ কৰে গতিকে বিৱৰ্ত্তবাদৰ ভিতৰতো ই নপৰে।

সাকাৰ বিজ্ঞানবাদ

কাশ্মীৰীয় প্ৰত্যভিজ্ঞামতবাদী সকলৰ "আভাসবাদ"টিও পূৰ্ব্বোক্ত কোনোটো মতৰ ভিতৰতে নপৰে। তেওঁবিলাকৰ মতে স্বতন্ত্ৰ চিতি বা চৈতন্যই বিশ্বৰ কাৰণ। তেওঁ (চিতি) স্বেচ্ছাই নিজৰ ওপৰত এই জগতখন প্ৰস্ফুটিত কৰি দেখুৱাইছে। কিন্তু সেই বুলি ই অসত্য বা অৱাস্তৱ নহয়।

আভাসবাদ

এই দুটি মতবাদ বৰ প্ৰসিদ্ধ নহয়; এই কাৰণে আমি গণনাত পেলোৱা নাই। সাকাৰ বিজ্ঞানবাদ আৰু আভাসবাদক ধৰি মতবাদ ছটা হয়।

পূৰ্ব্বোক্ত প্ৰমাণৰ দ্বাৰা এই সকলো মতেই এই দেশত পুৰণি কালতো জ্ঞাত আৰু চলিত আছিল বুলি বুজা গৈছে যদিও, আৰম্ভবাদ আৰু সঙ্ঘাতবাদ যে বৈষ্ণৱসকলে কেতিয়াবা অনুসৰণ কৰিছিল তাৰ কোনো প্ৰমাণো নাই, সম্ভাৱনাও নাই। বাকী থাকিল পৰিণামবাদ আৰু বিৱৰ্ত্তবাদ। "কালিকা পুৰাণ", "স্বল্প-মৎস্য পুৰাণ" আৰু "অঙ্গিৰস্ সংহিতা" এই তিনিখন অসমৰ গ্ৰন্থত যি সৃষ্টি-প্ৰক্ৰিয়া বৰ্ণনা কৰা হৈছে, সেইটো প্ৰায় সমস্ত পুৰাণ আৰু কোনো কোনো ধৰ্ম্ম-শাস্ত্ৰতো তেনেকৈয়ে কোৱা আছে। গতিকে আন পুৰাণাদিৰ বাকাৰ দৰে এইবিলাক বাক্যকো দাৰ্শনিক সকলে টানি-টুনি নিজৰ অভিমত পৰিণামবাদ বা বিৱৰ্ত্ত-বাদৰ পথত পেলাই দি তাৰ অবিৰোধে বা পোষকৰূপে ব্যাখ্যা কৰিব পাৰে। নিৰপেক্ষভাৱে চালে কিন্তু ইয়াৰ বচন বিলাকৰ তাৎপৰ্য্য বিৱৰ্ত্তবাদতে সঙ্গত হৈ আছে যেন পাওঁ।

অসমত বিবৰ্ত্তবাদ

কালিকা পুৰাণত সৃষ্টি-প্ৰক্ৰিয়া কৰলৈ গৈ কৈছে— সৃষ্টিৰ আদিতে জ্ঞানস্বৰূপ সৰ্ব্বব্যাপক পৰমব্ৰহ্মই আছিল; তেওঁৰ সৃষ্টি কৰিবৰ ইচ্ছা হ'ল। সেই ইচ্ছাবশতঃ তেওঁৰ প্ৰকৃতি ক্ষুব্ধ অৰ্থাৎ সৃষ্টিৰ উপযোগিনী হৈ সত্ত্ব ৰজঃ তমো-গুণাত্মিকা হৈ পৰিল। প্ৰকৃতি ব্ৰহ্মতকৈ বেলেগ নহয় গতিকে ইয়াত ক্ষোভকো ব্ৰহ্ম, ক্ষোভ্যও ব্ৰহ্ম, সঙ্কোচ বিকাশবশতঃ তেওঁৰে প্ৰধান (প্ৰকৃতি) ৰূপে অৱস্থিত। (১)

কালিকা পুৰাণত বিৱৰ্ত্তবাদ

---

(১) জ্ঞানস্বৰূপস্য তদা পৰমব্ৰহ্মণো বিভোঃ।
ততোঽস্য প্ৰকৃতিস্তেন সম্যক্‌সংক্ষোভিতা ভিয়া॥

পৰিণামবাদী সাংখ্য-যোগপন্থী সকলৰ মতে প্ৰকৃতিৰ ভিন্ন সত্তা আছে। ইয়াত কিন্তু ভিন্ন সত্তা অস্বীকাৰ কৰা হ'ল। গতিকে সাংখ্য-যোগাভিমত পৰিণামবাদ যে ইয়াত অভিপ্ৰেত নহয় সেইটো বুজা গ'ল।

ইয়াৰ পুৰ্ব্ব অধ্যায়ত প্ৰলয় বৰ্ণনা প্ৰসঙ্গত কোৱা হৈছে— সেই মহাবিষ্ণু পৰম পুৰুষতে সৃষ্টি প্ৰলয়াদি সকলো প্ৰতিভাত হয় (১); প্ৰলয়ত জগৎ পৰমাত্মাতে লীন হয়। ইয়াত পৰিণামবাদ অভিপ্ৰেত হলে 'প্ৰতিভাত' নুবুলি সৃষ্ট বা উৎপন্ন হয় বুলি কলেহেতেন। "প্ৰতিভাত" শব্দৰ দ্বাৰাই বিৱৰ্ত্তবাদৰ কথা মনলৈ আহে।

সৃষ্টি বৰ্ণনাৰ উপসংহাৰ কৰি কৈছে যে পৰমজ্ঞানময় এক অদ্বৈত শান্ত-শিৱ-অনন্ত-অচ্যুত অব্যক্ত অচিন্ত্যৰূপ আত্মাই সাৰ; তেওঁৰ বাহিৰে বাকী বিলাক অসাৰ। (২)

সংক্ষুব্ধা সৰ্ব্বকাৰ্য্যাৰ্থমভূৎ সাত্ৰিগুণাত্মিকা।

[ কাঃ পুঃ ২৬।২-৩ ]

স এব ক্ষোভকো ব্ৰহ্মণ্ ক্ষোভ্যশ্চ পৰমেশ্বৰঃ।
স সঙ্কোচ-বিকাশাভ্যাং প্ৰধানত্বেঽপি চ স্থিতঃ॥

[ তথা ২৬।৫ ]

(১) স বিষ্ণুৰূপী পুৰুষঃ পুৰাণস্তস্মিন্ সমস্তঞ্চ বিভাতি তদ্বৎ।
ততো ব্ৰহ্মণি লীনেষু পৰমাত্মনি শাশ্বতে॥

[ তথা ২৫।৩৫-৩৬ ]

(২) একং শিৱং শান্ত মনন্তমচ্যুতং পৰাৎ পৰংজ্ঞানময়ং বিশেষম্।
অদ্বৈতমব্যক্তমচিন্ত্যৰূপং সাৰন্ত্বেকমাস্তি সাৰং তদন্যৎ॥

[ তথা ২৯।৪ ]

ইয়াত 'এক' 'অদ্বৈত' এই শব্দ দুটাৰ সহযোগত বিৱৰ্ত্তবাদ প্ৰকাশ হৈছে। "নিৰ্ব্বিশেষণ অদ্বৈত" শব্দৰ দ্বাৰা বিশেষণ ৰূপ দ্বিতীয় প্ৰকাৰো আত্মাৰ নিষেধ কৰা হৈছে। গতিকে বিশিষ্টা-দ্বৈতবাদী সকলৰ অভিমত পৰিণামবাদ যে ইয়াত অভিপ্ৰেত নহয় সেইটো বুজা গ'ল।

আৰু এটা শ্লোকত জগতৰ চৰম কাৰণৰ স্বৰূপ কোৱা হৈছে যে, "তেওঁ নিৰাধাৰ, নিৰাকাৰ, নিঃসত্ব নিবৰগ্ৰহ, আনন্দময় অদ্বৈত, দ্বৈতহীন আৰু অবিশেষণ জ্ঞানস্বৰূপ, নিৰঞ্জন (১) ইত্যাদি। ইয়াত যি কোনো প্ৰকাৰবে দ্বৈতভাৱ বাৰণ কৰা হৈছে। গতিকে অগত্যা বিৱৰ্ত্তবাদতে এই শ্লোকৰ তাৎপৰ্য্য মানিব লাগিব।

"স্বল্পমৎস্যপুৰাণ"ৰ মঙ্গলাচৰণ শ্লোকত বিৱৰ্ত্তবাদ স্পষ্টতঃ স্বীকাৰ কৰা হৈছে—"যস্মিন্ বিশ্বমিদং বিবেকবিৰহাদ্ ৰজ্জৌ ভুজঙ্গায়িতম্"

স্বল্প-মৎস্য পুৰাণত ৰজ্জুত সৰ্প আৰোপিত হোৱাৰ দৰে য'ত অজ্ঞান-বশতঃ এই বিশ্ব আৰোপিত (অধ্যস্ত) হৈছে। ইয়াৰ ৩য় অধ্যায়ত মহদাদিতত্ত্ববোৰক প্ৰকৃতিৰ পৰিণাম বুলি বৰ্ণনা কৰা হৈছে যদিও, সেইটো বিৱৰ্ত্তবাদৰ বিৰোধী নহয়। জগতখন ব্ৰহ্মৰ বিৱৰ্ত্তৰূপ আৰু মায়াৰ পৰিণাম ৰূপ বুলি শঙ্কৰভগবৎপাদৰ মতানুযায়ী সকলেও মানে।

---

(১) নিৰাধাৰং নিৰাকাৰং নিঃসত্ত্বন্নিৰৱগ্ৰহম্।
আনন্দময়মদ্বৈতং দ্বৈতহীন বিশেষণম॥
ন স্থূলং ন চ সূক্ষ্মং যজ্জ্ঞানং নিত্যং নিৰঞ্জনম্।
একমাসীৎ পৰংব্ৰহ্ম স্বপ্ৰকাশং সমন্ততঃ॥
[কাঃ পুঃ ২৫।৭৭—৭৮]

"অঙ্গিৰস্ সংহিতা"তো মনু সংহিতাত বৰ্ণিতক্ৰমে অব্যক্ত সনাতন পৰম ব্ৰহ্মৰ পৰাই তেওঁৰ সিসৃক্ষাবশতঃ জগৎসৃষ্টি বৰ্ণনা কৰা হৈছে (১); আৰু বেদাধ্যয়ন-নিৰূপণ-প্ৰসঙ্গত, এই জগৎ—প্ৰপঞ্চ ব্ৰহ্মতকৈ ভিন্ন নহয় (২), ব্ৰহ্মজ্ঞানেই মুক্তিৰ কাৰণ, ব্ৰহ্মভাৱপ্ৰাপ্তিয়ে মুক্তি (৩) বুলি স্পষ্টতঃ কোৱা আছে; উপনিষদত কোৱা মতে ব্ৰহ্মজ্ঞানৰ কাৰণ ওঁকাৰ-উপাসনাদিও ইয়াত বৰ্ণনা কৰা হৈছে।

অঙ্গিৰস-সংহিতা

(১) নাসীদিদং জগৎকৃৎস্নং ব্ৰহ্মব্যোমাদিলক্ষণম্।
কিন্ত্বাসীৎতৎপৰংব্ৰহ্ম যদব্যক্তং সনাতনম্।
যত্ৰ লীনং জগৎসৰ্ব্বং কৰ্ম্মবন্ধনিয়ন্ত্ৰিতম্।
তন্নীৰূপং নিৰাকাৰমচিন্ত্যং নিত্যমব্যয়ম্॥
প্ৰাণ্যদৃষ্টবশাত্তস্মাৎ সিসৃক্ষা সমজায়ত। ইত্যাদি

(২) মনোমুদ্গৰ দণ্ডেন চূৰ্ণিতে ভুৱনত্ৰয়ে।
অচূৰ্ণিতং যদ্বিভাতি তদেৱ পৰমং পদম্॥
ব্ৰহ্মভূতানি সৰ্ব্বানি ভুৱনানি চতুৰ্দ্দশ।
ন কিঞ্চিদ্ ব্ৰহ্মণোভিন্নং বিদ্যতেঽত্ৰদ্বিজোত্তম॥

(৩) ওঁকাৰং ৰথমাৰুহ্য বিষ্ণুংকৃত্বাতু সাৰথিম্।
তাবদ্ৰথেন গন্তব্যং যাৱৎপথিস্থিতো ৰথঃ॥
ৰথং পৰিত্যজ্য ততঃ পৰংব্ৰহ্ম সমাশ্ৰয়েৎ।
আত্মানমৰণিং কৃত্বা মনঃ কৃত্বোত্তৰাৰণিম্॥
জ্ঞান নিৰ্ম্মথনাভ্যাসাৎ পশ্যেদ্ ব্ৰহ্মাগ্নিকুটবৎ॥
ব্ৰহ্মবেদৈৰ্ব্ৰহ্মপদো পৰয়া ব্ৰহ্মমাত্ৰয়া।
বিনা মোক্ষং ন লভ্যেত জন্ম কোটিশতৈৰপি॥
ব্ৰহ্মজ্ঞানং যতো বিপ্ৰা এতত্ত্ৰয়মমাশ্ৰয়ম্।
তস্মিন্ সৰ্বকৰ্ম্মাণি পৰব্ৰহ্মণি লীয়তে॥ ইত্যাদি।

যোগিনীতন্ত্ৰতো অদ্বৈত ব্ৰহ্মজ্ঞান যে মুক্তিৰ কাৰণ এই কথা শব্দতঃ আৰু অৰ্থতঃ প্ৰতিপাদন কৰা হৈছে। এইবিলাক কথা যথাশ্ৰুতভাৱে বিৱৰ্ত্তবাদৰ পক্ষেহে সঙ্গত হয়। বিভিন্ন 'স্মৃতিনিবন্ধ' গ্ৰন্থতো অদ্বৈত ব্ৰহ্মবাদৰ ইঙ্গিত নোহোৱা নহয়; পিচে ব্ৰহ্মপ্ৰতিপাদন সেইবিলাক গ্ৰন্থৰ বিষয় নহয় গতিকে সেই বিষয়ে তাত কোনো যুক্তি প্ৰমাণ উপস্থাপিত কৰা হোৱা নাই।

যোগিনীতন্ত্ৰত

খৃঃ ১৫ শ শতকৰ পুৰণি কামৰূপৰ মহাপণ্ডিত দামোদৰ মিশ্ৰই শ্ৰীশঙ্কৰাচাৰ্য্যকৃত হস্তামলকস্তোত্ৰৰ টীকা লিখি এই অদ্বৈতবাদ বা বিৱৰ্ত্তবাদ দক্ষতাৰ সহিত প্ৰতিপাদন কৰিছে বুলি বুজা যায়।

অন্যান্য গ্ৰন্থত

গতিকে পূৰ্ব্বোপস্থাপিত প্ৰমাণৰ বলত সেই কালত আমাৰ দেশত বিভিন্ন ধৰ্ম্ম সম্প্ৰদায়ৰ মাজত দাৰ্শনিক ক্ষেত্ৰত বিৱৰ্ত্তবাদেই অধিকভাৱে গৃহীত হৈছিল বুলি নিৰ্ণয় কৰিব পাৰো হ'ক। বৈষ্ণৱ সম্প্ৰদায়ৰ ভিতৰতো ইয়াৰেই প্ৰতিপত্তি বিশেষকৈ আছিল, কাৰণ উক্ত গ্ৰন্থবিলাকত বিষ্ণুকে জগতৰ কাৰণ পৰমব্ৰহ্ম বুলি উপস্থাপিত কৰা হৈছে।

এই বিৱৰ্ত্তবাদৰ ভিত্তিত প্ৰতিষ্ঠিত হৈ থকা বৈষ্ণৱ-ধৰ্ম্মৰূপ মহাবৃক্ষই পাচত মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ, দামোদৰদেৱ, হৰিদেৱ, মাধৱদেৱ, ভট্টদেৱ আদি পৰম ভাগৱতসকলৰ লালন-পালনৰ দ্বাৰা ফলে, পুষ্পে, শাখাই, পল্লৱে সুসজ্জিত হৈ উঠিল আৰু তাৰ ৰূপ, ৰস, সৌৰভ পৰশ সমগ্ৰ দেশবাসীৰ মাজত বিতৰিত হব

ধৰিলে। তেন্তিয়াও যে এই সম্প্ৰদায় বিবৰ্ত্তবাদ বা অদ্বৈতবাদৰ পৰা চ্যুত হোৱা নাছিল ইয়াকে পৰৱৰ্ত্তী গ্ৰন্থত কোৱা হব।

---

# তৃতীয় অধ্যায়

## প্ৰমাণ নিৰূপণ আৰু সম্প্ৰদায় জিজ্ঞাসা

প্ৰমাণৰ দ্বাৰাই প্ৰমেয়সিদ্ধি বা বস্তুনিশ্চয় হয়। গতিকে কি কি প্ৰমাণ অসমীয়া বৈষ্ণৱসকলে মানে; তাৰে ভিতৰত

প্ৰমা আৰু প্ৰমাণ

তেওঁবিলাকৰ অভিমত ভাগৱত ধৰ্ম্মত স্বীকৃত বিষয়-বোৰৰ নিশ্চয়ৰ বাবে কোন প্ৰমাণত অধিক গুৰুত্ব দিয়া হৈছে তাৰে আলোচনা কৰা ভাল হব।

কোনো বিষয়ৰ যথাৰ্থ জ্ঞানকে প্ৰমা বোলে যি জ্ঞানে যি বস্তুটোক যেনেকুৱাৰূপে প্ৰকাশ কৰে (বুজায়) সেইটো যদি আচলতে সেই বস্তু আৰু তেনেকুৱাই হয়, তাকে যথাৰ্থ জ্ঞান বোলা হয়। তাৰ বিপৰীত—অৰ্থাৎ যি জ্ঞানে আন এটা বস্তুক আন বস্তুৰূপে প্ৰকাশ কৰে তাকে অযথাৰ্থ জ্ঞান বা অপ্ৰমা বোলা হয়।

প্ৰমা বা যথাৰ্থ জ্ঞানৰ কৰণ যিটো হয় অৰ্থাৎ সি যাৰ পৰা জন্মে সেয়ে প্ৰমাণ। প্ৰমাণৰ সংখ্যা, স্বৰূপ, লক্ষণ বিষয়ে দাৰ্শনিকসকলৰ ভিতৰত নানা মত মতান্তৰ আছে। প্ৰমাণৰ সংখ্যা লক্ষণ আদি বিষয়ে অসমীয়া বৈষ্ণৱসকলৰ কোনো সিদ্ধান্ত লিখিতভাৱে

পোৱা ৰাযায়। গতিকে তেওঁবিলাক কোন সম্প্ৰদায় ভুক্ত আছিল ইয়াৰ সম্বাদ যদি আমি কিবা উলিয়াব পাৰোঁ তেন্তে এই বিষয়ে সেই সম্প্ৰদায়ৰ স্বীকৃত সিদ্ধান্তই এওঁবিলাকৰ অভিমত আছিল বুলি ধৰি লব পাৰিম। সেই কাৰণে এওঁবিলাকে নিজক কোন সম্প্ৰদায়ৰ বুলি ভাবিছিল তাৰে কিবা সূংসূত্ৰ উলিয়াব পাৰি নেকি চোৱা য'ক।

অসমীয়া বৈষ্ণৱৰ সম্প্ৰদায় জিজ্ঞাসা

অসমৰ বৈষ্ণৱ সম্প্ৰদায়টি শ্ৰীশঙ্কৰদেৱৰ সময়ৰ পৰাই বোধহয় ভাগৱতী সম্প্ৰদায় নামেৰে পৰিচিত হৈ আহিছে। ভগৱান্ বিষ্ণুৰ উপাসক আৰু ভাগৱত শাস্ত্ৰকে সৰ্ব্বশ্ৰেষ্ঠ প্ৰমাণ বুলি মানে গতিকেই এওঁবিলাক সেই নামে পৰিচিত। কিন্তু এই কথাটো প্ৰায়বিলাক বৈষ্ণৱ সম্প্ৰদায়তে বিশেষকৈ গোৰীয় বৈষ্ণৱসকলতো খাতে; গতিকে তাৰ পৰা সম্প্ৰদায়টিক বেলগাই বুজাবৰ কাৰণে চৰিত গ্ৰন্থত এটা গুৰু পৰম্পৰা দিয়া হৈছে। যিটো গুৰু পৰম্পৰা দিয়া হৈছে সেইটোত ঐতিহাসিক দৃষ্টিত অসামঞ্জস্য থাকিলেও সেই চৰিতকাৰ আৰু তেওঁৰ সময়ৰ বৈষ্ণৱ-সকলে যে তেনেকৈ ভাবিছিল আৰু তেওঁবিলাকেও যে সেইটো পুৰ্ব্ববৰ্ত্তী গুৰুসকলৰ পৰাই জানিছিল ইয়াত কোনো সন্দেহ কৰিবৰ কাৰণ নেদেখোঁ।

"কথাগুৰুচৰিত"ত যি গুৰু সম্প্ৰদায় দিয়া আছে সেইটো এই— "নিৰঞ্জন পুৰুষে অনাদি অনন্তক ভাগৱত জ্ঞান দিলে। তেওঁ কলে কালপুৰীয়া নাৰায়ণক, তেওঁৰ পৰা পালে নৰনাৰায়ণে, তেওঁৰ পৰা পালে হংসনাৰায়ণে, তেওঁৰ পৰা পালে সুৰ্য্যমণ্ডলি

নাৰায়ণে, তেওঁৰ পৰা পালে শ্ৰীনাৰায়ণে। শ্ৰীনাৰায়ণে একশৰণ ভাগৱত ধৰ্ম্ম ব্ৰহ্মা, বিষ্ণু, ৰুদ্ৰক দিলে; ব্ৰহ্মাই নাৰদক, নাৰদে ব্যাসক, ব্যাসে কলে শুকক, শুকে সূতত কলে। সূতৰ শিষ্য মনোহৰাসূত; তেওঁৰ শিষ্য শঙ্কৰাচাৰ্য্য, তেওঁৰ শিষ্য শ্ৰীধৰস্বামী, তেওঁৰ শিষ্য ভাস্কৰাচাৰ্য্য, তেওঁৰ শিষ্য নৃশিংহ, তেওঁৰ শিষ্য পৰমানন্দ, তেওঁৰ শিষ্য ৰত্ন ভাৰতী, তেওঁৰ শিষ্য মহাভাৰতী, তেওঁৰ শিষ্য পুৰুষোত্তম ভট্টাচাৰ্য্য, তেওঁৰ শিষ্য বিষ্ণুপুৰী, বিষ্ণুপুৰীৰ শিষ্য ব্ৰহ্মানন্দ, ব্ৰহ্মানন্দৰ শিষ্য জগদীশ মিশ্ৰ; জগদীশে আনি মহাপুৰুষ শ্ৰীশঙ্কৰক দিলে। (১)

আইকনকলতা চৰিততো অলপ ইফাল-সিফালকৈ এই কথাকে

(১) পূৰ্ব্বে আদিনিৰঞ্জনে কলে শ্ৰীভাগৱত অনাদি অনন্তত, তাৰা কৈলে কালপুৰীয়া নাৰায়ণত, তান্ত হন্তে পালে নৰনাৰায়ণে, তাৰান্ত হন্তে পালে হংসনাৰায়ণে, তেওঁ কলে সূৰ্য্যমণ্ডলি নাৰায়ণত, তেওঁ কলে শ্ৰীনাৰায়ণত, তেওঁ কলে ব্ৰহ্মা, বিষ্ণু, ৰুদ্ৰত, একশৰণকৈ, তেক্তে ব্ৰহ্মা কলে নাৰদত, তাৰা কলে ব্যাসন্ত, ব্যাসে শুকন্ত, শুকে পৰীক্ষিতত, ৰ'ল সূতত, তানে শিষ্য মনোহৰাসুত, তানে শিষ্য শঙ্কৰাচাৰ্য্য, তানে শিষ্য শ্ৰীধৰস্বামী, তানে শিষ্য ভাস্কৰ আচাৰ্য্য, তানে শিষ্য নৃসিংহ পৰ্ম্মানন্দ, তানে শিষ্য ৰত্নভাৰতী, তানে শিষ্য মহাভাৰতী, তানে শিষ্য পুৰুষোত্তম ভট্টাচাৰ্য্য, তানে শিষ্য বিষ্ণুপুৰী, তানে শিষ্য ব্ৰহ্মানন্দ, তানে শিষ্য জগদীশ আনি গুৰুজনক দিছে।

[ কথা গুৰুচৰিত্ৰ পৃঃ—১৭৩ ]

কোৱা হৈছে। (১) যিখিনি কথাত উভয়ৰ ঐকমত্য আছে সেই-খিনি কথাৰ দ্বাৰাই শ্ৰীশঙ্কৰাচাৰ্য্য, শ্ৰীধৰস্বামী, ভাস্কৰাচাৰ্য্য আৰু বিষ্ণুপুৰী এই সম্প্ৰদায়ৰ গুৰু পৰম্পৰাৰ ভিতৰত পৰি গৈছে। গতিকে এই চাৰিজন আচাৰ্য্যৰ কথাত যে আমাৰ বৈষ্ণৱ সম্প্ৰদায়ে প্ৰামাণ্যজ্ঞান কৰিছিল; এইটো আমি মানি লব পাৰোঁ হ'ক।

(১) শুনা সৰ্ব্বজনে ভাগৱত পূৰ্ব্ব কথা।
যিমতে ভৈলন্ত ব্যক্ত পৃথিবীত এথা॥
পূৰ্ব্বে আদিনিৰঞ্জনে অনাদিত কৈলা।
অনাদিয়ে অনন্তৰ আগত কহিলা॥
অনন্তে কহিলা কালপুৰ নাৰায়ণে।
কালপুৰীয়ে কৈলা হংসনাৰায়ণে॥
হংসনাৰায়ণে সূৰ্য্যনাৰায়ণত কৈলা।
সূৰ্য্যনাৰায়ণে শ্ৰীনাৰায়ণক দিলা॥
শ্ৰীনাৰায়ণে ব্ৰহ্মা বিষ্ণু মহেশত।
ব্ৰহ্মাদেৱে কহিলন্ত নাৰদ আগত॥
নাৰদে ব্যাসত ব্যাসে শুকত কহিলা।
শুকদেৱে পৰীক্ষিত সভাত কহিলা॥
উগ্ৰশ্ৰবাসূতে তাক শুনি আছিলন্ত।
তেহো পাচে মনোহৰ সূতত কহিলন্ত॥
তেহে কহিলন্ত পাচে শঙ্কৰাচাৰ্য্যত।
শঙ্কৰাচাৰ্য্য কহিলন্ত শ্ৰীধৰস্বামীত॥
শ্ৰীধৰস্বামীয়ে কৈলা ভাস্কৰাচাৰ্য্যত।
ভাস্কৰাচাৰ্য্যে কৈলা নৃসিংহ আগত॥

ভক্তিৰত্নাকৰত যে 'ভুজঙ্গপ্ৰয়াতে পৰমহংস ভট্টাৰ্য্যেনোক্তম্" বুলি উল্লেখ আছে ইয়াত পৰমহংস ভট্টাচাৰ্য্য বুলি শঙ্কৰাচাৰ্য্যৰে উল্লেখ কৰা হৈছে বুলি প্ৰাচীনসকলে ভাবিছিল। (১) শঙ্কৰাচাৰ্য্যৰ বাক্যত প্ৰামাণ্যবোধ নাথাকিলে তাক প্ৰমাণৰূপে উদ্ধৃত নকৰিলে হেতেন। শ্ৰীশঙ্কৰাচাৰ্য্যৰ বাক্যত এওঁবিলাকৰ প্ৰামাণ্যবোধ থকাৰ উদাহৰণৰূপে আমি ইয়াক গ্ৰহণ কৰিব পাৰোঁ। দ্বিতীয়তঃ ৺ভট্টদেৱৰ প্ৰণীত বুলি কথিত শ্ৰীধৰস্বামিকৃত ভাগবত-ভাৱাৰ্থ দীপিকাৰ সংক্ষিপ্ত টীকা এটা পোৱা গৈছে—তাত 'আত্মা' আৰু ঈশ্বৰৰ স্বৰূপ কথন প্ৰসঙ্গত, অন্যান্য দাৰ্শনিকৰ মত কৈ সমশেষত ঔপনিষদসকলৰ মত বুলি শ্ৰীশঙ্কৰ-ভগৱৎ-পাদৰ মততে হৰিভৰ দিয়া হৈছে।

অসমৰ বৈষ্ণৱ সম্প্ৰদায়ত শ্ৰীশঙ্কৰাচাৰ্য্য

---

নৃসিংহে কহিলা পাচে পৰমানন্দত।
বহ্নভাৰতীত তেহো মহাভাৰতীত॥
মহাভাৰতীয়ে পুৰুষোত্তমত থৈলন্ত।
পুৰুষোত্তমে বিষ্ণুপুৰীত কৈলন্ত॥
তানে শিষ্য ব্ৰহ্মানন্দ ভট্টাচাৰ্য্য নাম।
তানে শিষ্য জগদীশ মিশ্ৰ যাৰ নাম॥
তেহে ভাগৱত শ্ৰীশঙ্কৰক দিলা।
এহিমতে ভাগৱত এৰাজ্যে আসিলা॥

[ আইকনকলতা চৰিত পৃঃ— ৫৪-৫৫ ]

(১) শঙ্কৰ আচাৰ্য্য মত ভুজঙ্গ প্ৰয়াত।
কহিলোহো সাধুসব শুনিও সাক্ষাত॥

[ ভঃ ৰঃ পঃ ৬৮২ ]

শ্ৰীধৰস্বামিপাদৰ বাক্যত শ্ৰীশঙ্কৰ আদি অসমৰ সকলো বৈষ্ণৱ গুৰুৱে ভাগৱতৰ বাক্যৰ সমানে প্ৰামাণ্যজ্ঞান আৰু শ্ৰদ্ধা কৰিছিল। বেদস্তুতিত শ্ৰীশঙ্কৰদেৱে মূল ভাগৱতৰ শ্লোকৰ পৰিবৰ্ত্তে

শ্ৰীধৰস্বামী

স্বামিপাদৰ ৰচিত শ্লোকৰ হে পদভাঙণি কৰিছে। 'ভক্তিৰত্নাকৰ'ৰ অনেক ঠাইত শ্ৰীধৰস্বামিপাদৰ ৰচিত শ্লোকক প্ৰমাণ-ৰূপে উদ্ধৃত কৰিছে; টীকাত শ্ৰীধৰস্বামীৰ ব্যাখ্যাকে প্ৰায় তুলি দিয়া হৈছে।

আচাৰ্য্য ভট্টদেৱেও স্বকৃত গ্ৰন্থবোৰত শ্ৰীধৰস্বামীৰ উক্তিত এনেকুৱা গুৰুত্ব দান কৰা দেখা যায়।

বিষ্ণুপুৰীৰ ওপৰতো যে তেওঁবিলাকৰ সাম্প্ৰদায়িক আত্মীয়তা-জ্ঞান আছিল, অসমীয়া বৈষ্ণৱসকলৰ ভিতৰত তেৰাৰ

বিষ্ণুপুৰী

ৰচিত "ভক্তিৰত্নাৱলী"ৰ প্ৰভাৱ আৰু 'ভক্তিৰত্নাকৰ'ত কান্তিমালা ব্যাখ্যাৰ সমাদৰ আদিয়ে সেই বিষয়ত প্ৰমাণ।

শ্ৰীশঙ্কৰৰ বিষ্ণুপুৰী সম্প্ৰদায়-ভুক্তি বিষয়ে যি দুই এটা প্ৰমাণ আমাৰ দৃষ্টিগোচৰ হৈছে তাকে ইয়াত উপস্থাপিত কৰাটো অপ্ৰাসঙ্গিক নহব। শ্ৰীশঙ্কৰৰ প্ৰতিষ্ঠাপিত সম্প্ৰদায়ৰ

শ্ৰীশঙ্কৰৰ গুৰু জিজ্ঞাসা

লোকসকলৰ ভিতৰত তেৰাৰ গুৰু থকাৰ কোনো প্ৰসিদ্ধি বা আখ্যান জীৱিত নাই। বৰঞ্চ ভগৱান্ শ্ৰীকৃষ্ণৰ বাহিৰে তেৰাৰ আন কোনো গুৰু বা প্ৰাথমিক ধৰ্ম্মোপদেষ্টা পুৰুষ নাছিল বুলিয়ে কথা এটা এই সম্প্ৰদায়ৰ ভিতৰত চলি আছে বুলি শুনা যায়। গুৰুক ভগৱদ্ৰূপ বুলি মানিব লাগে, গুৰুৰ গুৰু স্বীকাৰ কৰিলে তেওঁক কাবোৱাতকৈ অপকৃষ্ট (সৰু) বুলি স্বীকাৰ কৰা

হয় গতিকে ভগৱদ্‌ৰূপতা ক্ষুণ্ণ হয়। এই কাৰণেও হয়তো এই বিশ্বাসৰ উৎপত্তি হব পাৰে; গতিকে এই বিষয়ে নির্ভৰযোগ্য আন প্ৰমাণ বা যুক্তি পায় নেকি বিচাৰ কৰা আৱশ্যক।

"ভক্তিৰত্নাকৰ" শ্ৰীশঙ্কৰৰ অতি প্ৰামাণিক গ্ৰন্থ। তাত বিষ্ণুভক্ত হবলৈ হলে গুৰুত শৰণ লোৱাটো বিধেয়, এই কথা প্ৰমাণ সহকাৰে কোৱা হৈছে। (১)

গুৰু-সেৱা

নিজৰ প্ৰদত্ত বিধি নিজে লঙ্ঘণ কৰাৰ দৃষ্টান্ত নাই। শ্ৰীশঙ্কৰে কোনো এজনক গুৰু মানি শৰণ লোৱা বুলি প্ৰমাণিত হলেও শ্ৰীভগৱানৰ বাহিৰে যে তেখেতৰ আন কোনো গুৰু নাছিল আধ্যাত্মিক বা তাত্ত্বিক দৃষ্টিত, এই কথাৰ কোনো অসঙ্গতি নাহে; যাকে গুৰু বোলা হ'ক সেয়ে শিষ্যৰ বা তদনুগামীসকলৰ দৃষ্টিত ভগৱান্; ভগৱানতকৈ তেওঁৰ অতিৰিক্ত সত্তা নাই।

"নিমি নব সিদ্ধ সম্বাদ"তো গুৰু মনাৰ আৱশ্যকতা কোৱা হৈছে। (২) অনাদিপাতন, ৰুক্মিণীহৰণ, হৰিশ্চন্দ্ৰ-উপাখ্যান আৰু ৰামায়ণ উত্তৰাকাণ্ডত শ্ৰীশঙ্কৰে শ্ৰীকৃষ্ণৰ চৰণ চিন্তাৰ পাচতে গুৰুৰ চৰণ চিন্তাও কৰিছে। (৩) তেখেতে কাকো গুৰু নমনা হলে

(১) "তস্মাদ্‌ গুৰুং প্ৰপদ্যেত জিজ্ঞাসুঃ শ্ৰেয় উত্তমম্॥"
[ ভঃ ৰঃ সং—১।৪ ]

(২) "উপদেশদাতা যিটো গুৰু থাকে তাকে হৰি বুলি মানে॥"
[ নিঃ নঃ ৫৭ ]

(৩) কৃষ্ণ-পদ পঙ্কজক ধৰি হৃদয়ত।
গুৰুৰ চৰণ মনে কৰি শিৰোগত॥ [ অঃ পাঃ—৫

কৃষ্ণ-পদ পঙ্কজ যুগল মনে ধৰি।
গুৰুৰ চৰণ মনে শিৰোগত কৰি॥ [ ৰুঃ হঃ—৪ ]

এই কথাৰ সঙ্গতি নাথাকে।

আন এটা কথা এই যে, অসমীয়া বৈষ্ণৱৰ দৃষ্টিত যিটোক সৎসঙ্গ-সাধুসঙ্গ বা বৈষ্ণৱত শৰণ বোলা হয় সেইটো অতি আৱশ্যকীয় আৰু গুৰু ভজনতকৈ কোনোগুণে কম নহয়।

সৎসঙ্গ আৰু গুৰু ভজনৰ আৱশ্যকতা

বিষ্ণু-বৈষ্ণৱৰ অভেদ ইপিনে গুৰু বিষ্ণুৰ অভেদ, ফলতঃ গুৰু বৈষ্ণৱ বা সন্ত একে হৈ পৰে। শ্ৰীশঙ্কৰে যেতিয়া প্ৰথমে আনবিলাকক একশৰণ ধৰ্ম্মৰ উপদেশ দিয়ে তেতিয়া চাৰি বস্তুৰ ভিতৰত নাম, দেৱ, ভকত এই তিনিটা বস্তুৰহে প্ৰকাশ আছিল বুলি চৰিত পুথিত কথিত আছে। গুৰু বেলেগ বস্তুৰূপে তেতিয়া স্বীকৃত হোৱা নাছিল; পাচত মহাপুৰুষ মাধৱদেৱেহে গুৰুক বেলেগ বস্তুৰূপে প্ৰকাশ কৰে। (১) গতিকে ধৰ্ম্মোপদেশ দিয়া অৱস্থাত তেখেতে সম্ভৱতঃ ভকত বা সন্তৰূপেহে আনক সঙ্গদানপূৰ্ব্বক উপদেশ দিছিল। ব্ৰাহ্মণসকলেও তেওঁৰ

কৃষ্ণ-পাদ-পদ্মযুগ হৃদয়ত ধৰি।
গুৰুৰ চৰণ মনে শিৰোগত কৰি॥

[ হঃ উঃ—২ ]

ৰাম-পাদ-পদ্ম দুই হৃদয়ত ধৰি।
গুৰুৰ চৰণ মনে নমস্কাৰ কৰি॥

[ ৰাঃ উঃ কাঃ—৫ ]

(১) ভাগৱতৰ সৱঙ্গ, সহস্ৰনামৰ নাম, গীতাৰ এক শৰ্ণ এই তিনিটি বস্তু ব্যক্ত কৈলে। সিটি গুপ্তে ৰাখিছিল; ছোট আতা পাই বেলগুৰিত প্ৰচাৰিলে।

[ কথা গুৰুচৰিত পৃঃ—৩৪ ]

সঙ্গ গ্ৰহণ কৰিছিল সন্ত বা বৈষ্ণৱ বুলিহে। নহলে যদি তেৰাই গুৰু হিচাবেই আনক শৰণ দিছিল বুলি ধৰা যায় তেন্তে তেতিয়া যে তিনি বস্ত্ৰৰহে প্ৰকাশ আছিল এই কথা অসঙ্গত হৈ পৰে।

ৰত্নাকৰত গুৰু-সেৱা মাহাত্ম্য আৰু সৎসঙ্গ মাহাত্ম্য বেলেগকৈ নিৰূপণ কৰা হৈছে যদিও গুৰু আৰু সন্তৰূপে এজনকে লৈ তেওঁত শৰণ ললেও গুৰু-সেৱা আৰু সাধুসঙ্গ উভয়ে সিদ্ধ হোৱাত কোনো বাধা নাই। সেই প্ৰাথমিক সঙ্গদাতাকে গুৰু মানি সেৱা কৰাতো কোনো বাধা নঘটে। সেই কালৰ যিটো সৎসঙ্গ বা সন্তত শৰণ আছিল তাৰ বাহিৰে গুৰুত শৰণ বেলেগভাৱে কৰ্ত্তব্য বুলি শ্ৰীশঙ্কৰে হয়তো বিবেচনা কৰা নাছিল। সেই সন্তজনাৰ পৰাই ধৰ্ম্মবিষয়ক সকলো উপদেশ পোৱাটো সম্ভৱপৰ।

প্ৰথমতে যাৰ পৰা ভাগৱত ধৰ্ম্মৰ জ্ঞান, তেৰাসকলে গ্ৰহণ কৰিছিল; সেইজনাই যে গুৰুৰূপে পুজিত বা সেৱিত হৈছিল তাত কোনো সন্দেহৰ কাৰণ নাই। পাচত গৈ মহাপুৰুষসকলে ভগৱান্, ভক্ত, ভক্তি আৰু গুৰুৰ পৰস্পৰ ভেদজ্ঞান পৰিহাৰ কৰি এইসকলোকে অভিন্ন জ্ঞান কৰিছিল; প্ৰথম ধৰ্ম্মোপদেষ্টা গুৰুকো ভগৱদ্-ভক্তসকলৰ ভিতৰতে দেখিছিল অৰ্থাৎ গুৰুৰ অতিৰিক্ত সত্তাটি ভগৱদ্-ভক্তৰ সত্তাৰ লগত একীভূত হৈ মিলি গৈছিল। সেইহে শ্ৰীশঙ্কৰক, তেৰাৰ গুৰু কোন বুলি সুধিলত—ভক্তসকলেই তেখেতৰ গুৰু বুলি—উত্তৰ দিছিল। এই কথা চৰিত্ৰ গ্ৰন্থত পোৱা আছে। গুৰু দামোদৰদেৱেও সেইদৰে ভগৱদ্ ভক্তসকলতকৈ

যে তেওঁৰ গুৰু এজন বেলেগ আছিল তেনে কথা স্বীকাৰ কৰা নাছিল। ভক্তি ভক্ত আৰু ভগৱান্ যে অভিন্ন তত্ত্ব এই কথাহে প্ৰচাৰ কৰিছিল। এইদৰে তেওঁ বিলাকৰ প্ৰথম ধৰ্ম্মোপদেষ্টা বা গুৰু থকা সত্ত্বেও গুৰু বিষয়ক ভেদ জ্ঞানটি নোহোৱাৰ ফলত সেই সম্প্ৰদায়ৰ মাজত এই জ্ঞান ক্ৰমে বিলুপ্ত হৈ গল। সেই কাৰণেই পৰৱৰ্ত্তী গুৰুচৰিতকাৰসকলৰ ভিতৰত এই বিষয়ে নানা জল্পনা-কল্পনা বা মত-ভেদ ঘটিবলৈ পালে। নহলে সাম্প্ৰদায়িক গুৰুজনৰ নামটি এইদৰে বিলুপ্ত বা বিস্মৃত হৈ যোৱাৰ আন কোনো কাৰণ নিৰ্ণয় কৰিব নোৱাৰি।

সম্ভৱতঃ শ্ৰীশঙ্কৰে সৎসঙ্গ বা প্ৰাথমিক গুৰুত শৰণ ব্যতিৰেকে বেলেগে গুৰুত শৰণ লোৱাও নাছিল আৰু অনেকো নিজে গুৰু ৰূপে শৰণ নিদি সন্তৰূপে থাকি সঙ্গ দানপূৰ্ব্বক শ্ৰীকৃষ্ণত শৰণ বা উপদেশহে দিছিল। এই উপদেশ গ্ৰহণ বা সৎসঙ্গ স্বীকাৰকে শৰণ বোলা হৈছিল।

কিৰাত হূনান্ধ্ৰ পুলিন্দ পুক্কশা
আভীৰ সুহ্মা যৱনাঃ খসাদয়ঃ।
অন্যে চ পাপা যদপাশ্ৰয়াশ্ৰয়াঃ
শুদ্ধ্যন্তি তস্মৈ প্ৰভৱিষ্ণৱে নমঃ॥ [ ভাঃ— ২।৪।১৭]

আশ্ৰয় আৰু শৰণ একাৰ্থক শব্দ হোৱা সত্ত্বেও শ্ৰীশঙ্কৰে ইয়াত, আশ্ৰয় শব্দৰ অৰ্থ সঙ্গ বুলি গ্ৰহণ কৰিছে যেনে—

"কিৰাত কছাৰি খাসি গাৰো মিৰি
যৱন কঙ্ক গোৱাল।

অসম মুলুক ৰজক তুৰক
কুবাচ মেচ চণ্ডাল ॥
আনো যত নৰ কৃষ্ণ সেৱকৰ
সঙ্গত পবিত্র হয়।
ভকতি কৰিয়া সংসাৰ তৰিয়া
বৈকুণ্ঠে সুখে চলয় ॥ [দশম -- ]

ইয়াত কৃষ্ণ-সেৱকৰ শৰণ নুবুলি সঙ্গ বোলা হৈছে তাৰ দ্বাৰা সঙ্গৰ আৱশ্যকতা আৰু গুৰুত্ব প্ৰকাশ কৰা হৈছে। এইদৰে প্ৰাথমিক সঙ্গদাতাজনেই গুৰু আৰু শৰণ বা সঙ্গ লওঁতাজন শিষ্যৰূপে বিবেচিত হৈছিল। কিন্তু পাচত যাৰ শৰণ, আশ্ৰয় বা সঙ্গত থাকি ভগৱন্নাম-গুণাদিৰ শ্ৰৱণ-কীৰ্ত্তন কৰা হৈছিল, ভাগৱত ধৰ্ম্মৰ উপদেশ গ্ৰহণ কৰা হৈছিল, তেওঁক গুৰু নুবুলি সঙ্গীহে বোলা হৈছিল। আত্মাবোধক আতা সম্বোধন তেওঁতো ব্যৱহৃত হব পাৰিছিল। কাৰণ এই সঙ্গীযো গুৰুবৎ মান্যৰূপে বিবেচিত হৈছিল।

কোনো কোনো লোকৰ এই সঙ্গদাতা সন্তৰ বাহিৰেও প্ৰাথমিক উপদেষ্টা ভক্তি-জ্ঞানপ্ৰদ গুৰু বেলেগ আছিল। গুৰু দামোদৰদেৱৰ প্ৰাথমিক জ্ঞান-ভক্তিপ্ৰদ গুৰু আছিল উৰেষাৰ বাসুদেৱ সন্ন্যাসী, সঙ্গদাতা সন্ত আছিল মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ। "শ্ৰীশ্ৰীবংশীগোপালদেৱ"ৰ চৰিত্ৰৰ পৰা এই কথা বুজা যায়। (১) সকলো গুৰুচৰিতৰ ভিতৰত এইখন

গুৰু দামোদৰদেৱৰ গুৰু আৰু সঙ্গী

(১) ওৰেষা দেশৰ বাসুদেৱ বিপ্ৰবেশ।
তাহান্ত লভিছো জ্ঞান ভক্তি উপদেশ ॥

গ্ৰন্থ অধিক পক্ষপাতশূন্য যেন লাগে, গতিকে ইয়াৰ প্ৰদত্ত সম্বাদ বেচি নিৰ্ভৰযোগ্য বুলি ভাবোঁ। দৈত্যাৰি ঠাকুৰৰ ৰচিত গুৰু-চৰিতত্তো এই কথাৰে ইঙ্গিত পোৱা যায়। (১)

বাসুদেৱতীৰ্থ নামৰ সন্ন্যাসী এজনৰ প্ৰণীত হৰিহৰৰ ভক্তি বিষয়ক "দ্বৈত ভক্তি সুধোদয়" নামৰ আউললগা, খণ্ডিত সংস্কৃত, হাতে-লেখা পুথি এখন পোৱা গৈছে। এই বাসুদেৱতীৰ্থ উক্ত ওৰেষাৰ বাসুদেৱ হয় নেকি? সেইটো অনুসন্ধান কৰা উচিত।

কাৰো কাৰো আকৌ ভাগৱত ধৰ্ম্মৰ প্ৰাথমিক উপদেষ্টা আৰু সঙ্গদাতা সন্ত এজনেই আছিল; গতিকে তেওঁৰ বাহিৰে আন গুৰু নাছিল তেওঁৰে (প্ৰাথমিক ধৰ্ম্মোপদেষ্টা জনে) গুৰু আৰু সঙ্গী উভয়ৰূপে গৃহীত আৰু সেৱিত হৈছিল; যেনে মহাপুৰুষ মাধৱদেৱ; তেৰাৰ, শ্ৰীশঙ্কৰৰ

শ্ৰীমাধৱদেৱৰ গুৰু আৰু সঙ্গী একেজন

গোমথা আতাত পাছে পুছিলোঁ পূৰ্ব্বত।
পৰম অঞ্জসা পথ ভাগৱত মত॥

শ্ৰীমন্ত শঙ্কৰে পাছে কহিলা সাদৰি।
শ্ৰৱণ-কীৰ্ত্তন মাত্ৰ জানা নিষ্ট কৰি॥

[ শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত্ৰ পৃঃ ১৫৫-৫৬ ]

হেন শুনি বুলিলন্ত দামোদৰ গুৰু।
সাক্ষাতে তোমৰা ভকতৰ কল্পতৰু॥

কত ভাগ্যে পাইলোঁ আমি তোমাঠৈৰ সঙ্গ।
উচ্ছুক মনক মোৰ নকৰিয়ো ভঙ্গ॥

তোমাঠৈত বিনে আন গুৰু নামানিবো।
তোমাঠৈৰ সঙ্গে কৃষ্ণ কথাক শুনিবো॥

[ শ্ৰীশ্ৰীশঙ্কৰদেৱ-মাধৱদেৱ চৰিত ৪৭।১৬-১৭ ]

বাহিৰে আন কোনো প্ৰাথমিক উপদেষ্টা গুৰু থকাৰ প্ৰমাণ পোৱা নাযায়।

মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰো যে প্ৰাথমিক ধৰ্ম্মোপদেষ্টা এজন আছিল সেইটো অস্বীকাৰ কৰাৰ কোনো যুক্তি নাই। গুৰু বা প্ৰাথমিক ধৰ্ম্মোপদেষ্টাৰ অস্তিত্ব স্বীকাৰৰ দ্বাৰা তেওঁৰ মহাপুৰুষত্বৰ প্ৰাত কোনো অমৰ্য্যাদা দেখুৱা নহয়।

তিনি বস্তুৰ আৱশ্যকতা থকাটো যেতিয়া সৰ্ব্ববাদিসম্মত ভাৱে স্বীকৃত হোৱা দেখা গৈছে, এই ত্ৰিশৰণ গ্ৰহণ শ্ৰীশঙ্কৰদেৱেও অৱশ্যে কৰিছিল বুলি বুজা যায়। নহলে নিজৰ দ্বাৰাই নিজৰ কথাৰ প্ৰামাণ্য ভঙ্গ হব লগাত পৰে। কোন সন্তক তেওঁ প্ৰাথমিক সঙ্গিৰূপে বা ধৰ্ম্মোপদেষ্টাৰূপে গ্ৰহণ কৰিছিল এতিয়া তাৰে অনুসন্ধান কৰা হ'ক।

শ্ৰীশঙ্কৰৰ বিষ্ণুপুৰী সম্প্ৰদায় ভক্তি

আগেয়ে কোৱা হৈছে যে ভাগৱতী সম্প্ৰদায়ৰ গুৰু শিষ্য পৰম্পৰাত শ্ৰীশঙ্কৰাচাৰ্য্য, শ্ৰীধৰস্বামী আৰু বিষ্ণুপুৰীৰ নাম আছে। গতিকে যি ভগৱদ্-ভক্তিৰ পথ এওঁবিলাকৰ দ্বাৰা প্ৰবৰ্ত্তিত বা অনুসৃত হৈছিল সেই পথেই অসমীয়া বৈষ্ণৱসকলৰ দ্বাৰা সমৰ্থিত আৰু অনুসৃত হৈছিল বুলি বুজা যায়।

শ্ৰীশঙ্কৰদেৱে জগদীশ মিশ্ৰৰ পৰাই ভাগৱত পাইছিল বুলি কথিত আছে। অথচ তাৰ আগৰ পৰাই আমাৰ ইয়াত ভাগৱতৰ প্ৰচলন আছিল বুলি আমি আগেয়ে প্ৰতিপাদন কৰিছোঁ হ'ক। গতিকে বোধহয় শ্ৰীধৰস্বামীৰ টীকাৰ সহিত ভাগৱতগ্ৰন্থ শ্ৰীশঙ্কৰে জগদীশ মিশ্ৰৰ পৰা পাইছিল। কোনো কোনো গ্ৰন্থমতে জগদীশ

গতিকে শ্ৰীশঙ্কৰৰ প্ৰথমবাৰ তীৰ্থযাত্ৰাৰ সময়তে বিষ্ণুপুৰী আৰু ব্ৰহ্মানন্দৰ লগত সাক্ষাৎ পৰিচয় ঘটিছিল তথা সেই সময়ৰ ভিতৰতে জগন্নাথ ক্ষেত্ৰত যেনেকৈয়ে হ'ক তেৰা বিষ্ণুপুৰীৰ সম্প্ৰদায়-ভুক্ত হৈ পৰিছিল বুলি অনুমান কৰিব পাৰি। ১৪০৩ শকত শ্ৰীশঙ্কৰে প্ৰথম তীৰ্থযাত্ৰা কৰে আৰু বাৰ বছৰ পাচতহে ঘুৰি আহে; সেই সময়ত বিষ্ণুপুৰী স্বামী জীৱিত আছিল। (১)

বিষ্ণুপুৰীয়ে দেহাৱসানৰ সময়ত 'ৰত্নাৱলী' গ্ৰন্থখন শ্ৰীশঙ্কৰক দিবৰ কাৰণে ব্ৰহ্মানন্দক আদেশ দি গৈছিল। ইয়াৰ দ্বাৰা শ্ৰীশঙ্কৰ যে বিষ্ণুপুৰীৰ অতি প্ৰিয় আছিল আৰু তেওঁৰ সম্প্ৰদায়-ভুক্ত আছিল এই বোধ দৃঢ় হৈ পৰে।

কণ্ঠভূষণ বিপ্ৰই যেতিয়া 'ৰত্নাৱলী' গ্ৰন্থ আনি দিলে। (২) তেতিয়া গ্ৰন্থ পঢ়ি চোৱাৰ পূৰ্ব্বেই সেই গ্ৰন্থৰ প্ৰতি অতিশয় শ্ৰদ্ধা ভক্তি প্ৰদৰ্শন কৰি গুৰুৱে মাধৱদেৱক গ্ৰন্থখন খুলি পঢ়ি চাবলৈ কলে; কিন্তু অতি অনুগত শিষ্য মাধৱদেৱে পুথিখন খুলি

---

(১) T, N, Sarma, "Madhavdev and his works", 'Studies on aspects of Assamese literature,"
[ Gauhati University ]

(২) ৰামচৰণ ঠাকুৰ কৃত গুৰুচৰিত মতে ব্ৰহ্মানন্দই 'ৰত্নাৱলী' গ্ৰন্থখন শ্ৰীশঙ্কৰলৈ পঠাই দিয়ে। ভূষণ দ্বিজৰ মতেও ব্ৰহ্মানন্দই ভক্তিৰ চিনৰূপে এই গ্ৰন্থ মহাপুৰুষলৈ পঠায়। দ্বিজ ৰামানন্দৰ মতে কামৰূপ দেশত প্ৰচাৰৰ অৰ্থে বিষ্ণুপুৰী সম্প্ৰদায়ৰ শিষ্য ৰামভট্ট পণ্ডিতে পুথিখন শঙ্কৰদেৱলৈ পঠাই দিয়ে। দৈত্যাৰি ঠাকুৰৰ মতে কণ্ঠভূষণে কাশীৰ পৰা গ্ৰন্থখন কিনি আনে।

চাবলৈ অস্বীকাৰ কৰিলে এই বুলি যে, ই সন্ন্যাসীৰ পুথি তাত কি আছে ঠিক নাই। মহাপুৰুষ মাধৱদেৱৰ আপত্তিৰ অভিপ্ৰায় এই যে বিষ্ণুপুৰী সন্ন্যাসী, গতিকে তেৰাৰ ৰচিত গ্ৰন্থত ভক্তি-বাদৰ প্ৰাধান্য নাথাকি জ্ঞানবাদৰ প্ৰাধান্য থকাটোৱে সম্ভৱ; এই কাৰণে ই আমাৰ ভক্তিপথৰ সহায়ক নহৈ বিৰোধীও হব পাৰে। কিন্তু শ্ৰীশঙ্কৰৰ মনত এই সন্দেহৰ উদয় হোৱা নাছিল। গ্ৰন্থ খুলি নোচোৱাৰ দ্বিতীয় কাৰণ, মাধৱদেৱে দেখুৱাইছে এই যে, 'পতিব্ৰতা স্ত্ৰীয়ে স্বামীৰহে সেৱা কৰে, অৱশেষ গ্ৰহণ কৰে, পৰ পুৰুষৰ ছাযাতো ভৰি নিদিযে (১) ইয়াৰ অভিপ্ৰায় এই—মই তোমাৰ হে একান্ত শিষ্য বিষ্ণুপুৰী মোৰ পক্ষে, পতিব্ৰতা স্ত্ৰীৰ পক্ষে পৰ-পুৰুষৰ তুল্য; এই গ্ৰন্থ মই গ্ৰহণ কৰা মানে তেওঁৰ অৱশেষ গ্ৰহণ কৰাৰ তুল্য বা পৰপুৰুষসেৱাৰ তুল্য। মাধৱদেৱৰ এই আপত্তিত গুৰুৱে মৌনভাৱে সম্মতি দি নিজে পুথিখন হাতত লৈ সেৱা কৰি দিলত মাধৱদেৱে তাক খুলি পঢ়িলে। এই বৰ্ণনাৰ পৰা বুজা যায় যে বিষ্ণুপুৰী মাধৱদেৱৰ পক্ষেহে পৰপুৰুষৰ তুল্য আছিল, শ্ৰীশঙ্কৰৰ পক্ষে পৰপুৰুষ নহয়, পতিব্ৰতাৰ পক্ষে স্বামীৰ তুল্য। পুথিখন সম্পূৰ্ণ চাই মাধৱদেৱে একশৰণো ইয়াত আছে বুলি কোৱাত গুৰুৱে প্ৰেমসিক্ত আৰু ভক্তিত অধীৰ হৈ "বিষ্ণুপুৰী মোৰ সঙ্গী" বুলি প্ৰকাশ কৰিলে। (২) ইয়াৰ দ্বাৰা বিষ্ণুপুৰীয়ে

(১) কথা গুৰুচৰিত পৃঃ—১৭৪-১৭৫ দ্ৰষ্টব্য।

(২) বোলে বিষ্ণুপুৰী মোৰ সঙ্গী,
আগে পোৱা হলে শ্ৰমকৈ ৰত্নাকৰ নকৰো এ ·····।
[ কঃ গুঃ পৃঃ—১৭৫ ]

শ্ৰীশঙ্কৰৰ প্ৰথম সঙ্গদাতা সন্ত বা ভাগৱত-ধৰ্ম্মৰ উপদেষ্টা গুৰু বুলি বুজিব পাৰা যায়। ব্ৰহ্মানন্দই কণ্ঠভূষণৰ হাতত ৰত্নাৱলী দি পঠোৱাৰ সময়ত শঙ্কৰৰ উদ্দেশ্যে সেৱা জনাই সন্দেস (শুভ সম্বাদ) দিছে। তাত এক গুৰুৰ শিষ্যসকলৰ ভিতৰত থকা পৰস্পৰৰ প্ৰীতিভাৱ প্ৰকাশ হৈছে।

জগদীশ মিশ্ৰই ভাগৱত শুনোৱাৰ পৰা আৰু 'কথা গুৰু চৰিত' তথা 'আইকনকলতা চৰিত'ত বৰ্ণিত গুৰু পৰম্পৰাৰ পৰা শ্ৰীশঙ্কৰৰ বিষ্ণুপুৰীসম্প্ৰদায-ভুক্তি বুজা গৈছে। 'ৰত্নাৱলী' গ্ৰন্থপ্ৰাপ্তি প্ৰসঙ্গত বৰ্ণিত মাধৱদেৱৰ পতিব্ৰতা-দৃষ্টান্তৰ পৰা আৰু শ্ৰীশঙ্কৰৰ বিষ্ণুপুৰীক

*শ্ৰীশঙ্কৰৰ বিষ্ণুপুৰী সম্প্ৰদায় ভুক্তি বিষয় প্ৰমাণ সংগ্ৰহ*

তেৰাৰ সঙ্গী বুলি উল্লেখৰ পৰা আমি উক্ত সিদ্ধান্তত উপনীত হব পাৰিছোঁ। মহাপুৰুষীয়া সম্প্ৰদায়ৰ চাৰি পুথিৰ ভিতৰৰ অন্যতম-ৰূপে ভক্তিৰত্নাৱলীকো গ্ৰহণ কৰাৰ পৰা আৰু ভক্তিৰত্নাকৰৰ অনেক ঠাইত ভাগৱতশ্লোকৰ বিষ্ণুপুৰীকৃত কান্তিমালা ব্যাখ্যা অবিকলভাৱে গ্ৰহণ কৰাৰ পৰা (১) আমাৰ উক্ত সিদ্ধান্ত দৃঢ়তৰ হৈছে।

---

কিনো মহাদিব্য গ্ৰন্থ মানিয়া মনত।
উঠিলন্ত গ্ৰন্থখান ধাৰয়া শিৰত॥
নাচন্ত হৰিষে অতি মনে মহাৰঙ্গ।
বোলন্ত জানিবা বিষ্ণুপুৰী মোৰ সঙ্গ॥

[ দৈত্যাৰি ঠাকুৰৰ শ্ৰীশ্ৰীশঙ্কৰদেৱ-
মাধৱদেৱ চৰিত—১৭৪ পৃ: ]

(১) 'ভক্তিৰত্নাকৰ' ৰচিত হোৱাৰ পাচত হে 'ভক্তিৰত্নাৱলী' শ্ৰীশঙ্কৰৰ হাতত পৰিছিল বুলি চৰিত পুথিত কথিত আছে। বোধ হয় 'ভক্তিৰত্নাৱলী' পোৱাৰ পাচত তাৰ পৰা দুই এটা কথা আনি

'নামঘোষা'ৰ আৰম্ভতে মহাপুৰুষ মাধৱদেৱে সৰ্ব্বপ্ৰথমে বিষ্ণুপুৰীৰ আৰু দ্বিতীয়তে শ্ৰীশঙ্কৰৰ ৰচিত শ্লোকৰ অনুবাদ কৰিছে (১) পাচত হে শাস্ত্ৰান্তৰৰ শ্লোকৰ অনুবাদ কৰিছে। গতিকে তেৰাই ইয়াত বিষ্ণুপুৰী স্বামীক অধিক সন্মান দিয়া দেখা গৈছে ইয়াৰ দ্বাৰাও আমাৰ উক্ত সিদ্ধান্ত সমৰ্থিত হয়।

ভক্তিৰত্নাকৰত পুনঃ সংযোজিত কৰি দিয়া হৈছিল। "ভক্তি-ৰত্নাকৰ"ৰ যিবিলাক কথা 'ভক্তিৰত্নাৱলী'ৰ 'কান্তিমালা'ৰ লগত অবিকলভাৱে মিলে সেই অংশ শ্ৰীশঙ্কৰৰ পাচত আন কোনোবাৰ দ্বাৰা প্ৰক্ষিপ্ত হৈছিল বুলি বুজিব নোৱাৰি; কাৰণ ৺ৰামচৰণ ঠাকুৰৰ 'পদভক্তিৰত্নাকৰ'তো সেই কথা গৃহীত আৰু অনূদিত হৈছে। অনুসান্ধিৎসুসকলে মূল ভক্তিৰত্নাকৰ'ৰ ৭ম মাহাত্ম্যৰ ১৭ শ্লোকৰ টীকা "ভক্তিৰত্নাৱলী"ৰ ৫ম বিৰচনৰ ৩১ শ্লোকৰ "কান্তিমালা" ভাগৱতৰ ৬।৩।২৫ শ্লোকৰ "ভাবাৰ্থদীপিকা আৰু পদভক্তিৰত্নাকৰৰ ১১শ মাহাত্ম্যৰ ৩৯-৪৫ পদ ( শ্ৰীৰাজমোহন নাথৰ সংস্কৰণ ) মিলাই চাব।

(১ যে মুক্তাৱপি নিস্পৃহাঃ প্ৰতিপদ প্ৰোন্মিলদানন্দদাং
যামাস্থায় সমস্ত–মস্তক–মণিং কুৰ্ব্বন্তি যং স্বে বশে।
তান্ ভক্তানপি তাঞ্চ ভক্তিমপি তং ভক্তপ্ৰিয়ং শ্ৰীহৰিং
বন্দে সন্ততমৰ্থয়েঽনুদিৱসং নিত্যং শৰণ্যং ভজে॥
[ ভঃ ৰত্নাঃ কান্তিমালা টীকা ]

যন্নামধেয়েন ভৱাব্ধিমধ্বা তৰ্য্যা সমুত্তীৰ্য্য নৰঃ পৰং পদম্।
প্ৰাপ্নোতি পাতক্যপি তং সনাতনং সদা সদানন্দমুপাস্মহে হৃদি॥
[ ভক্তিৰত্নাকৰ – ১।১ ]

মুক্তিত নিস্পৃহ যিটো, সেহি ভকতক নমো, ৰসময় মাগোহো ভকতি।
সমস্ত মস্তকমণি, নিজ ভকতৰ বশ্য, ভজো হেন দেৱ যদুপতি॥
যাৰ নাম কৃষ্ণ নামে, নাৱে ভৱ সিন্ধু তাৰি, পাৱে পৰম্পদ পাপী যত।
সদানন্দ সনাতন হেনয় কৃষ্ণক সদা, উপাসা কৰোহোঁ হৃদয়ত॥
নামঘোষা · ১ ]

কথা গুৰুচৰিতত কোৱা হৈছে যে, নাম দেৱ আৰু ভকত এই তিনি বস্তুহে শ্ৰীশঙ্কৰদেৱে প্ৰকাশ কৰিছিল; চতুৰ্থটি অৰ্থাৎ গুৰুক গুপ্ত কৰি ৰাখিছিল, পাচত মাধৱদেৱেহে সেইটো জানি প্ৰকাশ কৰিলে। ইয়াৰ দ্বাৰা শ্ৰীশঙ্কৰৰ গুপ্তভাৱে কোনো এজন গুৰু আছিল বুলি বুজা যায়, কিন্তু সেইজন প্ৰথম সঙ্গদাতা সন্তুতকৈ অতিৰিক্ত নহবও পাৰে। ইযাৰ দ্বাৰা শ্ৰীধৰস্বামী আৰু বিষ্ণুপুৰীৰ অনুসৃত পথ বা সম্প্ৰদায় যে শ্ৰীশঙ্কৰৰ পথ বা সম্প্ৰদায় আছিল সেই কথা সিদ্ধ হ'ল।

গুৰু দামোদৰ দেৱৰ সম্প্ৰদায় ইয়াতকৈ বেলেগ নহয়। তেৱাৰ প্ৰথম ধৰ্ম্মোপদেষ্টা বা গুৰু বাসুদেৱ সন্ন্যাসীও বোধহয় এই সম্প্ৰদায়ৰে ভক্ত সন্ন্যাসী আছিল সেই কাৰণেই "বাসুদেৱ আৰু শঙ্কৰৰ একে পথ" বুলি কথিত আছে। (১) গতিকে অসমৰ বৈষ্ণৱ বা ভাগৱতী সম্প্ৰদায়ত শ্ৰীধৰ স্বামী আৰু বিষ্ণুপুৰীস্বামী সাম্প্ৰদায়িক গুৰুৰূপেই গৃহীত হৈছিল বুলি নিৰ্ণয় কৰিব পাৰা যায়।

(শ্ৰীশঙ্কৰ আৰু দামোদৰদেৱৰ সম্প্ৰদায় একে)

---

(১) পৰম পণ্ডিত তেহেঁ শাস্ত্ৰত তৎপৰ।
একমাত্ৰ পথ বাসুদেৱ শঙ্কৰৰ॥

[ শ্ৰীশ্ৰীবংশীগোপালদেৱৰ চৰিত্ৰ—১৫৫ ]

মাধৱদাসৰে মোৰে নাহি কিছু ভেদ।
আমাৰো সিদ্ধান্তে মাধৱৰো পৰিচ্ছেদ॥
আনো আনো কথা যিবা মাধৱে বোলয়।
তাকো মোৰ ভাল অনুমতিসে হৱয়॥

[ তথা—২২৮

এয়ে হলে অসমৰ ভাগৱতী সম্প্ৰদায়ৰ পক্ষে 'ভাগৱত'ৰ কথাই সৰ্ব্বোপৰি গ্ৰাহ্য; তাৰ ব্যাখ্যাত সন্দেহ হলে প্ৰথম শ্ৰীশঙ্কৰ, গুৰু দামোদৰ, হৰিদেৱ, মাধৱদেৱ, ভট্টদেৱ আদি অসমীয়া বৈষ্ণৱৰ কথা, তাৰ পাচত বিষ্ণুপুৰীৰ কথা, তাৰ পাচত শ্ৰীধৰস্বামীৰ কথা আৰু যি বিষয়ত শ্ৰীধৰস্বামীৰো স্পষ্ট উক্তি নাই সেই বিষয়ত শ্ৰীশঙ্কৰাচাৰ্য্যৰ কথাকে প্ৰমাণৰূপে গ্ৰহণ কৰাটো উচিত হব। কাৰণ ব্যাখ্যা বিষয়ত পৰবৰ্ত্তী আচাৰ্য্যৰ কথাৰ গুৰুত্ব অধিক।

অসমীয়া বৈষ্ণৱৰ অভিমত

প্ৰমাণ ত্ৰয়

ভাগৱতৰ একাদশ স্কন্ধত "শ্ৰুতি (বেদ), প্ৰত্যক্ষ, অনুমান আৰু ঐতিহ্য (মহাজন প্ৰসিদ্ধি) এই চাৰিটা প্ৰমাণৰ উল্লেখ আছে।(১) ভক্তিৰত্নাকৰত শ্ৰীশঙ্কৰে এই শ্লোক উদ্ধৃত কৰিছে।

কণাদ মুনিৰ বাহিৰে বেদমনা সম্প্ৰদায় মাত্ৰেই প্ৰথমোক্ত প্ৰমাণ তিনিবিধ মানে। ঐতিহ্যক বেলেগ প্ৰমাণৰূপে পৌৰাণিকৰ বাহিৰে কোনোৱে স্বীকাৰ নকৰে।

অসমীয়া বৈষ্ণৱসকলৰ প্ৰমাণ সম্বন্ধে কোনো স্পষ্ট কথা পোৱা নাযায়; বিষ্ণুপুৰী স্বামীৰ লেখাতো এই বিষয়ে একো ইঙ্গিত পোৱা নগ'ল। শ্ৰীশঙ্কৰাচাৰ্য্য-সম্প্ৰদায়-ভুক্ত হোৱাৰ কাৰণে শ্ৰীধৰস্বামীক ষট্ প্ৰমাণবাদী বুলি ধৰা হয়। কিন্তু আমি সিমানদূৰ নগৈ এই বিষয়ে ভাগৱতৰ শ্লোকত উল্লিখিত আৰু শ্ৰীশঙ্কৰৰ দ্বাৰা

(১) শ্ৰুতিঃ প্ৰত্যক্ষমৈতিহ্যমনুমানং চতুষ্টয়ম্।
প্ৰমাণস্থানৱস্থানাদ্ বিকল্পাৎ স বিৰজ্যতে ॥
[ ভঃ ৰঃ ধৃত ভাঃ—১১।১৯।১৭ ]

সমৰ্থিত প্ৰত্যক্ষ, অনুমান আৰু শব্দ এই প্ৰমাণ ত্ৰয়কে আমাৰ বৈষ্ণৱসকলৰ অভিমত বুলি ধৰি ললোঁ।

ইন্দ্ৰিয়ৰ লগত বিষয়ৰ সন্নিকৰ্ষ বা সম্বন্ধ ঘটিলে যি জ্ঞান জন্মে তাৰ নাম প্ৰত্যক্ষ। মনো ইন্দ্ৰিয় গতিকে যোগীসকলে

প্ৰত্যক্ষ

ধ্যান কৰি চাই যে ভূত, ভবিষ্যৎ, বৰ্ত্তমান আদি সমস্ত বুজিব পাৰে সেই জ্ঞানত যোগজ সন্নিকৰ্ষ অৰ্থাৎ যোগ প্ৰভাৱত হোৱা মনৰ লগত বিষয়ৰ অলৌকিক সম্বন্ধই কাৰণ হয়; গতিকে সিও প্ৰত্যক্ষ জ্ঞানেই। যোগীসকলৰ যে এনে জ্ঞান হব পাৰে সেইটো অসমীয়া বৈষ্ণৱসকলে স্বীকাৰ কৰে।

যি বস্তুৰ লগত যিটো বস্তুৰ স্বাভাৱিক সম্বন্ধ আছে অৰ্থাৎ যিটো থাকিলে যিটো বস্তু অৱশ্যে থাকে তেনে বস্তু দুটাৰ

অনুমান

প্ৰথমটি থকা বুলি কিবা উপায়ে জানিব পাৰিলে দ্বিতীয়টিও অৱশ্যে আছে বুলি বুজা যায় যি জ্ঞানত তাৰ নাম অনুমান। অনুমান মানে আন্দাজ নহয়!

শ্ৰুতি বা আপ্তবাক্যই শব্দ প্ৰমাণ। আপ্ত মানে ভ্ৰম,

শব্দ

প্ৰমাদ, বিপ্ৰলিপ্সা (পৰক বঞ্চনা কৰাৰ ইচ্ছা) আৰু কৰণাপাটৱ অৰ্থাৎ ইন্দ্ৰিয়ৰ বিষয় গ্ৰহণৰ অযোগ্যতা, যাৰ নাই তেনে লোকক বুজায়।

যি প্ৰত্যক্ষৰ ওপৰত আমাৰ নিৰ্ভৰ সেই প্ৰাকৃত ইন্দ্ৰিয়জ প্ৰত্যক্ষ ইমান সংকীৰ্ণ আৰু দোষ দুষ্ট যে তাৰ দ্বাৰা অলৌকিক

অলৌকিক বিষয়ত প্ৰত্যক্ষ আৰু অনুমানৰ অসামৰ্থ্য

চিন্ময় পদাৰ্থ ঈশ্বৰ বা পাৰলৌকিক—স্বৰূপ—ঘটিত ধৰ্ম্ম পদাৰ্থৰ উপলব্ধি হোৱা সম্ভৱপৰ নহয়। কাৰণ ইন্দ্ৰিয়বিলাকে প্ৰাকৃত স্থূল আৰু জড় পদাৰ্থকে

সম্পূর্ণভাৱে ( নিঃসন্দিগ্ধৰূপে ) প্ৰকাশ কৰিব নোৱাৰে, কেতিয়াবা কেতিয়াবা বস্তুৰ বিপৰীতৰূপ হে প্ৰকাশ কৰা দেখা যায়; গতিকে অলৌকিক বিষয়ত প্ৰাকৃত প্ৰত্যক্ষৰ ওপৰত নিৰ্ভৰ কৰিব নোৱাৰি।

অনুমানত ব্যাপ্যৰূপ সম্বন্ধী বস্তুটোক প্ৰমাণান্তৰৰ দ্বাৰা জানি আনটো (ব্যাপকৰূপ) সম্বন্ধীক বুজিব লাগে, গতিকে ইও ফলতঃ প্ৰত্যক্ষমূলক; প্ৰত্যক্ষৰ য'ত মুঠেই প্ৰসাৰ নাই তেনেকুৱা অলৌকিক ঈশ্বৰস্বৰূপ আদিৰ জ্ঞানৰ কাৰণে অনুমানো নিৰ্ভৰযোগ্য প্ৰমাণ নহয়।

বেদৰ প্ৰামাণ্য

শ্ৰুতি বা বেদ ঈশ্বৰৰ বাণী, তাত ভ্ৰম, প্ৰমাদ আদি কোনো দোষ থকাৰ সম্ভাৱনা নাই আৰু ইয়াৰ দ্বাৰা ভূত-ভৱিষ্যৎ বৰ্ত্তমান সূক্ষ্ম ব্যৱহিত অতি সন্নিকৃষ্ট অতি দূৰস্থ আদি সকলো বিষয়ৰে জ্ঞান হব পাৰে; গতিকে বেদেই অদৃষ্ট ধৰ্ম্ম আদি বিষয়ত শ্ৰেষ্ঠ প্ৰমাণ। (১) জননীৰ দৰে বেদে মানুহক হিতোপদেশ দিয়ে। (২) বেদে যিটো কৰিবলৈ

---

(১) যাক বোলে বেদ সিটো ঈশ্বৰ সাক্ষাত।
যিটো ঈশ্বৰৰ হন্তে হৈয়া আছে জাত॥
[ নিমিনবসিদ্ধ—২০৯ ]

যিটো পাপী কৰে গুৰুক হেলা।
বেদকো নিন্দে যদি কোনো বেলা॥
[ কীঃ ৫৪ ]

(২) হৰিভক্তি ৰাজমাৰ্গে গুৰু পদ নখ চন্দ্ৰ প্ৰকাশিত
শ্ৰুতি জননীৰ পদ-পন্থ অনুসৰি।
ফুৰোঁ। হুয়া আমি আনন্দিত সখলন নাহিকে কদাচিত
মহাজন সবে জানিবা নিশ্চয় কৰি॥
[ নামঘোষা—৬২৪ ]

কয় তাকেই কৰিব লাগে, বেদবিহিত কৰ্ম্ম নকৰাক বিকৰ্ম্ম বোলা হয়। এই বিকৰ্ম্মৰ দ্বাৰা প্ৰাণীৰ পাপ হয়, নৰকত পৰে, জন্ম-মৃত্যুৰূপ সংসাৰ-ক্লেশৰ পৰা কোনোমতে মুক্ত হব নোৱাৰে। বেদে যি কাৰ্য্য কৰিবলৈ নিষেধ কৰিছে সেযে অকৰ্ম্ম, তেনে কাৰ্য্য কৰাটো অতি গৰ্হিত; (১) গতিকে মহন্ত অৰ্থাৎ সাধু ভগৱদ্‌ভক্ত লোকেও বেদবিহিত পথ কেতিয়াও লঙ্ঘন নকৰে। (২)

কিন্তু শ্ৰুতিৰ তাৎপৰ্য্যাৰ্থ বুজা অতি দুৰূহ, (৩) গতিকে শ্ৰুতিয়ে কি কথা আচলতে কৈছে সেইটো বুজিবৰ কাৰণে বেলেগ শব্দৰ প্ৰয়োজন হয়। শ্ৰুতিৰ অৰ্থবোধ দুৰূহ হোৱাৰ কাৰণেই ভগৱানে নিজেই গীতা-ভাগৱত শাস্ত্ৰত শ্ৰুতিৰ তাৎপৰ্য্যাৰ্থ সুস্পষ্ট কৈ কৈছে। সেই কাৰণে ভগৱদ্ভক্ত

গীতা-ভাগৱতৰ প্ৰামাণ্য

---

(১) বেদে যাক বিহিয়াছে তাকে বুলি কৰ্ম্ম।
বেদে যাক নিষেধিছে সেহিটো অকৰ্ম্ম॥
বিহিত নাচৰি হয় বিকৰ্ম্ম পাতেক।
এহি তিনি বিধ কৈলো তোমাত প্ৰত্যেক॥
[ নিমিনৱসিদ্ধ—২০৭ ]

(২) কৃষ্ণপদ মাত্ৰ সেৱা কৰে সমস্ত কামনা পৰিহৰে
কদাচিতো বেদ ব্যৱহাৰ নলঙ্ঘয়।
কৃষ্ণপদ সেৱা সুখ মনে অনুভৱ কৰে সৰ্ব্বক্ষণে
তাহাঙ্ক মহন্ত বুলি জানিবা নিশ্চয়॥
[ নামঘোষা ]

(৩) ইহাৰ ( বেদৰ ) অৰ্থত মোহ হোৱে মহাজ্ঞানী।
বেদৰ তত্ত্বক পাইবো আন কোন প্ৰাণী॥
[ নিঃ নঃ—২০৯ ]

গীতা-ভাগৱত শাস্ত্রই অলৌকিক বস্তু-জ্ঞানৰ প্রতি শ্রেষ্ঠ প্রমাণ; (১) গীতা-ভাগৱতত যি কথা কোৱা আছে, যিটো ধৰ্ম্ম আৰু যিটো দর্শন তাত উপস্থাপিত কৰা হৈছে, শ্রীধৰস্বামীৰ মতানুসৰণ কৰি অসমীয়া বৈষ্ণৱসকলে তাকেই অবিকলভাৱে গ্রহণ কৰিছে; সহজ, সৰল অসমীয়া ভাষাৰ মাজেদি সেই কথা, সেই ধৰ্ম্ম আৰু সেই দর্শনৰে প্রচাৰ কৰিছে। ভাগৱত আৰু গীতাৰ শ্রীধৰস্বামীৰ ব্যাখ্যাত অর্থৰ লগত তেওঁবিলাকৰ গৃহীত অর্থৰ ক'তো অমিল দেখা নাযায়।

(১) একং শাস্ত্রং দৈৱকীপুত্র-গীতম্ একো দেৱো দৈৱকী-পুত্র এব।
কৰ্ম্মাপ্যেকং তস্য দেৱস্য সেৱা মন্ত্রোঽপ্যেকঃ তস্য দেৱস্য নাম॥
[ ভঃ ৰঃ ধৃত ৫।৩১ ]

পুৰাণ সূৰ্য্য মহাভাগৱত। বেদান্তৰো ইটো পৰম তত্ত্ব॥
কহোক আসি ভাগৱত চাই। তেবেসে বুজ্জা তাৰ মুনিষাই॥
[ কীৰ্ত্তন ১০৫ ]

ইটো ভাগৱত শাস্ত্র সৰ্ব্ব বেদ সাৰ।
আৰ কোনজনে অৰ্থ কৰিবে অপাৰ॥
[ গোপালচৰণ ৩য় স্কন্ধ ৬৯২ )

"সকল শাস্ত্রত কৰি শ্রীভাগৱত শ্রেষ্ঠ; যাক শ্রীনাৰায়ণে কহিছা যত্তে কহে পৰম ধৰ্ম্ম কেৱল হৰিভজন, মোক্ষতো কৰি শ্রেষ্ঠ, যত্তে ব্রহ্মজ্ঞান অযত্নে হয়; পৰম সুখ দেই তিনি তাপ হৰে।"
( কথা ভাঃ ১ম স্কঃ পৃঃ ২
পাটবাউসী সংস্কৰণ )

তান আন শাস্ত্রে, ৰতি সুপুজয়, নিশ্চয় কৰিয়া কন্ত।
গীতা ভাগৱত, সহস্র নামক, তিনিকো শ্রেষ্ঠ কহন্ত॥
তিনিৰো মাজত, ভক্তি সাধিবাক, ভাগৱত শাস্ত্র সাৰ।
শ্রেষ্ঠ গুৰু সবে, সদা আদৰন্ত, জানিবাহা বাৰম্বাৰ॥
( ভক্তিবিবেক পদ ৫৫৫ )

গতিকে এওঁবিলাকৰ মতে গীতা-ভাগৱতৰ প্ৰামাণ্য সবাতোকৈ অধিক। তাৰ অবিৰোধী ঋষিপ্ৰণীত, অন্যান্যশাস্ত্ৰৰো প্ৰামাণ্য স্বীকাৰ কৰা হৈছে; কাৰণ তেওঁবিলাকৰো পূৰ্ব্বোক্ত অপ্ৰামাণ্যঘটক দোষবোৰ থকাৰ সম্ভাৱনা নাই। (১)

অন্যান্য শাস্ত্ৰৰ প্ৰামাণ্য

শ্ৰীশঙ্কৰৰ আবিৰ্ভাৱৰ আগৰ পৰাই যে এই দেশত ভাগৱত পুৰাণৰ অধ্যয়ন, অধ্যাপনা চলিছিল এই কথা আগেয়ে কোৱা হৈছে। তেতিয়া ই এই মহাশাস্ত্ৰৰ সৰ্ব্বাধিক প্ৰামাণ্যও ইয়াৰ পণ্ডিত সমাজত প্ৰতিষ্ঠিত আৰু স্বীকৃত হৈছিল। কাৰণ চৰিত পুথিবিলাকত য'তে য'তে প্ৰতিপক্ষৰ লগত শ্ৰীশঙ্কৰৰ শাস্ত্ৰাৰ্থবিচাৰ বৰ্ণনা কৰা হৈছে সেই সকলো ক্ষেত্ৰতে ভাগৱতৰ শ্লোকৰ উপস্থাপনৰ দ্বাৰাই শ্ৰীশঙ্কৰৰ জয় আৰু প্ৰতিপক্ষৰ পৰাজয় হোৱাৰ কথা কোৱা হৈছে। তেতিয়া সমাজত এই গ্ৰন্থৰ প্ৰামাণ্য আগৰ পৰা প্ৰতিষ্ঠিত হৈ নাথাকিলে বিচাৰ ক্ষেত্ৰত তাৰ উপস্থাপনত সি অসিদ্ধ বা সাধ্যসম হোৱাৰ কাৰণে তাৰ দ্বাৰা প্ৰমেয়-সিদ্ধি হব নোৱাৰে। গতিকে সামাজিকে তাত প্ৰতিপক্ষৰ পৰাজয় হোৱা বুলি মানি লব কিয়? যিবিলাক প্ৰমাণ উভয়বাদি-সিদ্ধ বিচাৰস্থলত তাৰে হে উপস্থাপন কৰিব লাগে।

ভাগৱতৰ প্ৰামাণ্য প্ৰতিষ্ঠিত

বুঢ়া খাঁৰ সভাত শঙ্কৰদেৱে যেতিয়া প্ৰতিপক্ষ ব্ৰাহ্মণসকলক

(১) "মনু আদি কৰি যত মহাজন বেদ অৰ্থ বিচাৰক।"
(ভক্তিৰত্নাৱলী ৭৯২)

"বয়ন্তু ক্ৰমঃ বেদাৰ্থবিচাৰকৈৰ্মন্বাদিভিৰ্বেদাৰ্থো ভগবন্নামমহিমা জ্ঞায়তে এব, বহুষু স্থানেষু নিবদ্ধশ্চ।"
(ভক্তিৰত্নাকৰ ৭।১৭ টীকা)

প্ৰশ্ন কৰে, তাৰ উত্তৰত ব্ৰহ্মানন্দ আচাৰ্য্যই কৈছিল যে "পাপীৰ কৰ্ম্মাধিকাৰ নাই, একমাত্ৰ হৰিনামত অধিকাৰ আছে, হৰিনামেই পাপীৰ পাপ ক্ষয় কৰে, হৰিনিন্দুক পৰম পাতকী" ইত্যাদি। ভাগৱত আদি পুৰাণৰ বাক্যত নিৰ্ভৰ কৰিয়েই প্ৰতিপক্ষই এই কথা স্বীকাৰ কৰিছিল। তাত প্ৰামাণ্য-বোধ নাথাকিলে কথা স্বীকাৰ নকৰিলে হেতেন। (১)

মহাশাক্ত মাধৱদেৱৰ লগত শ্ৰীশঙ্কৰৰ যি বিচাৰ হৈছিল তাতো দেখা যায় "যথা তৰোৰ্ম্মূলনিষেচনেন" ইত্যাদি ভাগৱতৰ বাক্যৰ উপস্থাপনৰ লগে লগেই মহাপণ্ডিত মাধৱদেৱ জব্দ হৈ গ'ল। ভাগৱতৰ প্ৰামাণ্য সুপ্ৰতিষ্ঠিতভাৱে নাথাকিলে তাৰ দ্বাৰা মাধৱদেৱৰ পৰাজয় নঘটিল হেতেন। (২) ভাগৱতৰ প্ৰামাণ্য বিষয়ে প্ৰতিপক্ষৰ লগত বিবাদ হোৱাৰ কোনো উল্লেখ চৰিত গ্ৰন্থত নাই। ভাগৱতৰ প্ৰামাণ্যও ইয়াত শ্ৰীশঙ্কৰৰ সময়ত হে প্ৰতিষ্ঠিত হৈছিল— এই কথাৰ মূলত কোনো প্ৰমাণ পোৱা নাযায়।

দাৰ্শনিক মাত্ৰেৰে আলোচ্য বস্তুক আমি তিনি ভাগে ভগাব পাৰোঁ, জীৱ, জগৎ আৰু ঈশ্বৰ। এই তিনিটাৰ স্বৰূপ আলোচনা প্ৰসঙ্গতে আন কথাবিলাকৰ আলোচনা প্ৰাসঙ্গিকভাৱে কৰিব লগা হয়। এই তিনিটাৰ সম্বন্ধভেদবশতঃ এ অদ্বৈতবাদ, দ্বৈতবাদ, বিশিষ্টাদ্বৈতবাদ, দ্বৈতাদ্বৈতবাদ, ভেদাভেদবাদ, শুদ্ধাদ্বৈতবাদ আদি নানা মতবাদৰ সৃষ্টি হৈছে। আমাৰ বৈষ্ণৱসকল বিৱৰ্ত্তবাদী নে পৰিণাম-

(১) শ্ৰীশঙ্কৰদেৱ-মাধৱদেৱ চৰিত। (দৈত্যাৰি ঠাকুৰৰ) পৃঃ ৮০-৮১
(২) তথা পৃঃ ৬৯। কথা গুৰু চৰিত পৃঃ ৬৭।

ৱাদী নাইবা অদ্বৈত-দ্বৈত-বিশিষ্টাদ্বৈত আদি ৱাদৰ কোনটো তেওঁ-বিলাকৰ অভিমত সেইটো নিৰ্ণয় কৰিবলৈ হলে উক্ত জীৱ, জগৎ আৰু ঈশ্বৰৰ স্বৰূপ বিষয়ে অৱশ্যে আলোচনা কৰিব লাগিব। পৰৱৰ্ত্তী প্ৰস্তাৱত তাকেই কৰা হব।

---

# চতুৰ্থ অধ্যায়

## ঈশ্বৰ

প্ৰথম স্কন্ধত নাৰদৰ উপদেশমতে মহৰ্ষি ব্যাসদেৱে ঈশ্বৰ পুৰুষক ধ্যান কৰাত পৰমেশ্বৰৰ স্বৰূপ তেওঁৰ হৃদয়ত প্ৰতিভাত হৈছিল এইদৰে—

কৃষ্ণৰ মূৰ্ত্তিক পাছে কৰিলন্ত ধ্যান।
হৃদয়তে কৃষ্ণক দেখিলা বিদ্যমান ॥
বামপাশে মায়া দক্ষিণত ভক্তিমায়।
দেখি ব্যাস ঋষিৰ ৰোমাঞ্চ ভৈলা গায় ॥
মায়ায়ে বান্ধন্ত ভক্তিমায়ে মোকলান্ত।
দুহানো মধ্যস্থভাৱে আছা ভগবন্ত ॥

[ ১ম স্কঃ ]

ইয়াত ভগৱন্তৰ স্বৰূপ ধ্যান কৰাত ভগৱানৰ স্বৰূপতকৈ অতিৰিক্ত কোনো বস্তু প্ৰকাশ হব নোৱাৰে; গতিকে মায়া আৰু ভক্তি যে ভগৱানৰ অনতিৰিক্ত তত্ত্ব তেওঁৰ শক্তিস্বৰূপ সেইটো বুজা যায়।

দ্বিতীয় স্কন্ধত কোৱা হৈছে—সৃষ্টিৰ ইচ্ছাত ব্ৰহ্মাই যেতিয়া তপস্যা কৰিছিল তেতিয়া ভগৱান্ পুৰুষে তেওঁৰ আগত নিজৰূপ প্ৰকাশ কৰিলে। তেওঁ দেখিলে যে অলৌকিক অমায়িক নিত্য বৈকুণ্ঠলোকত চাৰু চতুৰ্ভুজ, কিৰীট-কুণ্ডলধাৰী, নিঃসীমসৌন্দৰ্য্যৰ

আৰু আনন্দৰ আধাৰ, লক্ষ্মীপতি যজ্ঞপতি শ্ৰীকৃষ্ণ, পাৰ্ষদগণ আৰু পঞ্চবিংশতি তত্ত্ব ৰূপ জাগতিক পদাৰ্থবিলাকৰ দ্বাৰা সেৱিত হৈ আছে। সৃষ্টিকৰে এইৰূপে তেওঁক প্ৰত্যক্ষে দেখিলে আৰু পৰমপুৰুষে চতুঃশ্লোকী ভাগৱতৰ দ্বাৰা তাকে কথাৰে ব্যক্ত কৰিলে যে, সৃষ্টিৰ আদি মধ্য অন্তত তেওঁৱে আছে, তেওঁৰ বাহিৰে বাকিবিলাক পৰমাৰ্থতঃ মিছা মায়াৰ বিলাসমাত্ৰ। তেওঁৰ শক্তিৰ নাম মায়া, মায়াই আচল বস্তুক ঢাকি ৰাখি তাৰ ঠাইত নোহোৱা বস্তু প্ৰকাশ কৰে গতিকে ঈশ্বৰৰ আচল ৰূপটিকে প্ৰাণীয়ে নেদেখে বাসনাৰ বিষয়-বিলাকহে দেখে। তেৱেঁ সমস্ত কাৰ্য্যক বিয়পি আছে; সেইবুলি কাৰ্য্যৰ দোষগুণে তেওঁক নোচোৱে। সাধুৰ সঙ্গ লৈ তেওঁৰ (ঈশ্বৰৰ) স্বৰূপ বিচাৰিব লাগে তাৰ পৰাই জ্ঞান (ভগবদ্ বিষয়ে পৰোক্ষ বোধ) আৰু বিজ্ঞান (অপৰোক্ষ অনুভূতি বা ভগবৎ সাক্ষাৎকাৰ) হয়। সম্প্ৰতি জ্ঞানৰ সাধন, মোৰ নাম শ্ৰৱণ কীৰ্ত্তণ ৰূপ ভক্তিৰ আচৰণ কৰিবা হ'ক। মই যিৰূপে তোমাৰ সাক্ষাতে প্ৰকাশিত হলোঁ এয়ে মোৰ নিজৰূপ। সৃষ্টি স্থিতি লয় আদি কাৰ্য্য ব্ৰহ্মণ্য শৰণ্য আদি গুণ আৰু নামবিলাক মোৰ অপৰূপ লীলা (১)। ইয়াতো মায়া আৰু মায়াৰ কাৰ্য্য তত্ত্ব আদি সকলোকে ভগৱানৰ স্বৰূপৰ ভিতৰতে প্ৰকাশ কৰা হৈছে।

> "নাহি দেহেন্দ্ৰিয়, সমস্ত কৰ্ত্তাৰ, শক্তিক ধৰা অকলে।
> তুমিসি সৰ্ব্বজ্ঞ, তুমি সৰ্ব্ব কৰ্ত্তা, তোমাক সেৱে সকলে॥
> [ কীৰ্ত্তণ ১৬৬৫ ]

১। ২য় স্কন্ধ (শ্ৰীশঙ্কৰ) ৬৪৭—৬৫৩

জানিলোঁ সাক্ষাতে তুমি পুৰুষ পুৰাণ।
নিৰঞ্জন আনন্দ স্বৰূপ সৰ্ব্বজ্ঞান ॥
তুমিসে কেৱলে সচা সবে মায়াময়।
তোমাতেসে হন্তে হোৱে সৃষ্টি স্থিতি লয় ॥
[১০ম ৮১

ইত্যাদি উক্তি আলোচনা কৰি আমি ঈশ্বৰৰ স্বৰূপ বিষয়ে এই সিদ্ধান্তত উপনীত হব পাৰোঁ যে, সৰ্ব্বশক্তিমান্, সৰ্ব্বজ্ঞ সত্যস্বৰূপ, আনন্দস্বৰূপ সৰ্ব্বকৰ্ত্তা সৃষ্টি-স্থিতি—লয়ৰ উপাদান আৰু নিমিত্ত কাৰণ, সৰ্ব্ব ফলদাতা যিজন সেইজনে ঈশ্বৰ। কালমায়া আদি তেওঁৰে শক্তি—তেওঁতকৈ ভিন্ন বা অতিৰিক্ত তত্ত্ব নহয়। যেনে কোনো যাদুকৰ লোক তাৰ নিজৰ যাদুকৰী শক্তি থকা সত্বেও তাক লৈ সদ্বিতীয় বুলি পৰিগণিত নহয়, যেনে অগ্নিক নিজৰ দাহিকা শক্তি থকাৰ কাৰণে সদ্বিতীয় বুলি কোৱা নহয় সেইদৰে ঈশ্বৰৰো মায়া আদি শক্তিবোৰ থকা সত্বেও তেওঁক সদ্বিতীয় বুলি ধৰা নহয়। (১)

"জন্ম মৰণৰো যিটো কাৰণ প্ৰকৃতি।
জীৱকো আৱৰৈ সিটো তোমাৰ শকতি ॥"
[ কৃঃ শ্লোঃ ১৭৩৪

---

(১) অতএব দ্বিতীয়ত্বং শক্তৈর্নাহি গণ্যতে।
ন লোকে চৈত্র-তচ্ছক্ত্যোর্জীবিতং লিখ্যতে পৃথক ॥
সৰ্ব্বথা শক্তিমাত্রস্য ন পৃথক্ গণনা ক্বচিৎ।
শক্তিকাৰ্য্যস্তু নৈবাস্তি দ্বিতীয়ং শঙ্ক্যতে কথম্ ॥
[পঞ্চদশী ২।৫১, ৫৩]

"অনাদিৰূপিণী ঈশ্বৰৰ অৰ্দ্ধকায়।
ব্যক্ত ভৈলা মহামায়া ঈশ্বৰ ইচ্ছায় ॥"

[অনাদিপাতন ৪৫]

শুনিয়ো প্ৰকৃতি একো গুণে নাহি হীন।
তোমাৰে আমাৰে কিঞ্চিতেকো নাহি ভিন ॥
মোৰ নিজ শকতি সাক্ষাতে দেখো প্ৰাণ।
সত্বৰে কৰিয়ো মায়া জগত নিৰ্ম্মাণ ॥
তোমাক ভেচাইলোঁ আমি এহি অভিপ্ৰায়।
জানিয়োক ভালে তুমি মোৰ অৰ্দ্ধকায় ॥
তোমাৰে আমাৰে কিছু নাহি ভিন্নাভিন্ন।
মোতে যাতো লীন যাহা এহিখানি হীন ॥

[তথা ৪৯-৫০]

ইয়াত, মায়া যে ভগৱানৰ শক্তি আৰু ই যে ঈশ্বৰতকৈ ভিন্নও নহয় অভিন্নও নহয় গতিকে অনিৰ্ব্বাচ্য তাৰ বস্তু-বিশেষ, এই কথাকে

মায়া অনিৰ্ব্বাচ্য

কোৱা হৈছে। মায়াবাদীসকলেও এই একে কথাকে কয়। যদিও ইয়াত অনিৰ্ব্বাচ্য শব্দটোৰ ব্যৱহাৰ কৰা নাই তথাপি ফলতঃ মায়াৰ ৰূপ যে অনিৰ্ব্বাচ্য বা অচিন্ত্য সেইটো প্ৰকাশ কৰা হৈছে; কাৰণ, ভিন্ন হলে তাক অৰ্দ্ধকায় বুলি কব নোৱাৰি অভিন্ন হলে তাৰ প্ৰতি আদেশদান সম্ভৱপৰ নহয় গতিকে "ভিন্নাভিন্ন নাহি" বুলি কোৱাৰ দ্বাৰা অনিৰ্ব্বাচ্য বুলিয়ে কোৱা হৈছে। অদ্বৈত-ব্ৰহ্মবাদীসকলে মায়া আৰু তাৰ কাৰ্য্যবোৰক যি কাৰণে 'অনিৰ্ব্বাচ্য' বুলি স্বীকাৰ কৰে—সেই

কাৰণ এওঁবিলাকৰ মতেও আছে। যি বস্তুটো আছে বুলি আমি বুজোঁ, যাৰ স্বৰূপ নাই বুলি অপলাপ কৰিবৰ, আমাৰ সাধ্য নাই অথচ যুক্তিৰ দ্বাৰা বিচাৰ কৰিলে তাৰ স্বৰূপটি বুজিব নোৱাৰি আৰু আনক বুজাবৰ কাৰণেও উপযুক্ত শব্দ বিচাৰি নাপাওঁ তাকেই অচিন্ত্য, অতৰ্ক্য বা অনিৰ্ব্বাচ্য বোলা হয়। ভগৱানৰ মায়া আৰু তাৰ কাৰ্য্য জগৎপ্ৰপঞ্চ যে আছে সেইটো আমি বুজিছোঁ আৰু শাস্ত্ৰেও কৈছে, কিন্তু যুক্তিৰে কঁহিযাই চালে তাৰ স্বৰূপ নিৰূপণ কৰিব নোৱাৰি, গতিকে ইযাক অচিন্ত্য বা অনিৰ্ব্বাচ্য নুবুলিম কিয় ?

অনেক ঠাইত অসমীয়া বৈষ্ণৱসকলে হৰিৰ মহিমা বা শক্তিক অচিন্ত্য বা অতৰ্ক্য বুলি স্পষ্টকৈ কৈছে। (১)

ভগৱানৰ মায়া-শক্তিৰ কাৰ্য্য দুটা আৱৰণ আৰু বিক্ষেপ ; আচল বস্তুটোৰ স্বৰূপ ঢাকি ৰাখে আৰু তাৰ ঠাইত আন এটা কাল্পনিক ৰূপ প্ৰকাশ কৰে। গতিকে, ই আচল ঈশ্বৰ-তত্ত্বক প্ৰাণীয়ে বুজিব নোৱাৰাকৈ ঢাকি ৰাখে আৰু তাত প্ৰাণীৰ বাসনাৰ বস্তুবোৰৰ ৰূপ প্ৰকাশ কৰে।

মায়াৰ কাৰ্য্য

(১) অচিন্ত্য মহিমা হৰি পুৰুষ পুৰাণ।
লীলা কৰি অনেক দৈত্যৰ লৈলা প্ৰাণ ॥
[ কীঃ ৬৫০ ]

"এইতো হৰিৰ মাযা যি বিচাৰ নহে" ইত্যাদি।
[ কঃ ভাঃ ৩৭ পৃঃ ৭৩ ]

"অবস্তুক দেখাৱয় বস্তুক আৱৰি।
এহিসে মোহোৰ মায়া জানা নিষ্ট কৰি॥
নাথাকিতো দেখে যেন চন্দ্ৰমা উদয়।
থাকিতো ৰাহুক যেন কেহো নেদেখয়॥
এহিমতে মায়া আৱ কৰি ঈশ্বৰক।
আশাৰ বিষয় তাক দেখাৱে জীৱক।"

[ভাঃ পদ ২য় স্কঃ ২২৮-২২৯]

এই মায়া-উপাধিবিশিষ্ট-চৈতন্যই ঈশ্বৰ। (১)

নিৰুপাধিক-চৈতন্যই পৰব্ৰহ্ম বা ব্ৰহ্মতত্ত্ব। ই বাক্য,

ব্ৰহ্মতত্ত্ব — মন ইন্দ্ৰিয়াদিৰ অগোচৰ। সমস্ত বস্তুৰ নিষেধ কৰিলে যি নিৰ্ব্বিশেষ অপৰিচ্ছিন্ন নিৰাকাৰ তত্ত্ব বাকী ৰব সেয়ে এই।

"নপাৰে ইন্দ্ৰিয় সবে যাহাৰ ওচৰ।
যিটো নোহে মন বুদ্ধি বচন গোচৰ॥
যেন ফিৰিঙ্গতিচয় বহ্নিৰ বজাই।
নকৰে প্ৰকাশ সিটো বহ্নিক ডুনাই॥
সেহি মন আদি তাহন্তে হুয়া আছে জাত।
মায়াত থাকিয়া তাক নাজানে সাক্ষাত॥
বেদেও যাহাক নিৰূপিৱে নপাৰয়।
নিষেধৰ শেষ বুলি প্ৰকাৰে কহয়॥

(১) "স ঈশো যদ্বশে মায়া।"
[শ্ৰীধৰস্বামিধৃত বিষ্ণুস্বামীৰ বাক্য, ভাঃ ভাঃ ১।৭।৬]
ভক্তিৰত্নাকৰ ২২।১

যাত বিনে কাহাৰো নাহিকে একো সিদ্ধি।
যিটো ব্ৰহ্মতত্ত্ব হোৱে সবাৰো অৱধি॥
[ নিমিনৱসিদ্ধ সম্বাদ ১৮১-১৮৪ ]

প্ৰথমতে ভগৱান্ অকলে এই নিৰাকাৰ নিৰঞ্জন নিৰ্বিশেষ সচ্চিদানন্দ পৰব্ৰহ্মই আছিল; কাৰ্য্য-কাৰণৰ ভেদ একোৱে নাছিল; ভগৱানৰ মায়াদি শক্তি সুপ্তভাৱে আছিল। তেওঁৰ বহু হবলৈ অৰ্থাৎ নিজক নানাৰূপে অভিব্যক্ত কৰিবলৈ ইচ্ছা হ'ল। ইচ্ছা ক্ৰিয়া শক্তি বা কালৰ অভিব্যক্তি-বিশেষ। অভিব্যক্ত কালৰ দ্বাৰা উপহিত ব্ৰহ্ম চৈতন্যই অনন্ত বা সঙ্কৰ্ষণ। কালৰ আদি-অন্ত নাই কাৰণে তেওঁক অনাদি অনন্ত বোলা হয়। সৃপ্ ধাতুৰ অৰ্থ কুটিলভাৱে (বেঁকাবেঁকিকৈ) চলা; কালৰ গতি কুটিল গতিকে কালোপহিত ভগৱানক সৰ্প অৰ্থাৎ অনন্তনাগৰূপে কল্পনা কৰা হ'ল। সেই কালৰূপ অনন্তৰ কোলাত নাৰায়ণ পুৰুষৰ স্থিতি। এই কালোপহিত চৈতন্যৰূপ ভগৱানকে পৰৱৰ্ত্তী ভকতসকলে "কালপুৰীয়া নাৰায়ণ" বুলি কৈছে।

জগৎ-সৃষ্টি

মায়োপহিত চৈতন্যৰূপ ঈশ্বৰকে পৰৱৰ্ত্তী ভকতসকলে অনাদি বুলি উল্লেখ কৰিছে। এই বহু হোৱাৰ ইচ্ছাত তেতিয়া তেওঁ নিজ মায়াশক্তিৰ পৰা "সত্ব, ৰজঃ, তমঃ"—এই ত্ৰিগুণাত্মিকা প্ৰকৃতি সৃষ্টি (প্ৰকাশ) কৰিলে। প্ৰকৃতিয়ে মায়াশক্তিৰ প্ৰথম অভিব্যক্তি; এই প্ৰকৃতিয়ে কেৱল বিশুদ্ধ-সত্ব-গুণাত্মিকা হৈ থাকিলে তাক বোলা হয় মায়া আৰু ত্ৰিগুণাত্মিকা অৱস্থাত বোলা হয় প্ৰকৃতি। এই প্ৰকৃত্যুপহিত চৈতন্যকে অসমীয়া ভকতসকলে হংসনাৰায়ণ বুলি উল্লেখ কৰিছে।

তিনিগুণৰ সাম্যাৱস্থাই প্ৰকৃতি: গতিকে ই জড়। সাংখ্যাচাৰ্য্য-সকলেও এই প্ৰকৃতিক জগতৰ মূল কাৰণ বুলি কয়; কিন্তু তেওঁবিলাকৰ

প্ৰকৃতি

মতে প্ৰকৃতিক কোনোৱে স্ৰজা নাই; ই অনাদি আৰু নিত্য; স্বতন্ত্ৰভাৱে নিজেই স্বভাৱৱশতঃ পৰৱৰ্ত্তী মহত্তত্ত্ব আদি কাৰ্য্যৰূপে পৰিণত হয়। তাত কোনো চেতন বা জ্ঞানী পুৰুষৰ অৰ্থাৎ ঈশ্বৰৰ প্ৰেৰণা বা ইচ্ছাৰ অপেক্ষা নকৰে। যোগ-দাৰ্শনিকসকলে যদিও ঈশ্বৰ নামৰ সৰ্ব্বজ্ঞ পুৰুষ এজনৰ অস্তিত্ব মানে তথাপি তেওঁ প্ৰকৃতিৰ সৃষ্টি কাৰ্য্যত প্ৰবৰ্ত্তক নহয়। প্ৰকৃতি-সৃষ্টি-সম্বন্ধে তেওঁবিলাক সাংখ্যাচাৰ্য্যসকলৰ লগত একমত। প্ৰকৃতিয়ে ঈশ্বৰৰ ইচ্ছাধীন ভাৱে সৃষ্টি কাৰ্য্যত প্ৰবৃত্ত হয়,—এনে কথা মূল যোগ-সূত্ৰত কোৱা নাই। তাত কেৱল, ঈশ্বৰৰ প্ৰনিধান অৰ্থাৎ ধ্যানৰ পৰাও প্ৰাণীৰ বিৱেক জ্ঞান আৰু কৈৱল্য হব পাৰে; ইয়াকেহে কোৱা হৈছে। সৃষ্টিকাৰ্য্যত ঈশ্বৰৰ কোনো উপযোগিতাৰ উল্লেখ নাই; পৰৱৰ্ত্তী কালৰ সাংখ্যাচাৰ্য্য বিজ্ঞান ভিক্ষুৱেহে, 'প্ৰকৃতিয়ে ঈশ্বৰ-প্ৰেৰিত হৈ সৃষ্টিকাৰ্য্যত প্ৰবৃত্ত হয়' বুলি সিদ্ধান্ত কৰিছে। কিন্তু তেওঁৰ মতেও প্ৰকৃতি সৃষ্ট বা কাৰ্য্যবস্তু নহয়। গতিকে অসমীয়া বৈষ্ণৱসকলৰ মত তেওঁবিলাকৰ মতৰ লগত নিমিলিল।

আচাৰ্য্য ৰামানুজৰ মতে প্ৰকৃতি অচিৎ (জড়) পদাৰ্থ, ভগৱানৰ বিশেষণ, গতিকে নিত্য। মাধ্বমতে ভগৱদিচ্ছাকে প্ৰকৃতি বা মায়া বোলা হয়। শুদ্ধাদ্বৈতবাদী আচাৰ্য্য বল্লভৰ মতে ব্ৰহ্ম বা ঈশ্বৰৰ অভিব্যক্তি চাৰি প্ৰকাৰ— অক্ষৰ, কাল, কৰ্ম্ম আৰু স্বভাৱ। অক্ষৰ— ব্ৰহ্মই প্ৰকৃতি আৰু পুৰুষ (জীৱ) ৰূপে অভিব্যক্ত হয়। গতিকে

এওঁৰ মতেও প্ৰকৃতি ব্ৰহ্মৰ কাৰ্য্য। নিম্বাৰ্ক আৰু গৌড়ীয় বৈষ্ণৱ-সকলৰ মতেও নিজৰ অসাধাৰণ শক্তি বা অচিন্ত্য শক্তিৰ প্ৰভাৱত ভগৱানে নিজেই জগদ্ৰূপে পৰিণত হয়। ভগৱানৰ প্ৰথম পৰিণতিয়ে প্ৰকৃতি—মহদাদি পৰিৱৰ্ত্তী কাৰ্য্য সমূহৰ কাৰণ। প্ৰকৃতিৰ জন্যতা-অংশত অসমীয়া বৈষ্ণৱসকলৰ মত আৰু এওঁবিলাকৰ মত মিলে যদিও তাৰ স্বৰূপ লক্ষণ আদি অদ্বৈত বেদান্তিসকলৰ লগত হে বেচিকৈ মিলা যেন দেখা গৈছে।

তেওঁ এই মায়াময়ী প্ৰকৃতিত নিজৰ চিদাভাস—(চৈতন্যৰ প্ৰতিবিম্ব) ৰূপ বীৰ্য্য আধান কৰিলে অৰ্থাৎ প্ৰকৃতিত চিন্ময় ব্ৰহ্ম প্ৰতিফলিত হ'ল। সেই প্ৰকৃতিত আহিত গৰ্ভৰূপ ভগৱত্তত্বই নাৰায়ণ। এওঁৱে প্ৰকৃতিৰ প্ৰকাশক গতিকে এওঁকে অসমীয়া ভকতসকলে সূৰ্য্যনাৰায়ণ বা সূৰ্য্যমণ্ডলী নাৰায়ণ বুলিছে যেন পাওঁ। যেনেকৈ পুৰুষৰ বীৰ্য্য স্ত্ৰীৰ জৰায়ুত পতিত হলে তাক গৰ্ভ বোলা হয়; অণ্ডজ প্ৰাণীবোৰৰ তেনে অৱস্থা প্ৰাপ্ত প্ৰাণীক অণ্ড (কণি) বোলা হয় ঠিক সেইদৰে জড় প্ৰকৃতিৰ কুক্ষিগত ভগৱান্ পুৰুষোত্তমক বোলা হয় গৰ্ভোদকশায়ী নাৰায়ণ। এৱেঁ সমস্ত অৱতাৰৰ কাৰণ।

''প্ৰথমে প্ৰণমো ব্ৰহ্মৰূপী সনাতন।
সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ॥
(কীৰ্ত্তন, ১)

ভগৱানৰ ইচ্ছাত কালশক্তিবশতঃ—সেই আহিতগৰ্ভা প্ৰকৃতিত ক্ষোভ বা গুণ-বৈষম্য ঘটে। তেতিয়া সত্বগুণৰ আবিৰ্ভাৱ আৰু ৰজ-তমো—গুণৰ তিৰোভাৱবশতঃ প্ৰকৃতিয়ে সত্ব প্ৰধান মহত্তত্বৰূপে পৰিণত হয়। এই মহত্তত্বই প্ৰতিজীৱৰ

মহত্তত্ব


হৃদয়স্থ বুদ্ধিতত্ত্ব; সমষ্টিৰূপটিৰ নাম মহত্তত্ত্ব আৰু ব্যষ্টিৰূপে সেয়ে বুদ্ধিতত্ত্ব। ইয়াৰ কাৰ্য্য হ'ল অধ্যৱসায় অৰ্থাৎ—বিষয় বস্তুৰ যথাৰ্থ-প্ৰকাশ বা নিশ্চয়জ্ঞান। এই প্ৰকৃতি-পৰিণাম ৰূপ জড় মহত্তত্ত্বত প্ৰতিফলিত চৈতন্যৰূপ ভগৱানক বোলা হয় পৰমাত্মা। এৱেঁ জীৱাত্মাৰ সমষ্টিৰূপ গতিকে সমস্ত প্ৰাণীৰ ভিতৰত অন্তৰ্যামিৰূপে অৱস্থিত বাসুদেৱ বা মহাপুৰুষ। ভকতসকলে এওঁকে শ্ৰীনাৰায়ণ বুলিছে।

এই মহত্তত্ত্বৰ পৰিণামৰূপ হ'ল অহঙ্কাৰতত্ত্ব; বুদ্ধিৰ প্ৰথম বিকাশ, "মই আছো" ইত্যাদি অহংভাৱ বা অভিমানেই অহঙ্কাৰতত্ত্ব; গতিকে বিভিন্ন প্ৰাণীৰ বিভিন্ন অন্তঃকৰণৰ বিশেষ বিশেষ নিশ্চয়াত্মক জ্ঞানৰ লগত অনুস্যূত (অবিচ্যুত= নেৰা নেপেৰা) ভাৱে থকা 'অহং' বা মই ভাৱৰ সমষ্টিয়ে অহঙ্কাৰতত্ত্ব। এই অহঙ্কাৰ—সাত্ত্বিক ৰাজসিক তামসিক-ভেদে তিনিবিধ। পূৰ্ব্বোক্ত মহত্তত্ত্বত প্ৰতিবিম্বিত চৈতন্যৰূপ পৰমাত্মাৰ দ্বাৰা প্ৰেৰিত হৈ মহত্তত্ত্বত ক্ষোভ অৰ্থাৎ গুণ বৈষম্য ঘটিলত ৰজোগুণৰ উদ্ৰেক-বশতঃ ৰাজসিক অহঙ্কাৰ, সত্ত্বগুণৰ উদ্ৰেক-বশতঃ সাত্ত্বিক অহঙ্কাৰ আৰু তমোগুণৰ উদ্ৰেক-বশতঃ তামসিক অহঙ্কাৰ জন্মে। এই অহঙ্কাৰত্ৰয়ত প্ৰতিফলিত চৈতন্যপুৰুষক যথাক্ৰমে ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ বোলা হয়। গতিকে ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ আদি জীৱতে 'মই' অভিমান আছে তাৰ পূৰ্ব্ববৰ্ত্তী পৰমাত্মা নাৰায়ণ বা পূৰ্ণব্ৰহ্ম ভগৱানত এই অহঙ্কাৰভাৱ নাই।

অহঙ্কাৰতত্ত্ব

ব্ৰহ্মা বিষ্ণু মহেশ্বৰ

ৰজোগুণৰ স্বভাৱ ক্ৰিয়া, গতিকে ব্ৰহ্মাৰ স্বভাৱ হ'ল ক্ৰিয়া অৰ্থাৎ বস্তু উৎপন্ন কৰা। যি ব্যাপাৰৰ দ্বাৰা কোনো এটা নোহোৱা

বস্তু উৎপন্ন বা অৱস্থান্তৰপ্ৰাপ্ত হয় তাকেই ক্ৰিয়া বোলে।

সত্ত্বগুণৰ স্বভাৱ প্ৰকাশ, গতিকে বস্তুবিলাকৰ স্থিতি অৰ্থাৎ যাতে বস্তুবিলাক প্ৰকাশিত বা জ্ঞানৰ বিষয়ীভূত হৈ থাকিব পাৰে তাৰে ব্যৱস্থা কৰাটোৱে বিষ্ণুৰ স্বভাৱ।

তমোগুণ মোহাত্মক বা আৱৰণস্বৰূপ; গতিকে মহেশ্বৰে উৎপন্ন আৰু প্ৰকাশিত বস্তুবোৰক আবৃত অৰ্থাৎ অনভিব্যক্ত কৰি দিয়ে। এই অপ্ৰকাশ বা অনভিব্যক্তিয়ে লয় বা সংহাৰ। এই কাৰণে ব্ৰহ্মা, বিষ্ণু, ৰুদ্ৰ যথাক্ৰমে সৃষ্টিস্থিতি লয়ৰ কৰ্ত্তা।

ব্ৰহ্মাৰ সৃষ্টি বা ক্ৰিয়া শক্তিৰ নাম সাবিত্ৰী; যি শক্তিয়ে সৱন বা বস্তু প্ৰসৱ কৰে সেয়ে সাবিত্ৰী। বিষ্ণুৰ প্ৰকাশ শক্তিৰ নাম লক্ষ্মী; যি শক্তিৰ দ্বাৰা বস্তুক লক্ষিত বা দৃষ্ট কৰি ৰখা হয় সেয়ে লক্ষ্মী। শিৱৰ শক্তিৰ নাম দুৰ্গা, যি শক্তিৰ দ্বাৰা জগতক স্বকাৰণৰূপ দুৰ্গৰ ভিতৰত প্ৰবিষ্ট বা লীন কৰি ৰখা হয় সেয়ে দুৰ্গা।

ব্ৰহ্মাদিৰ শক্তি

ৰাজসিক অহঙ্কাৰৰ পৰা চক্ষুঃ (চকু), শ্ৰোত্ৰ (কাণ), ঘ্ৰাণ (নাসিকা), ত্বক্ ৰসনা (জীভা), এই পাঁচটা জ্ঞানেন্দ্ৰিয়; আৰু বাক্ (মুখ), পাণি (হাত), পাদ (ভৰি), পায়ু (গুহ্যদ্বাৰ), উপস্থ (জননেন্দ্ৰিয়) এই পাঁচোটা কৰ্ম্মেন্দ্ৰিয় উৎপন্ন হ'ল।

ইন্দ্ৰিয়

সাত্ত্বিক অহঙ্কাৰৰ পৰা মন (অন্তঃকৰণ) (১); আদিত্য, দিশ,

(১) সাংখ্য আৰু যোগমতে মন ৰাজস-সহকৃত-সাত্ত্বিক অহঙ্কাৰৰ কাৰ্য্য, অদ্বৈত-বেদান্তিমতে মহাভূতবোৰৰ সাত্ত্বিক অংশৰ পৰা জন্মিছে। ন্যায় বৈশেষিক আৰু মীমাংসকৰ মতে মন

অশ্বিনীকুমাৰদ্বয়, বায়ু, বৰুণ, অগ্নি, ইন্দ্ৰ, বিষ্ণু, মিত্ৰ আৰু প্ৰজা-পতি এই দহোটা ইন্দ্ৰিয়াধিষ্ঠাতৃদেৱতা উপজিল। এওঁবিলাকে যথাক্ৰমে পূৰ্ব্বোক্ত জ্ঞানেন্দ্ৰিয় আৰু কৰ্ম্মেন্দ্ৰিয় মিলি দহোটাৰ অধিপতি দেৱতা। ৰজোগুণৰ ফলত ইন্দ্ৰিয়বিলাকে ক্ৰিয়া কৰে আৰু সত্ত্বগুণৰ ফলত অধিপতি দেৱতা-বিলাকে তাৰ দ্বাৰা বস্তু প্ৰকাশ কৰে।

ইন্দ্ৰিয়ৰ দেৱতা আৰু মন

অন্তঃকৰণ এক হলেও ক্ৰিয়াভেদে মন বুদ্ধি চিত্ত অহঙ্কাৰ— এই চাৰিৰূপে প্ৰকাশ হয়। কোনো এটা বস্তুৰ লগত ইন্দ্ৰিয়ৰ সন্নিকৰ্ষ বা সম্বন্ধ ঘটিলে ইন্দ্ৰিয়টো অন্তঃকৰণৰ লগত সম্বন্ধ হৈ থাকে হেতুকে, তেতিয়া তাত আপাততঃ সংশয় জন্মে আৰু সেই বস্তুটোক জানিবলৈ প্ৰবৃত্তি বা সঙ্কল্প জন্মে। এই অৱস্থাৰ অন্তঃকৰণৰ নাম মন। তাৰ পাচত "মই বুজিলো" এনে নিশ্চয় জ্ঞান হয়। ইয়াত 'মই' এই অভিমানাত্মক অন্তঃকৰণক অহঙ্কাৰ আৰু 'বুজিলো' এই বোধাত্মক অন্তঃকৰণক বুদ্ধি বোলা হয়। এনে নিশ্চয় জ্ঞান হলে তাৰ সংস্কাৰ এটা অন্তঃকৰণত ৰৈ যায়, যিটোৰ ফলত প্ৰাণীয়ে পাঁচতো তেনে কোনো বস্তু উপলব্ধি কৰিলে আগেয়ে দেখাটোক সোঁৱৰিব পাৰে। এই সংস্কাৰৰ আধাৰৰূপ অন্তঃকৰণক বোলা হয় চিত্ত (১)।

অন্তঃকৰণৰ ভেদ

দ্ৰব্যান্তৰ। শ্ৰীমদ্‌ভাগৱতত মন সাত্ত্বিক অহঙ্কাৰৰ পৰা হোৱা বুলি কোৱা আছে—
"অহংতত্ত্বাদ্ বিকুৰ্ব্বানান্মনো বৈকাৰিকাদভূৎ" [ভা: ৩।৫।৩০]
"বৈকাৰিকঃ=সাত্ত্বিকঃ" [শ্ৰীধৰটীকা]।

(১) "হৃদয়ত থাকি কৰে ভাল মন্দ কাম।
এক মন চাৰি ৰূপ শুনা তাৰ নাম॥

মন, বুদ্ধি, অহঙ্কাৰ আৰু চিত্তৰ অধিষ্ঠাতৃ দেৱতা যথাক্ৰমে চন্দ্ৰ, ব্ৰহ্মা, ৰুদ্ৰ আৰু বাসুদেৱ বিষ্ণু।

তামসিক অহঙ্কাৰৰ পৰা শব্দ তন্মাত্ৰ অৰ্থাৎ কেৱল শব্দ নামৰ বস্তুটি, তাৰ পৰা শব্দগুণৰ আশ্ৰয় আকাশ জন্মে। আকাশৰ পৰা স্পৰ্শ তন্মাত্ৰ তাৰ পৰা বায়ু, উপাদান কাৰণ বিলাক উপাদেয় অৰ্থাৎ কাৰ্য্যত থাকে, গতিকে বায়ুৰ ভিতৰত শব্দ আকাশ আৰু স্পৰ্শও কাৰণৰূপে বৰ্ত্তমান। বায়ুৰ পৰা ৰূপতন্মাত্ৰ, তাৰ পৰা জ্যোতিঃ বা তেজঃনামৰ মহাভূত; তেজৰ পৰা ৰসতন্মত্ৰ, তাৰ পৰা জল, জলৰ পৰা-গন্ধতন্মাত্ৰ, তাৰ পৰা পৃথিৱী মহাভূত উপজিল। কাৰণৰ গুণ বিলাক কাৰ্য্যনৈ আহে গতিকে, পৃথিৱীত ৰূপ, ৰস, গন্ধ, স্পৰ্শ

পঞ্চতন্মাত্ৰ আৰু মহাভূত

মন বুদ্ধি অহঙ্কাৰ আৰো জানা চিত্ত।
এহি চাৰি নাম তাৰ ভৈলন্ত বিদিত॥"

× × ×

নানা কৰ্ম্ম কৰিবাক কৰে আলোচন।
একো কৰ্ম্ম স্থিৰ নোহে তাকে বুলি মন॥
সংকল্প বিকল্প কৰ্ম্ম কৰে আলোচন।
বুদ্ধি নাম বুলি তাক জানিবা লক্ষণ॥
সমস্ত কাৰ্য্যক মই কৰো বুলি মানে।
অহঙ্কাৰ বুলি তাক জানিবা আপোনে॥
নানা সদকৰ্ম্মক কৰয় নিতেনিত।
নিশ্চয়ে জানিবা ৰাজা তাৰ নাম চিত্ত॥

[অঃ পাঃ ৬২—৬৫]

"শুনিয়োক চিত্ত হেৰ পৰম ৰহস্যবাণী তুমি শুদ্ধ জ্ঞানৰ আলয়।"

[ নামঘোষা ]

আৰু শব্দ এই পাঁচোটাই আছে; জলত গন্ধৰ বাহিৰে বাকী চাৰিটা আছে; তেজত ৰস আৰু গন্ধৰ বাহিৰে বাকী তিনিটা আছে।

এইদৰে প্ৰকৃতি (১), মহতত্ত্ব (১), অহঙ্কাৰতত্ত্ব (১), মন (১), জ্ঞানেন্দ্ৰিয় (৫), কৰ্ম্মেন্দ্ৰিয় (৫), তন্মাত্ৰ (৫), মহাভূত (৫)

চব্বিশ তত্ত্ব — এই সৰ্ব্বমুঠ চব্বিশটা তত্ত্ব উপজিল। এই সমস্ততে ভগৱান্ অন্তৰ্য্যামিৰূপে প্ৰতিফলিত হয়; তেওঁৰ ইচ্ছা বা প্ৰেৰণাতে ইহঁত পৰস্পৰে লগ লাগি বিশ্ব জগদ্ৰূপে পৰিণত হৈছে। গতিকে এই বিশ্ব জগৎপ্ৰপঞ্চ অন্তৰ্য্যামী পুৰুষৰ দেহ আৰু তাৰ দেহীজনক বোলা হয় মহাবিৰাট্ পুৰুষ। (১)

অদ্বৈত বেদান্তিসকলে, জড়বৰ্গক কাৰণৰূপ মায়া, সূক্ষ্ম জগৎ আৰু স্থূল জগৎ—এই তিনি ভাগে ভাগ কৰি মায়োপহিত চৈতন্যক ঈশ্বৰ; সূক্ষ্মসমষ্টি—জগদুপহিত চৈতন্যক হিৰণ্যগৰ্ভ বা সূত্ৰাত্মা, স্থূলসমষ্টি—জগদুপহিত চৈতন্যক বিশ্ব বা বিৰাট্ বুলি কৈছে। তেওঁবিলাকে বোধলাঘৱ অৰ্থাৎ জ্ঞানৰ সুবিধা আৰু উপনিষদ্ বাক্যৰ ওপৰত অধিক গুৰুত্ব দিছে। অসমীয়া বৈষ্ণৱসকলে ভাগৱত-পুৰাণৰ কথাকে অক্ষৰে অক্ষৰে অনুসৰণ কৰিছে। ইয়াৰ দ্বাৰা মৌলিক দাৰ্শনিক মতবাদত কোনো মতানৈক্য নঘটে।

(১) "যত জীৱ জঙ্গম, কীট পতঙ্গম, অগ-নগ-জগ তেৰি কায়া।"

[ শ্ৰীশঙ্কৰ ]

জগতৰ আত্মা ঈশ্বৰ দেৱ। তোমাৰ শত্ৰু-মিত্ৰ নাহি কেৱ ॥

[ কীৰ্ত্তন ১১৩৬ ]

ভগৱান্ পুৰুষ বা পৰব্ৰহ্মৰ আৰু এটা শক্তি আছে যাক শ্ৰীধৰস্বামী আদিয়ে বিদ্যাশক্তি বুলিছে [ "বিদ্যাশক্ত্যা মায়া নিয়ন্তা ঈশ্বৰঃ—" ভাঃ ভাঃ ১।৭।৬ ] আৰু শ্ৰীশঙ্কৰে ভক্তি বুলি উল্লেখ কৰিছে [ "বামপাশে মায়া দক্ষিণত ভক্তি মাৰ।" ১ম স্কন্ধ ] সেই শক্তিৰ বিকাশস্বৰূপ হ'ল তেওঁৰ বৈকুণ্ঠলোক। বিদ্যাশক্তি মায়াশক্তিৰ বিৰোধী গতিকে ইয়াত অজ্ঞান, অনিত্যতা, দুঃখ আদি কোনো মায়াৰ স্বভাৱ আৰু প্ৰভাৱ নাই।

বৈকুণ্ঠলোক

এই লোকত ভগৱানৰ সচ্চিদানন্দৰূপ অনাবৃতভাৱে সৰ্ব্বদাই প্ৰকাশিত হৈ আছে। যি ভক্তই এই স্থান পায় তেওঁ ভগৱদ্-ভক্তি আৰু জ্ঞানেৰে পৰিপূৰ্ণ হৈ নিঃসীম পৰমানন্দত মগ্ন হৈ থাকে।

"ব্ৰহ্মাণ্ডৰ বাজ সিটো কৃষ্ণৰ নগৰ।
কদাচিতো নুহি নাশ জানা মুনিবৰ॥
প্ৰপঞ্চৰ ভিতৰ নুহিকে সিটো স্থান।
ভক্তৰ নিমিত্তে কৃষ্ণে কৰিছা নিৰ্ম্মাণ॥"

[ শ্ৰীশঙ্কৰ ২য় স্কঃ ৫০২ ]

"বৈকুণ্ঠ নগৰ যেন শুনা পৰীক্ষিত।
যাত কৰি শ্ৰেষ্ঠ লোক নাহি কদাচিত॥
নাহি তাত কাম ক্ৰোধ শোক মোহ ভয়।
আত্মজ্ঞানী সবেও যে স্তুতি সে কৰয়॥
কালৰ বিক্ৰম প্ৰকৃতিৰ গুণচয়।
বৈকুণ্ঠপুৰত কদাচিতো নাহি কয়॥
সৰ্ব্বক্ষণে অখণ্ড আনন্দ জয় জয়।
কেৱলে ভকতে তাত নিবাস কৰয়॥"

[ তথা ৬১৯-৬২০ ]

বি — বিগত — অৰ্থাৎ নাই, কুণ্ঠা মানে প্ৰতিবোধ বা সঙ্কোচ য'ত সেয়ে বিকুণ্ঠ ; স্বাৰ্থত অন্ প্ৰত্যয় হোৱাত হ'ল বৈকুণ্ঠ।

পূৰ্ব্বাৰ্জ্জিত কৰ্ম্মবাসনাৰ ফলত সেই সেই কৰ্ম্মফল ভোগৰ অৰ্থে অন্তৰ্য্যামী পৰমাত্মাৰ দ্বাৰা প্ৰেৰিত হৈ পূৰ্ব্বোক্ত জ্ঞানেন্দ্ৰিয় পাঁচটা কৰ্ম্মেন্দ্ৰিয় পাঁচটা পঞ্চতন্মাত্ৰৰূপ বিষয় আৰু মন লগলাগি থাকে। ইয়াকে সূক্ষ্ম শৰীৰ বা লিঙ্গ-শৰীৰ বোলা হয়। উক্ত ষোলটা পদাৰ্থেৰে গঠিত হোৱাৰ কাৰণে ইয়াক ষোৰশকল অৰ্থাৎ ষোলটা কলা (অংশ) বিশিষ্ট বুলি কোৱা হয়। মনকে কেন্দ্ৰ কৰি বাকী কেইটা পদাৰ্থ মিলিত হয় গতিকে ইয়াৰ ভিতৰত মন বা অন্তঃকৰণেই প্ৰধান। এইবিলাক পদাৰ্থ স্বভাৱতে জড় বা অচেতন, গতিকে নিজে নিজে ইটোৰ লগত আনটো লগ লাগিব নোৱাৰে। যদি পৰস্পৰে লগ লগাটো ইহঁতৰ স্বভাৱ বুলি কোৱা হয়, তেতিয়া আপত্তি এই যে — জ্ঞান বা চৈতন্য অচেতন বস্তুৰ ধৰ্ম্ম নহয় ; গতিকে সিহঁত কোনো চৈতন্যশক্তিৰ সম্বন্ধ ব্যতিৰেকে জ্ঞানৰ কৰ্ত্তা (আশ্ৰয়) কৰ্ম্ম-কৰণ আদিৰূপে ভাসমান হব নোৱাৰে। অথচ আমি প্ৰত্যক্ষে অনুভৱ কৰি থাকোঁ যে আমি নিজে যেন কৰ্ত্তা, আমাৰ ইন্দ্ৰিয়বিলাক যেন কৰণ আৰু বিষয়বিলাক কৰ্ম্ম। ইয়াৰ উপপত্তি হয় কেনেকৈ ? দ্বিতীয় কথা হৈছে এই যে ইহঁত যে লগ লাগে বুলি কোৱা হ'ল সেই লগ লগা সম্বন্ধটি কি বা কেনে, কিহৰ দ্বাৰা ইহঁত পৰস্পৰে সম্বদ্ধ হৈ পৰিল ? এই প্ৰশ্নৰ উত্তৰ এই — আগেয়ে কোৱা হৈছে যে বুদ্ধিৰ স্বৰূপ নিশ্চয়জ্ঞান, চিত্তৰ বৃত্তি অনুসন্ধান বা স্মৰণ, অহং বা মই

জীৱ

অভিমানৰূপ বৃত্তিয়ে অহঙ্কাৰ আৰু সংকল্প-বিকল্পাত্মক বৃত্তিৰ নাম মন। এই সমুদায়কে অন্তঃকৰণ বোলা হয় আৰু কেতিয়াবা কেতিয়াবা মন শব্দৰ দ্বাৰাও এই অন্তঃকৰণকে কোৱা হয়। এই অন্তঃকৰণ অত্যন্ত স্বচ্ছ, নিৰ্ম্মল বস্তু, তাত পূৰ্ব্বোক্ত ব্ৰহ্ম বা ভগৱন্ত প্ৰতিফলিত হয়। তেতিয়া সেই প্ৰতিবিম্বিত-চৈতন্যযুক্ত মন বা অন্তঃকৰণ চেতনৰূপে প্ৰতিভাত হয়। এই মনঃপ্ৰতিবিম্বিত চৈতন্য ঈশ্বৰে জীৱ।

"আছে মন সমস্ত প্ৰাণীৰ হৃদয়ত।
ঈশ্বৰৰ প্ৰতিবিম্ব লাগিছে মনত॥
তাকে বুলি জীৱ মন এবে ভিন্ন নুই।
এক পিণ্ড ভৈলা যেন লোহা অগ্নি দুই॥"

[ অঃ পাঃ ৬৬-৬৭ ]

"যেন চন্দ্ৰৰ প্ৰতিবিম্বতেসে কম্পাদি গুণ দেখি, বিম্বত নেদেখি; তেমনে জীৱবেসে সংসাৰ, ঈশ্বৰত নাই, এতেকে ঈশ্বৰত ভক্তি কৰিলে আপুনি সংসাৰ গুছে।" [ কঃ ভাঃ ৩।৭ পৃঃ ৭৩ ]

মন অণু বা সূক্ষ্ম, গতিকে তদ্বিশিষ্ট হোৱাৰ কাৰণে নিঃসীম-ভূমৰূপ ঈশ্বৰকো জীৱ হিচাবে অণু বুলি কোৱা হয়; যেনে ক্ষুদ্ৰ আচ্চিত প্ৰতিবিম্বিত ডাঙৰ বস্তুকো ক্ষুদ্ৰ দেখা যায়; যেনে আকাশ স্বৰূপতে নিঃসীম হলেও চুঙা

বিষয়জ্ঞান

বা বস্ত্ৰমধ্যগত হিচাবে সৰু চুঙা, ডাঙৰ চুঙা; সৰু কুটা, ডাঙৰ কুটা, এনেকৈ পৰিচ্ছিন্নৰূপে ব্যৱহাৰ কৰা হয়। এই অন্তঃকৰণ-প্ৰতিবিম্বিত চৈতন্যই গৈ আকৌ জ্ঞানেন্দ্ৰিয়ত প্ৰতিফলিত হৈ

ইন্দ্ৰিয়বৃত্তিৰ লগে লগে গৈ বিষয়টোক বিয়পে আৰু বিষয়ব্যাপ্তিৰ লগে লগে ইন্দ্ৰিয়-বৃত্তি, অন্তঃকৰণ-বৃত্তি আৰু তৎপ্ৰতিবিম্বিত-চৈতন্য অভিন্ন যেন হৈ বিষয়াকাৰে পৰিণত হয়; এয়ে বিষয়ৰ প্ৰত্যক্ষ জ্ঞান। এনেকৈ অন্তঃকৰণ, ইন্দ্ৰিয় আৰু বিষয়গত চৈতন্যৰ প্ৰতিফলনটোৱে ইহঁতৰ সম্বন্ধৰ ঘটক আৰু ইটোত আনটো প্ৰতিফলিত হোৱাটোৱে ইহঁতৰ সম্বন্ধ। প্ৰতিবিম্বিত-চৈতন্য বিশিষ্ট অন্তঃকৰণ বা মন আদি কৰণবোৰৰ বিষয়-গ্ৰহণৰ অভিমুখে বিকীৰণ বা ব্যাপাৰৰ নাম বৃত্তি। এই কাৰণে প্ৰতিবিম্বিত-চৈতন্য-যুক্ত ইন্দ্ৰিয়ৰ বিষয়াভিমুখে যি স্ফুৰণ সেয়ে ইন্দ্ৰিয়-বৃত্তি; সেইদৰে প্ৰতিবিম্বিত-চৈতন্য-বিশিষ্ট মনৰ বিষয়-প্ৰকাশ-প্ৰবৃত্তিৰ নাম অন্তঃকৰণ-বৃত্তি; ইত্যাদি প্ৰকাৰে বুজিব লাগে।

অন্তঃকৰণ ইন্দ্ৰিয় আৰু বিষয়ো প্ৰতিবিম্বিত চৈতন্যৰ যোগত ইটোত আনটো প্ৰতিফলিত হয়; তাৰ ফলত ইটোত আনটোৰ

**অধ্যাস** ৰূপ বা ধৰ্ম্ম অধ্যস্ত (আৰোপিত) হয়। জ্ঞান বা প্ৰকাশ, সত্তা, আনন্দ—এইবিলাক চৈতন্যপুৰুষৰ স্বৰূপ; ক্ৰিয়া, দুঃখ, ক্লেশ, নিৰানন্দ আদি অন্তঃকৰণৰ ধৰ্ম্ম। যেনেকৈ এটা 'লেম'ৰ চিম্নিটো ক'লা পৰিলে আমি কওঁ,—'জুইকুৰা ক'লা পৰিল' আৰু চিম্নিটো পৰিষ্কাৰে থাকিলে কওঁ—"চিম্নিটোৱে ভাল পোহৰ দিছে।" ইয়াত ক'লা পৰাটো চিম্নিৰ ধৰ্ম্ম জুইত আৰোপিত হৈছে; পোহৰটো জুইৰ স্বৰূপ চিম্নিত আৰোপিত হৈছে। সেইদৰে চৈতন্যৰ স্বভাৱ সত্তা, জ্ঞান আৰু আনন্দ অন্তঃকৰণ আদিত আৰোপিত হৈ সিহঁতো চেতন বুলি, সৎ বুলি, প্ৰকাশস্বৰূপ বুলি,

আনন্দযুক্ত বুলি প্ৰতীত হয় আৰু অন্তঃকৰণ আদিৰ ধৰ্ম্ম, ক্ৰিয়া দুখ-দৈন্য আদি চেতন আত্মাত আৰোপিত হৈ আত্মাই কৰ্ত্তা (ক্ৰিয়াবান্) দুঃখী আৰু দীন আদিৰূপে প্ৰতীত হয়।

"তুমি সত্য ব্ৰহ্ম তোমাত প্ৰকাশে জগত ইটো অনন্ত।
জগততো সদা তুমিসে প্ৰকাশা অন্তৰ্য্যামী ভগৱন্ত ॥"
[কীঃ ১৬৬৩]

ইন্দ্ৰিয়ৰ সঙ্গে জীৱে ভুঞ্জে বিষয়ক।
আত্মা বুলি মানে মায়াময় শৰীৰক ॥
[নিঃ নঃ—১১০]

অন্তঃকৰণ মায়াৰ কাৰ্য্য। এই অন্তঃকৰণাবচ্ছিন্ন চৈতন্য-পুৰুষেই জীৱ আৰু মায়াবচ্ছিন্ন চৈতন্যপুৰুষেই ঈশ্বৰ। ইয়াৰ অবচ্ছেদক (পৰিচায়ক) মায়া আৰু অন্তঃকৰণৰ ব্যাৱহাৰিক ভেদ থকাৰ কাৰণেই ঈশ্বৰ আৰু জীৱ ভিন্ন হৈ পৰিছে; ভেদক অন্তঃকৰণ নোহোৱা হৈ গলে জীৱৰ ভিন্ন সত্তা নাথাকে। যেনে, নানা বৰণৰ সৰু সৰু কাচৰ টুকুৰাবোৰ যোৰা দি এখন বৃহৎ আচি বনোৱা হ'ল। তাত যেতিয়া আকাশস্থ সূৰ্য্যৰ প্ৰতিবিম্ব পৰিব তেতিয়া ভিন ভিন বৰণীয়া প্ৰত্যেক টুকুৰা কাচত প্ৰতিবিম্বিত সূৰ্য্যক ভিন ভিন বৰণৰ দেখা যায় আৰু গোটেইখন আচিত প্ৰতিবিম্বিত নানা বৰ্ণবিশিষ্ট এটা বৃহৎ সূৰ্য্যও দেখা যায়। ইয়াত ভিন ভিন বৰণীয়া কাচৰ টুকুৰাবিলাক অন্তঃকৰণস্থানীয়, তাত প্ৰতিবিম্বিত সূৰ্য্যবিলাক জীৱ-স্থানীয়; সমগ্ৰ আচিখন মায়াস্থানীয়, তাত প্ৰতিবিম্বিত সূৰ্যটো

জীৱ-ঈশ্বৰৰ ভেদ

ঈশ্বৰস্থানীয় আৰু আচল বিম্বৰূপ সূৰ্য্যটো নিৰঞ্জন ভগৱন্তস্থানীয়। ইয়াত আচল বিম্বৰূপ সূৰ্য্য নিৰ্ম্মল নিঃসঙ্গ হলেও মলীন কাচত প্ৰতিবিম্বিত হৈ তাৰ সম্পৰ্কত মলীন আৰু নানাৰূপে ৰূপায়িত যেন দেখা যায়; সেইদৰে ভগৱন্ত আচলতে নিৰ্ম্মল, নিষ্ক্ৰিয়, শান্ত, অবিকাৰী সচ্চিদানন্দৰূপ হলেও মলীন, সক্ৰিয়, দীন আৰু বিকাৰী অন্তঃকৰণত প্ৰতিবিম্বিত হৈ মলীন, সক্ৰিয়, দীন আৰু বিকাৰী যেন দেখা যায়।

একে ব্ৰহ্ম আছা সৰ্ব্ব দেহক প্ৰকটে।
যেন এক আকাশ প্ৰত্যেক ঘটে ঘটে॥
জলত সূৰ্য্যক যেন দেখি ভিন্ন ভিন্ন।
সেহিমতে জানিবা ব্ৰহ্মৰো ভেদহীন॥

[ ভাঃ ১২ শ স্কঃ ২০১৪৬ ]

"নিত্য নিৰঞ্জন স্বপ্ৰকাশ আত্মা এক।
মায়া উপাধিৰ পদে দেখিয় অনেক॥"

[ কুৰুক্ষেত্ৰ ৫১০ ]

যদ্যপি তোমাত কৰি জীৱ নোহে ভিন্ন।
তথাপিতো ভৈল প্ৰভু তোমাৰ অধীন॥

[ দশম ১৬৯৮ ]

"ঈশ্বৰত কৰি জীৱ ভিন্ন মুহি শান্ত অবিকাৰী হয়।
ভ্ৰান্তিয়ে অজ্ঞান আৱৰিত হুয়া আপোনাক নজানয়॥"

[ ভঃ ৰঃ ৭৬৮ ]

"মনে দুঃখ পাইলে জীৱে বোলে মই পাওঁ।
মনে বৈক যাৱে জীৱে বোলে মই যাওঁ॥

মনে যিবা কৰে জীৱে বোলে মই কৰোঁ।।
মনৰ মৰণে জীৱে বোলে মই মৰোঁ।॥
যেন সূৰ্য্যবিম্ব লৰে জলৰ মাজত।
জল স্থিৰ ভৈলে বিম্ব থাকে পূৰ্ব্ববত॥
মনৰ কৰ্ম্মক যিটো মোৰ বুলি মানে।
কৰ্ম্মপাশে বন্দী জীৱ এহিসে নিদানে॥
আত্মাৰ প্ৰসঙ্গে মন ভৈল সচেতন।
মনভেদে আছে জানা চৈধ্যয় ভুৱন ॥

[ অঃ পাঃ ৬৭-৬৯ ]

এটা বস্তুৰে লক্ষণ—( পৰিচায়ক ধৰ্ম্ম ) ভেদে নানাৰূপে প্ৰতীত হয়। যেনে এক দেৱদত্তই বৰ্ণৰ পিনেদি ব্ৰাহ্মণ, বয়সৰ পিনেদি বৃদ্ধ, আৰ্থিক অৱস্থাৰ পিনেদি ধনী, শাৰীৰিক অৱস্থাৰ পিনেদি দীন বা দুৰ্ব্বল ইত্যাদি-ৰূপে প্ৰতীত হয়। সেইদৰে একে ভগৱন্তপুৰুস লক্ষণ উপাধিভেদে ঈশ্বৰ, জীৱ, ব্ৰহ্ম, পৰমাত্মা, ভগৱান্, নাৰায়ণ ইত্যাদি নানাৰূপে প্ৰতীত আৰু সেৱিত হয়।

(জ্ঞ ব্ৰ-ঈশ্বৰাদিৰ অভেদ)

"স্বৰূপত একেমাত্ৰ মৃত্তিকা আকাৰ।
ঘট পট ভেদে দেখি অনেক প্ৰকাৰ॥
এহিমতে অনেক অদ্বৈত আত্মবুদ্ধ।
মায়া উপাধিৰ পদে দেখি নানা বিধ॥"

[ কুঃ কেঃ ৫১২ ]

"সেহিসে ঈশ্বৰ যাৰ বশ্য মায়া পৰম আনন্দময়।
মায়া মৰ্দ্দে যাক তাকে বুলি জীৱ দুঃখতে তাৰ উদয়॥"

[ ভঃ ৰঃ ৭৫৮ ]

"ঈশ্বৰৰ সেৱা, কৰিলে জীৱৰ; গুচয় মায়াৰ ভ্ৰম।
ব্ৰহ্ম পদে শুদ্ধ, জীৱক কহয়, ঈশ্বৰ পৰমব্ৰহ্ম॥"

[ নাঃ ঘোঃ ১৭৪ ]

"সমাধিত বেকত হোৱন্তে গুছে ভ্ৰম।
তেখনে বোলয় জানা মাধৱক ব্ৰহ্ম॥"

[ নিঃ নঃ ১৮০ ]

"প্ৰবৰ্ত্তান্ত যেখনে ইন্দ্ৰিয় সমস্তক।
পৰমাত্মা বোলয় তেখনে মাধৱক॥"

[ তথা ১৭৯ ]

ব্ৰহ্ম পৰমাত্মা ভগৱন্ত এক তত্ত্ব।
একেবেসে তিনি নাম লক্ষণভেদত॥

[ তথা ১৮১ ]

কৰন্ত যেখনে ইটো সৃষ্টি--স্থিতি-অন্ত।
তেখনে বোলয় মাধৱক ভগৱন্ত॥

[ তথা ১৮০

"সবাৰো স্বৰূপ কৰে ব্ৰহ্মোসে প্ৰকাশ।
সমস্ততে যিটো কৰি আছন্ত প্ৰকাশ॥
তেহেন্তেসে নাৰায়ণ জানিবা নৃপতি।
তাহান চৰণ সেৱা বিনে নাই গতি॥"

( তথা ১৮৮ )

ইয়াত লক্ষণভেদ মানে কি সেইটো নাজানিলে ব্ৰহ্ম, নাৰায়ণ, ভগৱন্ত আদিৰ ঐক্য-জ্ঞান হোৱাত নানা বাধা উপস্থিত

হয়। এক ঠাইত যিটোকে ব্ৰহ্ম বা পৰমাত্মাৰ লক্ষণ বুলি কোৱা হৈছে—সেইটোকে হয়তো আন ঠাইত আকৌ নাৰায়ণৰ লক্ষণ বুলি কোৱা হৈছে। গতিকে সেই বিষয়ে নিশ্চিতবোধ হব নোৱাৰে। এই কাৰণে লক্ষণ মানেনো কি, তাৰ ভেদেই বা কেনে; সেইটো বিচাৰ কৰি চোৱা হ'ক।

যাৰ দ্বাৰা কোনো এটা বস্তুক তদিতৰ (আন) বস্তুৰ পৰা বেলেগ হিচাবে চিনা যায় সেয়ে সেই বস্তুৰ লক্ষণ। এই

লক্ষণ কি 

লক্ষণ বা পৰিচায়ক চাৰি প্ৰকাৰ— ১। স্বৰূপ ২। বিশেষণ ৩। উপলক্ষণ ৪। উপাধি। ১। যিটো বস্তুটোৰ স্বৰূপতকৈ অনতিৰিক্ত হৈ বস্তুটোৰ পৰিচায়ক হয় সেয়ে স্বৰূপ লক্ষণ। ২। যিটো লক্ষ্য বস্তুটোৰ স্বৰূপৰ লগত অবিচ্ছেদ্য

লক্ষণৰ প্ৰকাৰভেদ 

সম্বন্ধে সম্বদ্ধ হৈ থাকি বস্তুটোক আনৰ পৰা বেলেগ কৰি বুজাই দিয়ে সেয়ে বিশেষণ। ৩। যিটোৱে কোনো এক সময়ত বা অৱস্থা বিশেষতহে লক্ষ্য বস্তুৰ লগত সম্বদ্ধ হয় অথচ বস্তুটোক ইতৰ বস্তুৰ পৰা বেলেগ কৰি বুজাব পাৰে তাকে বোলা হয় উপলক্ষণ অৰ্থাৎ ওপৰঞ্চি লক্ষণ। ৪। যিটোৱে আচলতে বস্তুটোৰ লগত লগ লাগি নাথাকে অথচ নিজৰ ৰূপেৰে বস্তুটোক ৰূপায়িত কৰি তাৰ পৰিচায়ক হয়, তাকে উপাধি বোলে। যেনে তিনিটা কাচৰ পাত্ৰ আছে, এটাত ৰঙা ৰঙ্ দিয়া, এটাত যোৱাকালি ৰঙা ৰঙ্ দিয়া হৈছিল, তাৰ ৰঙটো এতিয়া উঠি গৈছে; তৃতীয়টোৰ ওচৰত এটা ৰঙা জবাফুল থকাৰ কাৰণে সেই ফুলৰ জেউতি পৰি পাত্ৰটো ৰঙা বৰণীয়া হৈছে। এই তিনিওটা পাত্ৰকে যদি

'ৰঙা কাচৰ পাত্ৰ' বুলি কব পাৰোঁ। 'ৰঙা কাচৰ পাত্ৰটো আনাচোন' বুলি কলে কাচ কথাটো পাত্ৰৰ স্বৰূপ লক্ষণ, কাৰণ পাত্ৰটোৰ স্বৰূপভূত কাচক বাদ দিলে তাৰ অস্তিত্বই নাথাকে; গতিকে এই বাক্যৰ দ্বাৰা ৰঙা বৰণৰ কাচৰ পাত্ৰ এটা আনিব লাগে বুলি বুজা গ'ল। যদি 'ৰঙা' কথাটো পাত্ৰৰ বিশেষণ বুলি ধৰা হয় তেন্তে প্ৰথমটি পাত্ৰ; যদি উপলক্ষণ বুলি ধৰা হয় তেন্তে দ্বিতীয়টি পাত্ৰ, যদি উপাধি বুলি ধৰা হয় তেন্তে তৃতীয়টি পাত্ৰ আনিব লাগিব। ৰঙা ৰঙ্‌টো প্ৰথমটোৰ বিশেষণ, দ্বিতীয়টোৰ উপলক্ষণ, তৃতীয়টোৰ উপাধিৰূপে পৰিচায়ক হৈছে।

এই বিষয়ে আৰু এটা লৌকিক উদাহৰণ এই যে— 'বুঢ়াগোহাঞি' এটা পদবী। এই পদত অধিষ্ঠিত ব্যক্তিক হে আচলতে 'বুঢ়াগোহাঞি' বোলা হয়। পুৰণি কালৰ আহোম ৰজা এজনে টেকেলাক আদেশ দিলে যে "বুঢ়াগোহাঞিক মাতি আনা;" তেতিয়া টেকেলাই 'বুঢ়াগোহাঞি' পদত অধিষ্ঠিত যি কোনোজনকে মাতি আনিবগৈ। এইস্থলত 'বুঢ়াগোহাঞি' কথাটো স্বৰূপ লক্ষণ হৈছে। ৰজাই যদি কয় যে "বুঢ়াগোহাঞি পূৰ্ণানন্দক হে মাতি আনাগৈ" এইস্থলত 'বুঢ়াগোহাঞি' কথাটো পূৰ্ণানন্দৰ বিশেষণৰূপ লক্ষণ হৈছে; কাৰণ 'বুঢ়াগোহাঞি' পদত অধিষ্ঠিত পূৰ্ণানন্দক হে মাতিবলৈ কৈছে। পূৰ্ণানন্দ 'বুঢ়াগোহাঞি' যেতিয়া 'বুঢ়াগোহাঞি' পদৰ পৰা অৱসৰ লৈছে সেই অৱস্থাত যদি ৰজাই "পূৰ্ণানন্দ বুঢ়াগোহাঞিক মাতি আনাগৈ" বুলি কয় তেন্তে তেনেস্থলত 'বুঢ়াগোহাঞি' কথাটো উপলক্ষণৰূপ পৰিচায়ক হে হব; কাৰণ

পাইছে তেওঁ 'বুঢ়াগোহাঞি' আছিল, এনে নহয়। কিন্তু যদি আজিকালিৰ কোনোবাই কয়—"অমুক বুঢ়াগোহাঞিক মাতি আনাগৈ" বুলি, তেন্তে ইয়াত 'বুঢ়াগোহাঞি' কথাটো উপাধি বুলিহে কোৱা হয়, কাৰণ এই বুঢ়াগোহাঞিৰূপে পৰিচিত মানুহজন কেতিয়াও বুঢ়াগোহাঞি পদত অধিষ্ঠিত হোৱা নাই; এওঁৰ বংশৰ উপৰি পুৰুষ কোনোবা 'বুঢ়াগোহাঞি' আছিল, তেওঁৰ বংশত ওপজাৰ কাৰণেই তেওঁৰ সেই পদবীটো এওঁত আৰোপ কৰা হৈছে। সেইদৰে নিৰ্ব্বিশেষ নিৰাকাৰ পৰমব্ৰহ্মতত্ত্বক যে সৎ চিৎ (জ্ঞান) আনন্দ নিত্য সত্তা বুলি কোৱা হয় তাত সৎ চিৎ আদি কথাবিলাক

স্বৰূপ লক্ষণ — ব্ৰহ্মৰ স্বৰূপলক্ষণ অৰ্থাৎ এইবিলাকতকৈ ব্ৰহ্মতত্ত্ব বা
সমন্বয় — ব্ৰহ্মতত্ত্বতকৈ এইবিলাক ভিন্ন তত্ত্ব নহয়। তেওঁক

যে জগৎপ্ৰপঞ্চৰ সৃষ্টি-স্থিতি-লয়ৰ কাৰণ বা ঈশ্বৰ বোলা হয়, এইস্থলত সৃষ্টি স্থিতি-লয়াদি তেওঁৰ উপলক্ষণ; কাৰণ ব্ৰহ্ম, সৃষ্টি-স্থিতি-লয়ৰ কাৰণ হয় কেতিয়াবা হে; সৃষ্টি-স্থিতি-লয় নকৰা অৱস্থাৰ ব্ৰহ্মবো ই পৰিচায়ক হৈছে। সেই ব্ৰহ্মক যে সগুণ, সবিশেষ, সাকাৰ, ঈশ্বৰ বুলি কোৱা হয় তাত সগুণ আদি কথাবিলাক তেওঁৰ (ব্ৰহ্মৰ) উপাধিৰূপ পৰিচায়ক হয়, সগুণতা, সবিশেষত্তা আদি তেওঁৰ নিজৰ ধৰ্ম্ম নহয় তেওঁৰ শক্তি—মায়াৰ হে ধৰ্ম্ম। মায়াত তেওঁৰ প্ৰতিবিম্ব পৰাৰ কাৰণে মায়াৰ ৰূপটো তেওঁত আৰোপিত হৈছে। সেইদৰে যেতিয়া সবিশেষ ঈশ্বৰক সগুণ বুলি, নিৰ্গুণ বুলি, সাকাৰ বুলি, নিৰাকাৰ বুলি কোৱা হয় তাত বুজিব লাগিব যে সগুণতা, আৰু সাকাৰতা ঈশ্বৰৰ বিশেষণ, নিৰ্গুণতা

আৰু নিৰাকাৰত্বা তেওঁৰ উপলক্ষণৰূপ পৰিচায়ক হে।

মায়াৱচ্ছিন্ন চৈতন্যই ঈশ্বৰ আৰু অন্তঃকৰণাৱচ্ছিন্ন চৈতন্যই জীৱ; অৰ্থাৎ মায়াৰ দ্বাৰা পৰিচ্ছিন্ন হলে ব্ৰহ্মই ঈশ্বৰশব্দ-বাচ্য হয় আৰু অন্তঃকৰণৰ দ্বাৰা পৰিচ্ছিন্ন হলে সেই ব্ৰহ্মই জীৱ শব্দৰ বাচ্য হয়। ইয়াত মায়া বিশেষণৰূপে ঈশ্বৰৰ আৰু উপাধিৰূপে ব্ৰহ্ম-চৈতন্যৰ অবচ্ছেদক (পৰিচায়ক) হৈছে আৰু অন্তঃকৰণ বিশেষণৰূপে জীৱৰ আৰু উপাধিৰূপে ব্ৰহ্ম–চৈতন্যৰ অবচ্ছেদক হৈছে, যেনে ৰঙা ফটিক পাত্ৰ বুলিলে, ফটিক ৰঙা হব নোৱাৰে গতিকে ৰঙাটো পাত্ৰৰ উপাধি আৰু ফটিকটো পাত্ৰৰ স্বৰূপ বা বিশেষণ বুলি অৱশ্যে স্বীকাৰ কৰিব লগা হয়। ভগৱন্ত, ঈশ্বৰ, ব্ৰহ্ম, পৰমাত্মা, নাৰায়ণ, জীৱ আদিৰ স্বৰূপ কাৰ্য্য বা ধৰ্ম্ম আদিৰূপে বৰ্ণিত পৰস্পৰ বিৰোধী কথাবিলাকৰ স্বৰূপ, বিশেষণ, উপলক্ষণ বা উপাধিৰূপত্বা যথাযোগ্যভাৱে স্বীকাৰ কৰি সামঞ্জস্য বিধান কৰিব লাগে।

উপৰোক্ত সন্দৰ্ভৰ দ্বাৰা এইকেইটা কথা কোৱা হ'ল—(১) পৰমব্ৰহ্ম বা ভগৱন্ত আচলতে নিৰাকাৰ, নিৰ্ব্বিশেষ, নিৰ্গুণ, সত্য, জ্ঞান, আনন্দস্বৰূপ। (২) মায়া তেওঁৰ শক্তি তেওঁতকৈ অনতিৰিক্ত ভাৱৰূপ অজ্ঞানস্বৰূপ গতিকে অনিৰ্ব্বাচ্য। (৩) মায়োপহিত ব্ৰহ্ম-চৈতন্যই ঈশ্বৰ। (৪) অন্তঃকৰণ মায়াৰ কাৰ্য্য। (৫) অন্তঃ-কৰণোপহিত (অন্তঃকৰণৰূপ উপাধিবিশিষ্ট) ব্ৰহ্ম–চৈতন্যই জীৱ। (৬) ব্ৰহ্ম মায়া আৰু অন্তঃকৰণত প্ৰতিবিম্বিত (প্ৰতিফলিত) হয় গতিকে মায়া আৰু অন্তঃকৰণৰ ধৰ্ম্মবোৰ তেওঁত আৰোপিত হয়

আৰু ব্ৰহ্মৰ স্বৰূপ চৈতন্য আনন্দ সত্তা আদিও মায়া আৰু তাৰ কাৰ্য্য অন্তঃকৰণ বা জগতত আৰোপিত হয়। (৭) মায়াই ভগৱৎ চৈতন্যৰ প্ৰেৰণাবশতঃ প্ৰকৃত্যাদি জগৎপ্ৰপঞ্চৰূপে পৰিণত হৈছে ইতিকে মায়াৰ কাৰ্য্যই জগৎ।

এতিয়া, ভগৱন্ত (ব্ৰহ্ম) জীৱ আৰু জগতৰ পৰস্পৰে অন্তৰ কেনেকুৱা তাকে চোৱা য'ক।

ভগৱন্তই উপাধিভেদে ঈশ্বৰ আৰু জীৱৰূপে বৰ্ত্তমান গতিকে জীৱ ঈশ্বৰৰ যে আচলতে ভেদ নাই, এই কথা আগৰ কথাখিনিৰ উত্তৰতে কোৱা হৈছে।

আমি যদি জগতৰ বস্তুবিলাকৰ স্বৰূপ বিবেচনা কৰোঁ। তেন্তে এইটো স্পষ্টভাৱে বুজোঁ যে এই জগতত আমাৰ যত প্ৰকাৰ জ্ঞান হয় সেই সকলো জ্ঞানতে দুই প্ৰকাৰ পদাৰ্থ প্ৰতীত হয়, এক প্ৰকাৰ হৈছে সামান্য বা অনুবৃত্ত আৰু আন প্ৰকাৰ হৈছে বিশেষ বা ব্যাবৃত্ত। আমাৰ সকলো জ্ঞানেই এইদৰে সামান্য আৰু বিশেষ বা অনুবৃত্ত আৰু ব্যাবৃত্ত, এই দুটা বস্তুকে সদায় প্ৰকাশ কৰিব লাগিছে। ঘট আছে পট আছে, নীল আছে, পীত আছে, এই সকলোকেইটি জ্ঞানতে এই দুটা বস্তুই প্ৰতিভাত হৈছে, 'আছে' এই শব্দটোৰ দ্বাৰা আমি যাক কৈছোঁ সেইটো সত্তা বা অস্তিত্বৰ বাহিৰে একো নহয়। এই সত্তাই সামান্য পদাৰ্থ, সকলো বস্তুমাত্ৰতে ই অনুবৃত্ত (অবিচ্ছিন্ন) ভাৱে আছে। ঘট, পট, নীল, পীত আদি শব্দৰ দ্বাৰা যাক কোৱা হৈছে সেই সকলোৱে বিশেষ বা ব্যাবৃত্ত পদাৰ্থ। ঘটৰ ঘটত্বহে

সত্তাৰ সৰ্ব্বময়ত্বা

আছে ঘটব্যতিৰিক্ত পট আদিত নাই; সেইদৰে পটত্ব ও পটতহে আছে তদতিৰিক্ত ঘট আদিত নাই। ঘট বোলা বস্তু ঘটবিষয়ক জ্ঞানত আছে, পটবিষয়ক জ্ঞানত নাই; পট বোলা বস্তুটো আকৌ পটবিষয়ক জ্ঞানতহে আছে ঘটবিষয়ক জ্ঞানত নাই। কিন্তু সত্তা বোলা বস্তুটো হলে সকলো জ্ঞানতে আছে; আনাৰ এনে কোনো জ্ঞান নাই যিটোত সত্তাৰূপ সামান্য পদাৰ্থৰ প্ৰকাশ হোৱা নাই। যি কোনো বিশেষ বস্তুৰে জ্ঞান নহওক তাত সত্তাৰূপ সামান্য পদাৰ্থটিক এৰি তাৰ বিশেষৰূপটিক আমি কোনোমতে বুজিব নোৱাৰোঁ। অকল যদি ঘট শব্দটো উচ্চাৰণ কৰোঁ তাতো আমি বুজিম যে ঘট আছে, অথবা ঘট আছিল নাইবা ঘট হব। আছে, আছিল আৰু হব এই শব্দকেইটায়ো কালভেদে হলেও সত্তা বা অস্তিত্বকে বুজাইছে। একে সত্তা বোলা পদাৰ্থটিক ভিন ভিন বিষয়ৰ জ্ঞানত আমি অতীত, বৰ্ত্তমান বা ভবিষ্যৎকালৰ দ্বাৰা আৰু ভিন ভিন বিষয়ৰ বিশেষ বিশেষ ৰূপৰ দ্বাৰা পৰিচ্ছিন্নৰূপে বুজোঁ। এই কথা কোনেওৰে অস্বীকাৰ কৰিব নোৱাৰে। ঘট পট, মঠ আদি সকলো বস্তুকে বুজাৰ পাচত আমি কওঁ--ঘট-সৎ, পট—সৎ, মঠ সৎ, পৃথিৱী-সৎ, জল-সৎ, বায়ু-সৎ, আকাশ সৎ; গতিকে বুজা যায় যে যিদৰে ঘট আৰু সৎ অভিন্ন বস্তু; সেইদৰে পট আৰু সৎও একেই পদাৰ্থ। এনে হলে ঘট আৰু পট একে বস্তু নহব কিয়? সৎ বুলিলে আমি এটা পদাৰ্থকে বুজোঁ, ঘটো সৎ, পটো সৎ অথচ ঘট আৰু পট হলে একে বস্তু নহয় বেলেগ, এইটো কোনোমতে সম্ভৱ হব নোৱাৰে। যেনে 'ক'

আৰু 'খ' যদি একে বস্তু হয় তথা 'খ' আৰু 'গ' যদি একে বস্তু হয় তেন্তে 'ক' আৰু 'গ'ও যে একে বস্তু এইটো সহজবোধ্য কথা। এতিয়া আমি বুজিলোঁ যে সত্তা বোলা বস্তুটি সকলো দেশতে, সকলো কালতে, সকলো অৱস্থাতে, সকলো বিষয়তে অনুস্যূতভাৱে আছে; এনে কোনো বিষয় বস্তু নাই যিটো কোনো দেশত, কোনো সময়ত, কোনো অৱস্থাত সত্তাতকৈ ভিন্নভাৱে থাকিব পাৰে।

জ্ঞানৰ সৰ্ব্বময়তা

সত্তা বোলা বস্তুটি আকৌ, দেখিছোঁ জ্ঞানক বাদ দি কেতিয়াও ক'তো নাথাকে। ঘট, পট, মঠ, নীল, পীত আদি সকলো সৎ পদাৰ্থই জ্ঞানৰ দ্বাৰা প্ৰকাশিত হয়। দৃশ্য বস্তু যেতিয়ালৈকে ক'তো কাৰো কোনো প্ৰকাৰ জ্ঞানৰ বিষয় নহয় তাৰ অস্তিত্বত কোনোৱে বিশ্বাস কৰিব নোৱাৰে। আমাৰ জ্ঞানে যাক যিৰূপে প্ৰকাশ কৰে 'সেয়ে সেইৰূপে সৎ' বুলি আমি স্বীকাৰ কৰোঁ। যিটো কোনো জ্ঞানৰ দ্বাৰা প্ৰকাশিত হোৱাৰ সম্ভাৱনা নাই তাৰ সত্তা বা অস্তিত্ব স্বীকৃত হোৱাৰো কোনো সম্ভাৱনা নাই। যি জ্ঞানৰ দ্বাৰা জগতৰ সকলো বস্তু প্ৰকাশিত হয় সেই জ্ঞান কিন্তু সৰ্ব্বদাই একৰূপ; তাৰ স্বৰূপৰ কেতিয়াও কোনো পৰিবৰ্ত্তন নহয়। ঘট, পট, মঠ, নীল, পীত আদি বিষয়বিলাক বিভিন্ন হলেও জ্ঞান প্ৰকাশময় স্বৰূপৰ বাহিৰে আন কোনোৰূপে আমাৰ পৰিচিত নহয়। ঘটজ্ঞানৰ বিষয় ঘটতকৈ পটজ্ঞানৰ বিষয় পট পৃথক্ বস্তু; কিন্তু ঘটজ্ঞান আৰু পটজ্ঞানৰ বিষয়গত পাৰ্থক্যখিনিক বাদ দিলে স্বৰূপগত কোনো পাৰ্থক্য আছে বুলি আমি বুজি নাপাওঁ। এই কথাৰ দ্বাৰা জ্ঞান আৰু

বিষয় সত্তাও ফলতঃ একে হৈ পৰে ; কাৰণ যি বস্তু দুটা পৰস্পৰে ভিন্ন তাৰ কেতিয়াবা নহয় কেতিয়াবা এটাক এৰিও আনটিৰ উপলব্ধি হয় ; কিন্তু জ্ঞান আৰু সত্তাৰ এটাক এৰি আনটোৰ উপলব্ধি হোৱা কেতিয়াও দেখা নাযায়। গতিকে ইহঁত পৰস্পৰে ভিন্ন বস্তু নহয় বুলি বুজা যায়। এই কাৰণে ঘট-পটাদি বিশেষ বিশেষ বিষয়বোৰ, তথা সৎ আৰু জ্ঞান আচলতে একে বস্তু ; যুক্তিৰ দ্বাৰা ইহঁতৰ ভেদ-নিৰূপণ কৰা অসম্ভৱ। সত্তা আৰু জ্ঞানৰ লগে লগে নিয়তভাৱে আৰু এটা বস্তুৰ উপলব্ধি হয়, সেইটো হৈছে আত্মা বা দ্ৰষ্টা। আমাৰ যি জ্ঞানেই নহ'ক তাত 'মই' বোলা অহঙ্কাৰাত্মক তত্ত্বটিৰ মাজত আত্মা নামৰ বস্তুটিৰ প্ৰকাশ নোহোৱাকৈ নাথাকে। ঘট-জ্ঞান, পট-জ্ঞান, মঠ-জ্ঞান এই সকলোতে 'মই' জ্ঞান আদিৰ সাক্ষী হিচাবে এক আত্মাৰ স্ফুৰণ আমি উপলব্ধি কৰোঁ ; সেইদৰে এই আত্মাৰ লগতে সত্তাৰো প্ৰতীতি তথা জ্ঞানৰো প্ৰতীতি হব লাগিছে। কেতিয়াবা যে সত্তাক বা জ্ঞানক এৰি আত্মাৰ স্ফুৰণ নাইবা আত্মাক এৰি এই-বিলাকৰ প্ৰকাশ হব পাৰিব, সেইটো কল্পনাও কৰিব নোৱাৰি। 'মই' বুলিলেই তাৰ লগত সত্তা আৰু জ্ঞান অভিন্নভাৱে উপস্থিত হয়। 'মই অসৎ' বা মই অজ্ঞাত এনে বোধ নহয়, হোৱাৰ সম্ভাৱনাও নাই।

আত্মাৰ সদ্‌জ্ঞানাব্যতিৰেক

অন্য বিষয়-বস্তুবিলাকৰ অপ্ৰকাশিত অৱস্থা এটা আমাৰ বোধত ধৰা পৰে ; অন্য সময়ৰ কথাকে নকওঁ, গভীৰ নিদ্ৰাত কোনো বিষয়-বস্তুৱে প্ৰকাশ নাথাকে ; কিন্তু আত্মা তেতিয়াও নিদ্ৰা বা অজ্ঞানৰ সাক্ষিৰূপে ভাসমান হৈ

আত্মা স্বপ্ৰকাশ

থাকে। সেয়েহে গভীৰ টোপনিৰ পৰা উঠি আমি বুজোঁ আৰু কও যে 'মই গভীৰভাৱে পৰমসুখে নিদ্ৰিত হৈ আছিলোঁ, একোকে জানা নাছিলোঁ'। যদি সেই সময়ৰ কোনো জাগ্ৰত সাক্ষী নাই তেন্তে ময়ে যে শুইছিলোঁ, আকৌ সুখে শুইছিলোঁ, আকৌ একো জনা নাছিলোঁ—এইবিলাক খবৰ কোনে কৈ দিলে, কেনেকৈ জানিলোঁ? এইবিলাকৰ সোঁৱৰণ হৈছে যেতিয়া অৱশ্যে সেই সময়ত এইবিলাকৰ অনুভূতি আছিল বুলি স্বীকাৰ কৰিব লাগিব; অজ্ঞাত কথাৰ স্মৰণ হব নোৱাৰে। গতিকে সুষুপ্তি-কালতো আত্মা নিজে নিজে প্ৰকাশ হৈ সুষুপ্তি বা অজ্ঞানৰ প্ৰকাশ কৰি আছিল বুলি বুজা যায়।

> "যেখনে নিৰ্ভৰ নিদ্ৰা ঘোৰে উপস্থিত।
> ইন্দ্ৰিয় সকল অহঙ্কাৰৰ সহিত॥
> তেখনে আত্মাত গৈয়া সবে হোৱে লয়।
> সেহিকালে আত্মা সাক্ষি স্বৰূপে থাকয়॥"
>
> [ নিঃ নঃ ১৯৬ ]

জাগ্ৰতকালতো অনৱৰতে আত্মা বোলা বস্তুটিৰ অনুভৱ বা প্ৰত্যক্ষ হৈয়ে থাকে। নহলে মাজে মাজে "মই আছোঁ নে নাই" এনেকুৱা সন্দেহ, বা 'মই নাই' এনেকুৱা বিপৰীত জ্ঞান উপস্থিত হ'লহেতেন; তেনেকুৱা হোৱা কেতিয়াও দেখা নাযায়। গতিকে আত্মা স্বয়ংপ্ৰকাশ জ্ঞানস্বৰূপ, ইয়াক আন কোনোৱে প্ৰকাশ নকৰে ই নিজে নিজেই প্ৰকাশমান হৈ থাকে আৰু আন বিষয়কো প্ৰকাশ কৰে।

নিত্য নিৰঞ্জন স্বপ্ৰকাশ আত্মা এক।
মায়া উপাধিৰ পদে দেখিয় অনেক ॥

[ কুঃ ক্ষেঃ ৫১০ ]

আমি যে নানা বস্তুৰ পৰা সুখ বা আনন্দ ভোগ কৰোঁ। সেই আনন্দ বোলা বস্তুটি ক'ত থাকে, ক'ত পাওঁ, কেনেকৈ ভোগ কৰোঁ ? সাংখ্যবিদ্ সকলৰ মতে সুখ সত্বগুণৰ স্বৰূপ ; নৈয়ায়িক আদিৰ মতে আত্মাৰ বিশেষ গুণ ; অদ্বৈত-বাদী বেদান্তীসকলৰ মতে আত্মা স্বয়ংএ সুখৰূপ। আমি প্ৰত্যক্ষে বুজি পাওঁ যে নিজৰ অৰ্থেই আমি সকলো বস্তুকে ভাল পাওঁ। আত্মাৰ সম্বন্ধ নোহোৱাকৈ কেতিয়াও ক'তো সুখানুভূতি কৰি পোৱা নাই। বিষয়ৰ অনুভূতি নথকা অৱস্থাতো গভীৰ নিদ্ৰাত পৰি কেৱল আত্মাতে আমি সুখানুভৱ কৰি থাকোঁ ; সেই কাৰণেহে গভীৰ নিদ্ৰাৰ পাচত দাৰ পাই উঠি, সকলোৱে কয় যে "বৰ সুখেৰে শুই আছিলোঁ।"। যদি নিদ্ৰিত অৱস্থাত সুখানুভৱ নহ'ল-হেতেন তেন্তে পাচত সুখৰ স্মৰণ হব নোৱাৰিলেহেতেন। পুত্ৰ ভাৰ্য্যা, বিত্ত, বিদ্যা—সকলোতকৈ, প্ৰাণীয়ে নিজক বেচি ভাল পায়, নিজৰ কাৰ্য্যত নালাগিলে বা নিজৰ লগত সম্বন্ধ নহলে কোনো বস্তুৱে আমাৰ প্ৰিয় নহয়। নিজৰ বেয়া গুণেও আমাক তৃপ্তি দিয়ে আনৰ ভাল গুণেও তেনে তৃপ্তি নিদিয়ে। বিষয়াদি নহলেও সুষুপ্তি অৱস্থাত সুখ হোৱা দেখা যায় কিন্তু আত্মব্যতিৰেকে ক'তো সুখানুভূতি হোৱা দেখা নাযায়। গতিকে বিষয়বিলাক যে সুখৰূপ নহয় আত্মাইহে সুখস্বৰূপ সেইটো এই অন্বয়-ব্যতিৰেকৰ দ্বাৰাই বুজা গ'ল।

আত্মাৰ সুখ স্বৰূপতা

ইয়াৰ দ্বাৰাই সৎ-চিৎ ( স্বয়ং প্ৰকাশ জ্ঞান ) আনন্দ ( সুখ ) আৰু আত্মা যে একেই বস্তু, ঘট, পট, নীল, পীত আদি সমস্ততে যে এই সচ্চিদানন্দৰূপ আত্মাই অনুস্যূতভাৱে বিয়পি আছে আৰু ঘট, পটাদি বস্তুবোৰো যে ইয়াতকৈ ভিন্ন নহয় এইখিনি কথা সিদ্ধ হ'ল।

আত্মা সচ্চিদানন্দৰূপ

এই আত্মাই অন্তঃকৰণত প্ৰতিবিম্বিত হৈ ইন্দ্ৰিয়-বৃত্তিৰ যোগেদি বিষয়ত বিয়পি পৰিলে বিষয়াকাৰে পৰিণত হৈ বিষয়ৰ লগত অভিন্ন যেন হৈ পৰে; তেতিয়া ভুলতে জীৱে বিষয়ৰ ধৰ্ম্মবিলাকক আত্মাৰ ধৰ্ম্ম আৰু আত্মাৰ স্বৰূপক বিষয়ৰ ধৰ্ম্ম বা স্বৰূপ বুলি ভাবি আত্মাৰ সত্তাৰ দ্বাৰাই বিষয়ক সৎ বুলি বুজে; আত্মাৰ প্ৰকাশ বা জ্ঞানৰ দ্বাৰাই বিষয়ক প্ৰকাশিত বা জ্ঞাত বুলি কয় আৰু আত্মাৰ আনন্দক বিষয়ৰ সুখ বুলি ধৰে আৰু ভোগ কৰে। এনেকৈ আত্মসুখৰ স্ফুৰণ বা প্ৰকাশেই সুখৰ ভোগ। সেইদৰে আকৌ বিষয়ৰ অসত্তা বা অভাৱক আত্মাৰ অভাৱ বুলি ভাৱে বিষয়ৰ অজ্ঞান বা অপ্ৰকাশক আত্মাৰ অজ্ঞান আৰু বিষয়ৰ দুঃখ-দৈন্যক আত্মাৰ দুঃখ-দৈন্য বুলি ভাবি 'মই অজ্ঞ, মই দীন, মই দুঃখী' বুলি অনুতপ্ত হয়। এয়ে দুঃখ আদিৰ ভোগ।

বিষয়ৰ সত্তা, জ্ঞান আৰু সুখ

বিষয়বিলাকত প্ৰতিভাত সত্তাটো যদি বিষয়ৰ নহয় আত্মাৰহে তেন্তে বিষয়বিলাক যে স্বৰূপটি অসৎ এইটো সহজবোধ্য কথা। ইয়াকে বৈষ্ণৱসকলে কৈছে—

বিষয়ৰ মিথ্যাত্ব

"অসন্ত জগতখান, তোমাত উপজে ভৈলা, সন্ত হেন প্ৰকাশে সদায়॥"

[ কীঃ ১৬৭০ ]

জানো মায়াগুণে বহুৰূপ ধৰি তুমিসে কৰা প্ৰকাশ।
এহিসে নিমিত্তে সিসবকো দেখি সত্যৰ কিছু আভাস ॥
[ গোপালচৰণ ৩য় স্কঃ ৮৯৩ ]

যিটো পূর্ব্বে নাছিল আৰু পাচতো নাথাকিব কেৱল মাজতে কিছু সময়ৰ কাৰণে ব্যৱহাৰৰ বিষয় হয় তাকেই মিছা বোলে, যেনে জৰিত যেতিয়া সাপ বুলি ভ্ৰম হয়, তাত সাপ বোলা বস্তুটি আগেয়ে নাছিল, জৰি বুলি বুজাৰ পাচতো নাথাকিব কেৱল মাজতে প্ৰতিভাত হৈ উঠিল আৰু তাকে দেখি ভ্ৰান্ত ব্যক্তিয়ে ভয়ত চিঞৰিবৰৈ ধৰিলে। সপোনত আমি অনেক ঘটনা প্ৰত্যক্ষ কৰোঁ; কিন্তু সেইবিলাক সপোনৰ আগে নাছিল, সাৰ পোৱাৰ পাচতো নাথাকে, মাজৰ সময়খিনিত (তন্দ্ৰাগ্ৰস্ত অৱস্থাত) সি প্ৰত্যক্ষ হৈ আমাক হহুৰাইছে, কন্দুৱাইছে আৰু কত কি কৰিছে। যিটো একৰূপে নাথাকে, পৰিবৰ্ত্তিত হোৱাটোৱে যাৰ স্বভাব সেয়ে মিছা। জগতো পৰিবৰ্ত্তনশীল আৰু বিনাশী গতিকে ইও মিছা নামৰূপেই সাৰ; ইয়াৰ নিজৰ কোনো স্থায়ীৰূপ বা সত্তা নাই।

"জগতৰ পূৰ্ব্বে মই মাত্ৰ থাকোঁ জান।
কাৰ্য্য কাৰণৰ কিছু নাছিলেক আন ॥
মোক মাত্ৰ দেখিয়োক সৃষ্টিৰ মধ্যত।
দেখা শুনা মাত্ৰে সবে মই স্বৰূপত ॥
মই মাত্ৰ সবশেষে থাকোহো অন্তত।
কুণ্ডল ভাঙ্গিলে যেন সোণা স্বৰূপত ॥
[ ২য় স্কঃ ]

যি কথা পুছিলা তাৰ কৈলোঁ পৰিচ্ছেদ।
সবে কৃষ্ণময় ইটো কৈলোঁ সত্যভেদ ॥

[ ১ম স্কঃ ]

ব্ৰহ্ম ব্যতিৰেকে যত দেখা মিছা আন।
ৰজ্জুত উপজি আছে যেন সৰ্পজ্ঞান ॥

[ ১২শ স্কঃ ২০১৭০ ]

জাগন সপোন বুদ্ধিৰেসে বৃত্তিচয়।
নানাবিধ দেখা যিটো সিটো মায়াময় ॥
অনন্ত অবস্তু যেন ভাণ্ডেকৰ নয়।
ক্ষেণেকে উপজি ক্ষেণেকতে নাশ হয় ॥

[ তথা ২০১৪১ ]

মুকুট কুণ্ডল যেন সুবৰ্ণৰ ভিন্ন নুহি মিছা মাত্ৰ নামৰূপ যত।
অহঙ্কাৰ পঞ্চভূত তোমাত পৃথক্ নুহি প্ৰভু পৰমাৰ্থ বিচাৰত ॥

[ কীৰ্ত্তন ]

"যাহাত মিছা প্ৰপঞ্চ প্ৰকাশে।" [ কঃ ভাঃ ১।১। পৃঃ ২ ]

এনেকুৱা বস্তুকে যে অনিৰ্ব্বাচ্য আৰু মায়িক বোলা হয় এই কথা আগেয়ে কোৱা হৈছে। যাক সৎ বুলিও কব নোৱাৰি অসৎ বুলিও কব নোৱাৰি সেয়ে অনিৰ্ব্বাচ্য; যেনে স্বাপ্নিক বস্তুবিলাক। জাগতিক বস্তুবিলাকো তেনেকুৱাই। ইয়াক যদি সৎ বুলি কোৱা হয় তেন্তে তাৰ বিনাশ হব নোৱাৰে; যদি অসৎ বুলি কোৱা তেন্তে এইদৰে প্ৰত্যক্ষাদি প্ৰমাণৰ বিষয় হৈ সুস্পষ্টভাৱে প্ৰতীত হব নোৱাৰে। এইবিলাকৰ বিনাশ আছে, ৰূপ পৰিবৰ্ত্তন আছে,

অথচ প্ৰত্যক্ষাদি প্ৰমাণৰ বিষয়ৰূপে প্ৰতীতও হয় গতিকে ই অলীক বা মায়াৰ বাহিৰে কি হব পাৰে ?

আন অসত্যত প্ৰয়োজন নাই, কহিলোঁ কৰি নিৰ্ণয়।
যদি কিছু আছে, বিচাৰত পুনু, সিটো সত্য নহয় ॥
[ গোপালচৰণ ৩য় স্কঃ ৮৯২ ]

'যত দেখা, যত শুনা, যতেক মনত গুণা. সবে মায়াময় স্বপ্নসম ॥'
[ কীৰ্ত্তন ১৮১৫ ]

যত দেখা মায়াময় সবে স্বপ্নসম।
হৰিময় দেখি দূৰ কৰা মতিভ্ৰম ॥
[ ১১শ স্কঃ ১৯২৬২ ]

হে কৃষ্ণ তুমি মাত্ৰ চৈতন্যস্বৰূপ নিত্য সত্য শুদ্ধ জ্ঞান অখণ্ডিত।
আৰৰ যতেক ইটো তোমাৰ বিনোদৰূপ চৰাচৰ মায়াৰ কল্পিত ॥
[ নাঃ ঘোঃ ৭৭ ]

আকৌ একপিনে ভাৱি চালে এই মায়া বা তাৰ কাৰ্য্য জগৎ কাৰণৰূপে সৎ আৰু কাৰ্য্যৰূপে অসৎ; এই কাৰণে কেতিয়াবা কেতিয়াবা সদসদ্ৰূপা বুলি কোৱা হৈছে। এই বিষয়ে কথাভাগৱতত কোৱা হৈছে—

"বিদুৰে পুছন্ত :— হে মৈত্ৰেয়, নিৰ্গুণ ভগৱন্তৰ গুণময় সৃষ্টি আদি লীলা কেমনে হয়; তুমি কহিছা জীৱৰ অৰ্থে কৰন্ত গিয়ো নঘটে দেশ কালাদিয়ে অলুপ্তবোধ ব্ৰহ্মৰূপ জীৱৰ কেনে অবিদ্যাময় সংসাৰ হয়; মোৰ এহি মনৰ সংশয় দূৰ কৰা। মৈত্ৰেয়ে কহন্ত,; জানা বিদুৰ, এইটো হৰিৰ মায়া যি বিচাৰ

নহে যাত হন্তে মিছা সংসাৰ জীৱত লক্ষি। যেন স্বপ্নত আপুনাৰ শিৰচ্ছেদ আপুনি দেখি।" [ কঃ ভাঃ ৩।৭ পৃঃ ৭৩ ]

পাৰমাৰ্থিকৰূপে ই ( মায়াৰ কাৰ্য্য জগৎ ) অসত্য হলেও ব্যাৱহাৰিক হিচাবে ইয়াক সত্য বুলিব পাৰি। একেবাৰে 'মানুহৰ শিঙ'ৰ দৰে অলীক হলে তাৰ দ্বাৰা কোনো ব্যবহাৰ বা ক্ৰিয়া চলিব নোৱাৰে; অথচ এই জাগতিক বস্তুবিলাকৰ দ্বাৰা সদায় ব্যৱহাৰ চলি আছে, শাস্ত্ৰতো ইবাৰ নানা ব্যৱহাৰৰ বিধান দিয়া আছে। গতিকে ইয়াক ব্যাৱহাৰিক সত্য বোলা হয়। স্বাপ্নিক বস্তুৰ দ্বাৰাও সপোনত নানা ব্যৱহাৰ চলা দেখা যায় গতিকে ব্যৱহাৰ চলে বুলিয়ে তাক স্বাপ্নিক বস্তুতকৈ বিলক্ষণ বুলিবৰ কোনো হেতু নাই।

ঐন্দ্ৰজালিক বা যাদুকৰে যিদৰে তাৰ মায়া ( যাদু-বিদ্যা ) শক্তিৰ দ্বাৰা নিজতে নানা অদ্ভুত অশ্ৰুত বস্তুৰ প্ৰকাশ কৰি দেখুৱায় তাত তাৰ কাৰ্য্যবিলাকৰ মায়া শক্তিৰ বাহিৰে আন একো উপাদান কাৰণ নাই। সেইদৰে ভগৱন্ত পুৰুষেও নিজ মায়া শক্তিৰ দ্বাৰাই নিজতে এই বিচিত্ৰ জগৎ প্ৰকাশ কৰে; গতিকে তেওঁ নিজেই এই জগতৰ উপাদান আৰু নিমিত্ত কাৰণ। তেওঁৰ বাহিৰে ইয়াৰ আন একো অতিৰিক্ত কাৰণ নাই। মানুহৰ অজ্ঞানে যিদৰে জড়িৰ স্বৰূপক ঢাকি ৰাখি তাত সাপৰ প্ৰকাশ কৰে ভগবানৰ মায়াই সেইদৰে তেওঁৰ ইচ্ছাবতে অন্তঃকৰণৰূপে উপাধিভাৱে থাকি জীৱে বুজিব নোৱাৰাকৈ ভগৱানৰ স্বৰূপটিকে ঢাকি ৰাখে আৰু তেওঁৰ ওপৰতে বিচিত্ৰ জগৎ ৰচনা কৰি দেখুৱায়।

(ভগৱন্তই জগতৰ উপাদান আৰু নিমিত্ত)

গতিকে জীৱ বা জগৎ একেবাৰে তেওঁতকৈ ভিন্ন সত্তা নাই; তেৱেঁই একমাত্ৰ সত্য বাকী সকলো মিছা, তেওঁৰে বিবৰ্ত্তৰূপ হে। জীৱ সঁচা যদিও সি ব্ৰহ্ম-ব্যতিৰিক্ত নহয়, জগত্‌তো একেবাৰে মিছাই। গতিকে ব্ৰহ্মই একমাত্ৰ সত্য, তেওঁৰ সজাতীয় বা বিজাতীয় দ্বিতীয় একো নাই। (১)

অদ্বৈতবাদ

যতেক আকৃতি মানে মায়াময় সৃষ্টি।
হেন জানি কেৱল ব্ৰহ্মত দিয়া দৃষ্টি॥

× × ×

মায়াময় নামৰূপ সবাকো উপেক্ষা।
অন্তৰ্য্যামী মই ঈশ্বৰক মাত্ৰ দেখা॥

[ কুঃ ক্ষেঃ ]

সমস্ত প্ৰাণীক ব্যাপি আছোহো অনন্ত।
বাহিৰে ভিতৰে সমস্ততে ভগৱন্ত॥
যেন ঘটসব মাতি মাত্ৰ বিচাৰন্ত।
সেহিমতে ব্যাপি আছোঁ এহি ত্ৰিজগত॥

তথা ]

"তোমাৰ অদ্বৈতৰূপ, পৰম আনন্দ পদ, তাতে মোৰ মগ্ন হৌক চিত্ত।"

[ কীঃ ১৮৭০ ]

(১) "নানাবতাৰতয়া ভেদেন প্ৰতীয়মানোঽপি দাৰুভেদাদগ্নিভেদবৎ সজাতীয়ভেদশূন্যম্, একম্ বিজাতীয় দেহাত্মাশ্ৰয়তয়া জীৱ-ৰূপেণ নানাত্মতয়া দৃশ্যমানোঽপি ঘটাদ্যাকাশবৎ বিজাতীয়ভেদ-ৰহিতম্, সৰ্ব্ববৃংহকত্বেন চ পৰিপূৰ্ণং ব্ৰহ্ম।"

[ ভঃ বিঃ ৩য় পৰিচ্ছেদ ]

মায়াতেসে দেখয় বিবিধ পৰিচ্ছেদ।
স্বৰূপত তোমাৰ নাহিকে কিছু ভেদ॥
চৈতন্যস্বৰূপে ব্যাপি এক নিৰঞ্জন।
তোমাক বুলিবে দ্বৈত কোন অজ্ঞজন॥

[ তথা ২১১৮ ]

এতেকেসে মই, ইহাক আশ্ৰয়, কৰিলোহো কৃপাময়।
অদ্বৈত যিহেতু, সি কাৰণে আক, উপাসিবে যোগ্য হয়॥

[ গোপালচৰণ ৬ষ্ঠ স্কঃ ৮৯৬ ]

ভট্টদেৱৰ প্ৰণীত বুলি কথিত শ্ৰীধৰস্বামিকৃত 'ভাগৱত-ভাৱাৰ্থদীপিকা'ৰ সংক্ষিপ্ত টীকাত, 'তৎ ত্বম্' পদৰ অৰ্থ নিৰূপণ প্ৰসঙ্গত, জীৱ আৰু ঈশ্বৰৰ স্বৰূপ কৰোঁতে গৈ, তন্মধ্যে জীৱৰ বাস্তৱ বা আচল স্বৰূপ বুলি কৈছে আৰু শ্ৰীশঙ্কৰভগৱৎপাদ আদি প্ৰাচীন অদ্বৈতবাদীসকলৰ মতকে ঔপনিষদসকলৰ মত বুলি উল্লেখ কৰি তাতেই নিজৰ সম্মতি প্ৰকাশ কৰা হৈছে। (১) ইয়াৰ দ্বাৰা

(১) "ত্বম্‌পদাৰ্থ-তৎপদাৰ্থৌ জীৱেশ্বৰৌ। বিপ্ৰতিপত্তিৰ্বাদিনাম। তথাহি দেহাকাৰপৰিণতানি চত্বাৰি ভূতানি ত্বম্পদাৰ্থ ইতি চাৰ্ব্বাকাঃ। চক্ষুৰাদীনি প্ৰত্যেকমিত্যপৰে। মন ইত্যেকে। ক্ষণিক-বিজ্ঞানমিতি সৌগতাঃ। শূন্যমিতি মাধ্যমিকাঃ। দেহেন্দ্ৰিয়াতিৰিক্ত দেহপৰিমাণ ইতি দিগম্বৰাঃ। কৰ্ত্তা ভোক্তা জড়ো বিভুৰিতি বৈশেষিক-তাৰ্কিক-প্ৰাভাকৰাঃ। জড়ো বোধাত্মক ইতি ভাট্টাঃ। ভোক্তৈৱ কেৱলবোধাত্মক ইতি সাংখ্যাঃ পাতঞ্জলাশ্চ। অপিস্তু কৰ্ত্তৃত্বাদিভাক্ বস্তুতো নিৰ্দ্ধৰ্ম্মকঃ পৰমানন্দস্বৰূপ ইত্যৌপনিষদাঃ। তৎপদাৰ্থো যথা, 'সদেৱ সৌম্যেদমগ্ৰ আসীদিতি শ্ৰুত্যা জগৎ-কাৰণং প্ৰধানমিতি সাংখ্যাঃ। পশুপতিৰেৱ জগৎকাৰণম্ স চ চেতনোঽপি জীৱাদ্ভিন্নঃ স এৱোপাস্য ইতি পাশুপতাঃ। ভগৱান্

এইটো কৰ পৰা হ'ল যে অসমৰ বৈষ্ণৱসকলেও অদ্বৈত বেদান্তি-সকলৰ—

"শ্লোকাৰ্দ্ধেন প্ৰবক্ষ্যামি যদুক্তং গ্ৰন্থকোটিভিঃ।
ব্ৰহ্মসত্যং জগন্মিথ্যা জীৱো ব্ৰহ্মৈৱ নাপৰঃ॥"

এই সিদ্ধান্তত সম্পূৰ্ণ সম্মতি দান কৰিছে। এয়ে অদ্বৈতবাদ, মায়াবাদ বা বিৱৰ্ত্তবাদ।

প্ৰাণীয়ে নিজক ভাল পায় কিয় — ভগৱন্তই একমাত্ৰ সচ্চিদানন্দ পৰম প্ৰেমস্বৰূপ; সমস্ত প্ৰাণীৰ অন্তঃকৰণত অন্তৰ্য্যামী আত্মৰূপে এৱেঁই আছে—

প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ।
সমস্তৰে আত্মা হৰি পৰম বান্ধৱ॥
[ নামঘোষা ]

বাসুদেৱো জগৎকাৰণং তস্মাদুৎপদ্যতে সঙ্কৰ্ষণাখ্যো জীৱঃ তস্মান্মনঃ সঃ প্ৰদ্যুম্নঃ, তস্মাদহঙ্কাৰঃ সোঽনিৰুদ্ধঃ (?) তেন কাৰ্য্যত্বাজ্জীৱস্য তেন সহ ব্ৰহ্মণো নাত্যন্তভেদ ইতি পাঞ্চৰাত্ৰিকাঃ। পৰিণামী-নিত্যঃ সৰ্ব্বজ্ঞো ভিন্নাভিন্ন ইতি জৈমিনীয়াস্ত্ৰিদণ্ডিনশ্চ (জৈনাস্ত্ৰিদণ্ডিনশ্চেতি কচিৎ পাঠঃ)। নাস্তি সৰ্ব্বজ্ঞত্বাদ্যুপগতং ব্ৰহ্ম" আম্নায়স্য ক্ৰিয়াৰ্থত্বেন তত্ৰ তাৎপৰ্য্যাভাৱৎ। কিন্তু যাগধেন্বাদিৱৎ সৰ্ব্বজ্ঞত্বাদিদৃষ্ট্যা - জগৎ - কাৰণ - পৰমাত্মাদি - জীৱৈৰোপাস্য ইতি মীমাংসকাঃ। অস্তি নিত্যজ্ঞানাদিমানীশ্বৰঃ পৃথিব্যাদিকাৰ্য্যানুমিতঃ স চ জীৱাদ্ভিন্ন এৱেতি তাৰ্কিকাঃ। ক্ষণিকঃ সৰ্ব্বজ্ঞ ইতি সৌগতাঃ ক্লেশকৰ্ম্ম বিপাকাশয়ৈৰপৰামৃষ্টঃ পুৰুষো নিত্যজ্ঞানৰূপঃ প্ৰধানাংশ-সত্ত্বগুণ—প্ৰতিফলিততয়া সৰ্ব্বজ্ঞ সংসাৰিপুৰুষবিলক্ষণ এৱেশ্বৰঃ ইতি পাতঞ্জলাঃ। অদ্বিতীয়-পৰমানন্দ এৱ ব্ৰহ্ম তচ্চ জীৱস্য বাস্তৱং ৰূপং মায়য়া সৰ্ব্বজ্ঞত্বাদিবিশিষ্টং জগদুপাদানমিত্যৌপনিষদাঃ।"
[ ভাবাৰ্থ দীপিকা-বৃত্তি—১।১ ]

এই কাৰণেই প্ৰাণীবিলাকে নিজক বা আত্মাক সকলোতকৈ ভাল পায়।

যিহেতু হিয়াত আছা তুমি কৃপাময়।
তাতেসে সমস্ত জড় জীৱ প্ৰবৰ্ত্তয়॥

[ ১০ম ১৬৯৭ ]

'যিহেতু কৃষ্ণসে আত্মা এতেকেসে জীৱৰাশি নিৰন্তৰে আনন্দ লভয়॥'

[ নাঃ ঘোঃ ১৪৯ ]

"সমস্তৰে আত্মা নাৰায়ণ আত্মসুখে ৰতি সৰ্ব্বক্ষণ
এহি হেতু হৰি সমস্ত প্ৰাণীতে সম॥"

[ তথা ৬৩৫ ]

এই আত্মস্বৰূপৰ সম্পৰ্কতহে আনবিলাক সুখময়, আনন্দময় বা সুন্দৰ হৈ উঠে।

"চৈতন্যত কৰি পৰ, মায়াত উপজি যত, আছে তাক ৰমাৰন্তু হৰি।"

[ তথা ১৫২ ]

এই পৰমানন্দপূৰ্ণ পৰমাত্মাৰ উপলব্ধিৰ অৰ্থেই দেহ, মন, প্ৰাণ আদি সমস্ত ব্যাপৃত অৰ্থাৎ তেওঁৰ প্ৰতি আকৃষ্ট হৈ আছে।

"যিহেতু চৈতন্যপূৰ্ণ পৰমাত্মাৰূপে হৰি
হৃদয়ত আছন্ত প্ৰকাশি।
তাতেসে ইন্দ্ৰিয়গণ ভূত প্ৰাণ বুদ্ধি মন
প্ৰবৰ্ত্তে যতেক জড় ৰাশি॥"

[ নামঘোষা ]

"মঞি সবাৰে আত্মা; মোৰ নিমিত্তেসে দেহাদি প্ৰিয় হয়াছে।" [ কঃ ভাঃ ৩।৯ ]

সেই কাৰণে যাৰ সত্তা নাই, যাৰ প্ৰকাশ নাই, য'ত আনন্দ বা সুখ নাই তেনে অসৎ, অজ্ঞাত আৰু দুঃখজনক বস্তুৰ প্ৰতি প্ৰাণীৰ মন, ইন্দ্ৰিয় আদি ব্যাপৃত হব নোখোজে।

এই ভগৱন্তই সমস্ত সত্তাৰ আকৰ গতিকে পৰম সত্য, সমস্ত জ্ঞানৰ আধাৰ গতিকে পৰম শিৱ আৰু সমস্ত আনন্দৰ উৎপত্তিস্থান গতিকে পৰম সুন্দৰ। মায়া নামৰ সৃষ্টি শক্তিৰ আশ্ৰয়-ৰূপে এৱেঁই সত্যাধিপতি সৃষ্টিকৰ ব্ৰহ্মৰূপে, কালশক্তিৰ আশ্ৰয় বুলি শিৱস্বৰূপ ৰুদ্ৰৰূপে আৰু চৈতন্য বা বিদ্যাশক্তিৰ আশ্ৰয় হেতুকে সুন্দৰমূৰ্ত্তি বিষ্ণুৰূপে অৱস্থিত। এই কাৰণেই ব্ৰহ্মা–বিষ্ণু-মহেশ্বৰক অভিন্ন বুলি কোৱা হৈছে। এই পৰ্য্যন্ত প্ৰস্তুত ভগৱন্ত, জীৱ আৰু জগৎ যে অভিন্ন একেই তত্ত্ব; ভেদটো ঔপাধিক বা মায়িক হে, এই কথা কোৱা হ'ল।

ইয়াত আপত্তি এই যে যদি জীৱ আৰু ঈশ্বৰৰ ভেদ নাই তেন্তে জীৱক ঈশ্বৰৰ অংশ বোলা যায় কিৰূপে? কাৰণ অংশ আৰু অংশীটো অভিন্ন বা একে বস্তু বুলি কোনোৱে নকয়। বৰঞ্চ হাতখন কাটি নিলেও দেহটো থাকে গতিকে দেহ আৰু হাত ভিন্ন বুলিহে বুজা যায়। শ্ৰীশঙ্কৰকে আদি কৰি অসমীয়া বৈষ্ণৱসকলে জীৱক ঈশ্বৰৰ অংশ বুলি পুনঃ পুনঃ কৈছে। যেনে—

জীৱেশ্বৰৰ অংশাশিভাৱ বিষয়ে আপত্তি

"তোমাৰেসে অংশ আমি যত জীৱ ৰাক।"

[ কীৰ্ত্তন ]

ব্ৰহ্মৰেসে অংশ জীৱ জগত সকল।
ঘটে ঘটে আছে যেন জাহ্নবীৰ জল॥
যেন এক লোহিতৰ স্ফুতি অসংখ্যাত।
ঈশ্বৰৰ অংশ অণু অংশ হৈল জাত॥
(শ্ৰীচন্দ্ৰভাৰতী ৪ৰ্থ স্কঃ)

আচাৰ্য্য ভট্টদেৱ আৰু গোবিন্দ মিশ্ৰয়ো কথাগীতা আৰু পদগীতাত "অপৰেয় মিতস্বস্থান্" ইত্যাদি। [গীঃ ৭।৫] শ্লোকৰ অনুবাদ প্ৰসঙ্গত জীৱক ঈশ্বৰৰ অংশ বুলি স্পষ্টকৈ কৈছে। এয়ে হলে জীৱ ঈশ্বৰ একে হয় কেনেকৈ?

ইয়াৰ উত্তৰ এই—অংশ আৰু অংশী যদি ভিন্ন বুলি ধৰা হয় তেন্তে অংশ যে অংশীত থাকে তাত গোটেই অংশটোৱে

আপত্তিৰ উত্তৰ
১। গোটেই অংশীটোক বিয়পি থাকে নে অংশটো
২। আংশিকভাৱেহে (অংশৰ দ্বাৰা) অংশীত লাগি

থাকে? গোটেই অংশটোৱে অংশীক বিয়পি থাকে, বুলি কব নোৱাৰি; কাৰণ তেতিয়া হলে অংশীৰ প্ৰতি স্থানতে সকলো অংশৰ উপলব্ধি হ'লহেতেন। অংশটোৱে এটা অংশৰ দ্বাৰা অংশীত সম্বদ্ধ হৈ থাকে বুলিও কব নোৱাৰি। কাৰণ তেতিয়া হলে অংশৰে আৰু অংশ স্বীকাৰ কৰি যাব লগা হয় গতিকে অনৱস্থা (অবিৰাম কল্পনা) দোষ ঘটে। এই দুয়ো প্ৰকাৰে যদি অংশ অংশীত থাকিব নোৱৰা হ'ল আৰু আন কোনো তৃতীয় প্ৰকাৰে থকাৰো সম্ভাৱনা নাই; এই কাৰণে অংশাংশীৰ ভেদ স্বীকাৰ কৰিলে কোনো প্ৰকাৰে অংশাংশী লগ লাগি থাকিব নোৱাৰা হৈ পৰে। গতিকে কাৰ্য্য-কাৰণৰ ভেদ আৰু

কাৰ্য্যবিলাকৰ পৰস্পৰ ভেদৰ দৰে অংশাংশীৰ ভেদো কাল্পনিক বা মায়িক অৰ্থাৎ ব্যাৱহাৰিকভাৱেহে সত্য বুলি কব লাগিব। ইয়াত সেই ব্যাৱহাৰিক অংশাংশিভাৱৰে কথা কোৱা হৈছে। পাৰমাৰ্থিক ভাৱে অংশাংশিভাৱ আছে বুলি কোৱা নাই। যিটো যাব পৰা ওলায়, যিটো য'ত সমৱেতভাৱে লাগি থাকে তাকেই তাৰ অংশ বুলি কয়। জীৱ ভগৱন্তৰে প্ৰতিবিম্বস্বৰূপ, অন্তঃকৰণত প্ৰতিফলিত হৈ জীৱ নাম পাইছে। গতিকে সি ভগৱন্তৰ পৰাই ওলাইছে অন্তত ভগৱন্ততে লীন হৈ যাব, ভগৱন্তৰ অস্তিত্বৰ ব্যতিৰেকে ইয়াৰ কোনো স্বতন্ত্ৰ অস্তিত্ব নাই; সেই কাৰণেই জীৱক গৌণ-ভাৱে ঈশ্বৰৰ অংশ বোলাটো যুক্তিসঙ্গত। তাদৃশ বস্তুকো তদ্বাচক শব্দই লক্ষণাৰ দ্বাৰা কয়; যেনে চন্দ্ৰৰ তুল্য মুখতো চন্দ্ৰ শব্দৰ ব্যৱহাৰ দেখা যায়। ইয়াতো সেইদৰে অংশৰ তুল্য বুলি অংশ শব্দৰ প্ৰয়োগ অসঙ্গত নহয়। আকাশ নিঃসীম তত্ত্ব গতিকে তাৰ অংশ নাই। অথচ চুঙা বা ৰন্ধ্ৰৰ ভিতৰত পৰা আকাশক আমি মহাকাশৰ অংশ যেন দেখোঁ। সেইদৰে ভগৱন্তৰ আচলতে কোনো অংশ বা অৱয়ৱ নাথাকিলেও অন্তঃকৰণৰ দ্বাৰা উপহিত হৈ সীমাবদ্ধ যেন হৈ পৰাৰ কাৰণে জীৱক তেওঁৰ অংশ বুলি কোৱাত অদ্বৈত-ৱাদৰ বিৰোধ নঘটে।

সমস্ত মায়িক জড় জগতৰ ভিতৰত কাল্পনিক সাপত জড়িৰ দৰে অধিষ্ঠানৰূপে থাকি ভগৱানে নিজৰ স্বৰূপ সত্তাৰ দ্বাৰা তাক (অন্তৰ্য্যামিতাৰ দ্বাৰা সম্ভাবিত বৈতাপত্তিৰ বাৰণ) (জড় জগতক) সত্তাবান্ কৰি আৰু স্বৰূপ জ্ঞানৰ দ্বাৰা প্ৰকাশ কৰি আছে। মায়া বা অজ্ঞানৰ দ্বাৰা

আবৃত হোৱাৰ কাৰণে জীৱে তেওঁক দেখা নাপায়। এইদৰে অন্তঃপ্ৰবাহিত হৈ জড়জগতৰ গতি বা স্বৰূপক নিয়ন্ত্ৰিত কৰি ৰাখিছে কাৰণে তেওঁ অন্তৰ্য্যামী। তেওঁক অন্তৰ্য্যামী বুলি স্বীকাৰ কৰিলে জড়জগতৰ বা জীৱৰ স্বতন্ত্ৰ অস্তিত্ব, সত্যতা বা ভিন্ন সত্তা স্বীকাৰ কৰা নহয়; গতিকে অন্তৰ্য্যামিতা স্বীকাৰৰ দ্বাৰা অদ্বৈতবাদৰ ব্যাঘাত নঘটে।

যিদৰে অপ্ৰাকৃত বিদ্যাশক্তিৰ বিকাশৰূপ বৈকুণ্ঠলোক স্বীকাৰ কৰা হৈছে সেইদৰে বিদ্যাশক্তিৰ বিকাশস্বৰূপ ভগৱানৰ চৈতন্যৰূপ লীলা-বিগ্ৰহো স্বীকাৰ কৰা হয়॥ আমাৰ ভাষাত বা ব্যৱহাৰত যাক আকাৰ বা বিগ্ৰহ বোলোঁ তেনে আকাৰ বা মূৰ্ত্তি ভগৱানৰ নাই। ইয়াকে মাধৱ দেৱে কৈছে—

অপ্ৰাকৃত চৈতন্য মূৰ্ত্তি স্বীকাৰৰ দ্বাৰা সম্ভাৱিত দ্বৈতা পত্তিৰ বাৰণ

অব্যক্ত ঈশ্বৰ হৰি কিমতে পূজিবা তাক
ব্যাপকত কিবা বিসৰ্জ্জন।
এতাৱন্ত মূৰ্ত্তি শূন্য কেনমতে চিন্তিবাহা
ৰাম বুলি শুদ্ধ কৰা মন॥
(নাঃ ঘোঃ ৮)

গতিকে তেওঁ স্বৰূপতে নিৰাকাৰ; ভক্তৰ অনুগ্ৰহৰ অৰ্থে কেতিয়াবা কেতিয়াবা তেওঁ লীলা-বিগ্ৰহ ধাৰণ কৰে।

"যদি বোলা নিৰুপাধি ব্ৰহ্মাৰ কেনে এতেক ঐশ্বৰ্য্য; আত শুনা, সেই ব্ৰহ্ম শুদ্ধ সত্ব মূৰ্ত্তিয়ে ভক্তৰ সদায় প্ৰীতি কৰিতে লাগিছা।" [কঃ ভাঃ ৩।১৫ পৃঃ ৮৭]

আমাৰ দেহ যিদৰে আত্মাতকৈ ভিন্ন বুলি ধৰোঁ সেইদৰে তেওঁৰ নিত্য চৈতন্যমূৰ্ত্তিক স্বৰূপতকৈ ভিন্ন বুলি ধৰা নহয়। আমাৰ কৰ-চৰণাদি অঙ্গ-প্ৰত্যঙ্গৰ যেনেকুৱা মায়িক ভেদ আছে তেওঁৰ দেহৰ কৰচৰণাদিৰ মায়িক ভেদবোৰ নাই। আমাৰ দেহ সসীম মায়িক স্থূল নানা ভেদভিন্ন পদাৰ্থৰ সংহতিৰূপ; কিন্তু তেওঁৰ মূৰ্ত্তি নিঃসীম অমায়িক সূক্ষ্ম অদ্বৈতৰূপ, তাতেই এই দ্বৈততাৰ আৰোপিত বা অধ্যস্ত হয়। আচলতে তাত আকাৰ মূৰ্ত্তি বা দেহাদি শব্দৰ প্ৰয়োগ নাখাটে। সেই কাৰণে তাত্ত্বিক দৃষ্টিত তেওঁক নিৰাকাৰ অমূৰ্ত্ত আদি বুলি কোৱা হয়। কিন্তু ভক্তসকলে তাকেই দেহ বুলি গ্ৰহণ কৰি উপাসনা কৰে। গতিকে তেওঁ-বিলাকৰ দৃষ্টিত তেওঁ সাকাৰ, মূৰ্ত্ত, আনন্দবিগ্ৰহৱান্। আচাৰ্য্য ভট্টদেৱে 'ভক্তিবিবেক'ৰ অন্তত এনেকুৱা অপ্ৰাকৃত আকাৰ হে স্বীকাৰ কৰিছে। এই আকাৰত যদি অমায়িক স্বগতভেদ বা এই মূৰ্ত্তিতকৈ অতিৰিক্ত যদি আন কিবা সৎ বস্তুৰ অস্তিত্ব মনা হয় তেতিয়াহে অদ্বৈতভাৱৰ ব্যাঘাত ঘটিব পাৰে। অসমীয়া বৈষ্ণৱ-সকলে তেনে ভেদ বা আন বস্তুৰ সত্তা স্বীকাৰ কৰাৰ কোনো প্ৰমাণ নাই। গতিকে অপ্ৰাকৃত আকাৰ স্বীকাৰ কৰিলেও দেহ দেহীৰ ভেদ স্বীকাৰ নকৰাৰ কাৰণে অদ্বৈতবাদৰ বিৰোধ নঘটিল। তেওঁৰ অপ্ৰাকৃত লোক, মূৰ্ত্তি আদি তেওঁৰ বিদ্যাশক্তিৰে বিকাশ; বিদ্যাশক্তি তেওঁতকৈ ভিন্ন নহয়; শক্তিক ভিন্ন বুলি ধৰি যে শক্তিমানক সদ্বিতীয় বুলি ধৰা নহয়, এই কথা আগেয়ে কোৱা হৈছে। গতিকে ভগৱানতকৈ ভগৱানৰ আকাৰ বা মূৰ্ত্তিক যে

ভিন্ন বুলি ভবা হয় সেই ভেদো কাল্পনিক বা মিছা, এই কাৰণে এনে জ্ঞানো মিথ্যাজ্ঞানহে সত্যজ্ঞান নহয়। সত্যজ্ঞান ব্যতিৰেকেও আৰোপজ্ঞানৰ দ্বাৰা উপাসনা চলাত কোনো বাধা নাই।

"কং ব্ৰহ্ম, খং ব্ৰহ্ম, আদিত্যং ব্ৰহ্মেত্যুপাসীত।"

ইত্যাদি স্থলত জলক, আকাশক আৰু আদিত্যক যে ব্ৰহ্মৰূপে উপাসনা কৰিবলৈ বিধান দিয়া হৈছে তাত জল, আকাশ আৰু আদিত্যৰূপ অতাত্ত্বিক বস্তুক আশ্ৰয় কৰিয়ে উপাসনা চলাব দিয়া হৈছে। উপাসনাত উপাস্য বস্তুৰ ৰূপৰ যথাৰ্থতাৰ উপযোগিতা নিয়তভাৱে নাথাকে। একান্ত জ্ঞানী ভক্তৰ পক্ষে ভগৱানৰ লীলা বিগ্ৰহ বিহাৰ আদি এই সকলোৱে বিপৰীত আৰু বিস্ময়জনক কথা অথচ পৰম আনন্দদায়ক।

পৰম দুৰ্ব্বোধ আত্ম-তত্ত্ব তাৰ জ্ঞান অৰ্থে হৰি যত
লীলা অৱতাৰ ধৰা তুমি কৃপাময়।
তাহাৰ চৰিত্ৰ সুধা সিন্ধু তাত ক্ৰীড়া কৰি দীনবন্ধু
চাৰি পুৰুষাৰ্থ তৃণৰ সম কৰয় ॥
[ নাঃ ঘোঃ ৬৮০ ]

কহিতে বিস্ময় বিপৰীত শুনিবাৰ।
কোথা শুনি আছ ভাই ব্ৰহ্মৰ বিহাৰ ॥
অনুমানে কহে যাক সকল নিগমে।
সেহি হৰি কেলি কৰে গোপ শিশু সমে ॥
নিত্য শুদ্ধ বুদ্ধ নিৰঞ্জন নিৰাকাৰ।
শুনিতে কৌতুক বৰ তাদেৰ বিহাৰ ॥
যিটো জগতৰ অন্তৰ্য্যামী সৰ্ব্ব সাখী।
তাঁদেৰ ভূষণ গুঞ্জা গেৰু মৈৰা পাখী ॥
যাহাৰ প্ৰকাশে চৰাচৰ প্ৰকাশয়
গোপবেশে আছে দেখ সেহি কৃপাময় ॥

আত্মাৰ বিনোদ শুনিবাৰ বিপৰীত।
হৰিপদে মজি ৰহোঁ মাধৱৰ চিত্ত॥

[ বৰগীত ]

শুনিতে কৌতুক অনুপাম।
ব্ৰহ্মাৰ বৰণ ঘনশ্যাম॥

[ ৮ মাধৱদেৱৰ বৰগীত ]

দুষ্টৰ নিগ্ৰহ আৰু ভক্তৰ অনুগ্ৰহৰ দ্বাৰা বিশ্বত শান্তি স্থাপনৰ অৰ্থে ভগৱানে যি লীলা বিগ্ৰহ ধাৰণ কৰে সেইবিলাকক

**অৱতাৰ**

অৱতাৰ বোলা হয়। যি বিগ্ৰহত ঐশ্বৰ্য্য, জ্ঞান, ধৰ্ম্ম, বৈৰাগ্য, শ্ৰী, যশঃ এইবিলাক গুণ-মহিমাৰ পূৰ্ণভাৱে প্ৰকাশ থাকে সেয়ে পূৰ্ণাৱতাৰ। য'ত সেইবিলাক থকা সত্বেও পূৰ্ণভাৱে প্ৰকাশ নহয় তাক গুণাৱতাৰ, অংশাৱতাৰ নাইবা কলাৱতাৰ বুলি কোৱা হয়। গুণ আৰু মহিমা প্ৰকাশৰ কম বেচিৰ কাৰণেই এই অৱতাৰ ভেদ স্বীকাৰ কৰা হয়। ভগৱান্ শ্ৰীকৃষ্ণ পূৰ্ণাৱতাৰ। (১)

---

(১) কথিতা ভগৱন্ বিষ্ণোৰৱতাৰা মহাত্মনঃ।
সম্পূৰ্ণাংশ-কলাভেদৈৰ্ভাৱনীয়স্ত্বয়া প্ৰভো॥
নিৰ্ব্বিকল্পস্য কৃষ্ণস্য ব্ৰহ্মণঃ পৰমাত্মনঃ।
কথমংশ কলাভাগ এতদ্‌বৰ্ণয় নো বিভো॥

শ্ৰীশিৱ উৱাচ—সত্যমুক্তং ত্বয়া ব্ৰহ্মন্ কৃষ্ণস্য জগদাত্মনঃ।
অৱতাৰেষু সৰ্ব্বেষু ভেদাদংশ-কলাঃ স্মৃতঃ॥
ন বৰ্ণয়ন্তি নিপুনাঃ জ্ঞানিনো ভগৱত্‌পৰাঃ।
অৱিকাৰাদচ্যুত্বাচ্চ নিৰ্ভেদাদ্ব্ৰহ্মৰূপিণঃ॥
কিন্তু জ্ঞানপ্ৰভাৱাদেঃ পূৰ্ণাংশাংশানুদৰ্শনাৎ।
পূৰ্ণমংশকলাভাৱং বদন্তি জগদীশিতুঃ॥

( সাত্বত তন্ত্ৰ ৩।১-৫ )

## পঞ্চম অধ্যায়

## সংসাৰ আৰু মুক্তি

এতিয়া বিচাৰ্য্য হৈছে ভগৱানে কি উদ্দেশ্যে এই বিচিত্ৰ জগতৰ সৃষ্টি-স্থিতি-লয়ত প্ৰবৃত্ত হয়? আৰু তেওঁ যদি স্বেচ্ছাই

সৃষ্টিৰ উদ্দেশ্য

জগতৰ প্ৰাণীবোৰৰ কাকো ভাল, কাকো বেয়া, কাকো সুখী, কাকো দুঃখী, কাকো পণ্ডিত, কাকো মুৰ্খ, কাকো ধনী, কাকো দৰিদ্ৰ, কাকো মানুহ, কাকো বা পশু-পক্ষী, গছ-লতা আদি কৰি বিষমভাৱে সৃষ্টি কৰিছে বুলি কোৱা হয় তেন্তে ভগৱানত বৈষম্য নৈঘৃণ্য দোষ আহি পৰে অৰ্থাৎ প্ৰাকৃত প্ৰাণী যিদৰে কাৰো প্ৰতি সদয় হৈ সুখ দিয়ে, কাৰো প্ৰতি বা বিদ্বেষবশতঃ দুঃখ দিয়ে, সকলোৰে প্ৰতি সমভাৱ কৰি সকলোকে সমভাৱে ব্যৱহাৰ কৰিব নোৱাৰে ঠিক সেইদৰে ভগৱানতো বিষমভাৱ আৰু নিৰ্দ্দয়তা আছে বুলি তেওঁৰ বিষম কাৰ্য্যৰ দ্বাৰা অনুমান কৰিব পাৰি। তেতিয়া হলে ভগৱানো যদি প্ৰাকৃতজনৰ দৰে হৈ পৰে তেন্তে প্ৰাকৃতজনৰ পক্ষে এনেকুৱা বিশ্ব-সৃষ্টিৰ উপাদান আৰু নিমিত্ত কাৰণ হোৱা যিদৰে অসম্ভৱ সেইদৰে ভগৱানৰ পক্ষেও এই কাৰ্য্য অসম্ভৱ বুলি অনুমান কৰিব লাগিব আৰু ঈশ্বৰৰ ঈশ্বৰত্ব আৰু সৰ্ব্বকৰ্তৃত্ব আদি, এই প্ৰমাণৰ দ্বাৰাই বাধিত হব।

প্ৰথম প্ৰশ্নৰ উত্তৰ এই—পৰমেশ্বৰ আপ্তকাম অৰ্থাৎ তেওঁৰ কোনো কামনা বা অভিলাষ নাই গতিকে কোনো কাম্য প্ৰয়োজন সিদ্ধিৰ উদ্দেশ্যে তেওঁ সৃষ্টি আদি ক্ৰিয়াত প্ৰবৃত্ত নহয়। কিন্তু

তেওঁৰ এক প্ৰকাৰ স্বাভাৱিক লীলা আছে যেনে কোনো কোনো মানুহৰ দেখা যায় যেতিয়া মনত অত্যন্ত ৰং লাগিব তেতিয়া অজ্ঞাতসাৰেই দেহত নানা ৰকম চেষ্টাৰ ( শীহৰণ স্পন্দন আদি ) উদয় হয়, যাৰ দ্বাৰা তেওঁৰ অন্তৰৰ সেই উচ্ছ্বসিত আনন্দ অভিব্যক্ত হৈ পৰে ; সেই আনন্দৰ অভিব্যঞ্জক অঙ্গভঙ্গী আদিৰ নামেই লীলা। পৰমেশ্বৰ অসীম আনন্দৰ আকৰস্বৰূপ, তেওঁৰ সেই আনন্দ নিৰৱচ্ছিন্ন নিত্য আৰু অপাৰ। সেই আনন্দৰ অভিব্যঞ্জনাৰূপ লীলা হ'ল এই বিচিত্ৰ বিশ্ব-সৃষ্টি আদি।

"লীলা কৰি তেহো পূৰ্ব্বে প্ৰকৃতি স্ৰজিলা।
মায়াগুণ দ্বাৰে ইটো ব্ৰহ্মাণ্ড কৰাইলা ॥"

( ২য় স্কঃ )

"মিছা মায়াময়ত ওপজে মৰে জীৱ।
এহি লীলা আতে প্ৰীত হোস্ত সদাশিৱ ॥"

( নিঃ নঃ ১১১ )

মায়াৰ হাতত কৰাওঁ জগত প্ৰকাশ।
কৰো সৃষ্টি লীলা আৰে বিনোদবিলাস ॥

[ অঃ পাঃ ৪৩ ]

ঈশ্বৰৰ লীলাত জগত নাশ হয়।
কটাক্ষতে কোটি কোটি ব্ৰহ্মাণ্ডৰো ক্ষয় ॥

[ ১২শ স্কঃ ২০১৩৮ ]

কোটি ব্ৰহ্মাণ্ড ক্ৰীড়া ভাণ্ড যাৰ।
কোটোৰা খেলান কমন বিহাৰ ॥

[ মাধৱদেৱ বৰগীত

দ্বিতীয় প্ৰশ্নৰ উত্তৰ হৈছে এই যে— ভগৱান্ সৰ্ব্বকৰ্ত্তা অৰ্থাৎ সমস্ত কাৰ্য্যবস্তুৰ উপাদান আৰু নিমিত্তকাৰণ হলেও তেওঁ সমস্ত কাৰ্য্যৰ সাধাৰণ কাৰণ হে অসাধৰণ কাৰণ নহয় গতিকে কাৰ্য্যভেদৰ প্ৰতি তেওঁৰ মায়াহে কাৰণ। যেনেকুৱা বৃষ্টি বা কাল সমস্ত কৃষিজাত বস্তুৰ সাধাৰণ কাৰণ, কিন্তু ধান মাহ আদি কাৰ্য্য-ভেদৰ কাৰণ নহয়, তাৰ কাৰণ বীজভেদহে। সেইদৰে ঈশ্বৰো সমস্ত কাৰ্য্যৰ সাধাৰণ কাৰণ, কাৰ্য্যভেদৰ কাৰণ মায়া বা প্ৰাণীৰ কৰ্ম্ম-বাসনাভেদহে।

"কৰ্ম্মেসে ওপজে জন্তু কৰ্ম্মেসে প্ৰলয়।
সুখ দুঃখ শোক ভয় কৰ্ম্মেসে মিলয়॥
আছন্ত ঈশ্বৰ যদি ফলদাতা হোন্ত।
কৰ্ম্মীক পাৱন্ত অকৰ্ম্মীৰ কিছু নোন্ত॥
শুভাশুভ ভুঞ্জে লোকে নিজ কৰ্ম্মভাগে।
ইন্দ্ৰক পূজয় কিয় ইন্দ্ৰ কৈত লাগে॥

[ ১০ম ১০০০৬-৭ ]

যায়ে মহা মোহে আতি হোয়ে জ্ঞানশূন্য।
সকামে অনেক কৰ্ম্ম কৰে পাপ পুণ্য॥
সেহি কৰ্ম্ম ফল ভুঞ্জি ভ্ৰমে সংসাৰত।
নাহি অন্ত জীৱৰ যাতনা দুঃখ যত॥

( নিঃ নঃ ১১০-১১ )

জনম মৰণ মিলে নিজ কৰ্ম্ম গতি।
সুখ দুঃখ দাতা আন নাহিকে নৃপতি॥

( ১২শ স্কঃ ২৭১ )

গতিকে ভগৱানত বৈষম্য নৈৰ্ঘৃণ্য দোষৰ স্পৰ্শৰ কোনো আশঙ্কা নাই। কৰ্ম্ম অনুসাৰেহে তেওঁ ফলদান কৰে; সিয়ো আকৌ মায়িক গতিকে পৰমাৰ্থতঃ মিছা।

অন্তঃকৰণৰ বিষয়ৰূপে পৰিণতি অৰ্থাৎ কোনো বিষয়ৰ আকাৰে আকাৰিত হোৱাটোৱে সেই বিষয়ৰ অনুভূতি; এই কথা আগেয়ে কোৱা হৈছে। অন্তঃকৰণ বোলা বস্তুটি অতি স্বচ্ছ, ৰবফ বা লাৰ দৰে বিষয়ৰ সম্বন্ধৰ পৰা হোৱা কাম, ক্ৰোধ, লোভ, হৰ্ষ আদিৰ উত্তাপত গলি যায় আৰু তাপকৰ উপশমৰ লগে লগে পুনঃ গোট মৰাৰ দৰে হয়। এনে দ্ৰুত বা পনীয়া অন্তঃকৰণত কোনো বিষয়ৰ ৰূপ প্ৰতিফলিত হলে সেয়ে বাসনা বা সংস্কাৰৰূপে চিত্তত থাকি যায়। ইয়াকে পৰমভক্ত আৰু জ্ঞানী মধুসূদনসৰস্বতীয়ে কৈছে—

সংসাৰ বা জন্ম-মৃত্যুৰ কাৰণ বিষয়-বাসনা

চিত্তদ্ৰব্যং হি জতুবৎ স্বভাৱাৎ কঠিনাত্মকম্।
তাপকৈৰ্বিষয়ৈৰ্যোগে দ্ৰৱত্বং প্ৰতিপদ্যতে॥
কাম ক্ৰোধ ভয় স্নেহ হৰ্ষ শোক দয়াদয়ঃ।
তাপকাশ্চিত্ত জতুন স্তচ্ছান্তৌ কঠিনন্তু তৎ॥
দ্ৰুতে চিত্তে বিনিক্ষিপ্তঃ স্বাকাৰো যস্তু বস্তুনঃ।
সংস্কাৰ-বাসনাভাৱ-ভাৱনা শব্দভাগসৌ॥

(ভক্তিৰসায়ণ ১।৪-৬)

জীৱে কোনো এটা সুখজনক বস্তু এবাৰ অনুভৱ কৰিলে তাৰ পৰা হোৱা সুখৰো অনুভূতি হয়। সেই অনুভূতিৰ পৰা তাৰ অন্তঃকৰণত সেই বিষয় আৰু বিষয়জন্ম সুখৰ সংস্কাৰ, সাঁচ,

বাসনা বা ৰঙ্ যিয়েই বোলা তেনেকুৱা, সেই বস্তুটোৰ প্ৰতি আকৰ্ষণৰূপ কিবা এটা হৈ যায়। সেই সংস্কাৰ বা সাঁচটোৱে প্ৰাণীক মাজে সময়ে সেই বস্তুটিক মনত পেলাই দিয়ে আৰু তাৰ অন্তঃকৰণখনক সেই বস্তুটিৰ প্ৰতি আকৃষ্ট কৰে ; সেই সুখ-স্মৃতিয়ে প্ৰাণীক পুনঃ পুনঃ সেই বস্তুটিক পাবৰ কাৰণে লালায়িত কৰি তোলে। পুনঃ সেই বস্তুটি সেইদৰে পালে আৰু তজ্জন্য সুখানুভৱ কৰিলে তাৰ অন্তঃকৰণ পুনঃ পুনঃ দ্ৰবীভূত হয় আৰু সেই সংস্কাৰ বা সাঁচটি উজ্জ্বলতৰ হৈ উঠে। এইদৰে যিমানেই তাৰ সংস্কাৰটি উজ্জ্বলতকৈ উজ্জ্বলতৰ হৈ যাব সিমানেই সেই বস্তুটোৰ সুখ-স্মৃতি মনত প্ৰবলতকৈও প্ৰবলতৰ হৈ উঠিব আৰু সিমানে সেই বস্তুটোৰ প্ৰতি তাৰ অভিলাস বা লালসা বাঢ়ি যাব। এই বাসনাৰ ফলতে সি সেই বস্তুটিৰ লাভৰ অনুকূল কৰ্ম্ম কৰিব আৰু তাক লাভ কৰিব, তাক ভোগ কৰিব। এইদৰে কৰ্ম্মৰ পৰা কৰ্ম্মফল ভোগ, ফল-ভোগৰ পৰা বাসনা, বাসনাৰ পৰা পুনঃ কৰ্ম্ম-আচৰণ অনবৰত চলি থাকে। কৰ্ম্মৰ ফল-ভোগৰ দ্বাৰা তাৰ কামনা উপশান্ত নহয় বাঢ়েহে—

> ন জাতু কামঃ কামানামুপভোগেন শাম্যতি।
> হবিষা কৃষ্ণবৰ্ত্মেৰ ভূয় এৱাভিবৰ্দ্ধতে ॥
>
> [ মনুঃ— ]

সেইদৰে কোনো দুঃখজনক বস্তুৰ আৰু তজ্জন্য দুখৰ অনুভূতিৰ পৰাও আমাৰ মনত তাৰ তেনেকুৱা দুঃখময় সংস্কাৰ বা সাঁচ জন্মে যিটো উদ্বোধিত হলে আমাৰ অন্তঃকৰণত তাৰ

আৰু তজ্জন্য দুঃখৰ স্মৰণ হয়। এনেকুৱা বিষয়ৰ প্ৰতি আমাৰ মনত জিহাসা বা দ্বেষ জন্মে আৰু তাৰ ফলত আমি সেই বস্তুৰ অনুকূল কৰ্ম্মাচৰণৰ পৰা নিবৃত্ত থাকোঁ। কিন্তু এই দুঃখানুভূতি আৰু তৎকাৰণীভূত কৰ্ম্মানুষ্ঠানৰ পুনঃ পুনঃ আবৃত্তিৰ দ্বাৰা সেই সংস্কাৰ বা সাঁচ যিমানে উজ্জ্বল বা গাঢ় হব সিমানে আমাৰ অন্তঃকৰণখন তন্ময় হৈ পৰিব গৈ, গতিকে পাচত সেই দুঃখানুভূতি যেতিয়া অন্তঃকৰণৰ লগত খাপ খায় যাব তেতিয়া তাক আমি সহ্য কৰিব পৰা হম আৰু তাৰ প্ৰতি জিহাসা বা বিদ্বেষো লাহে লাহে কমি যাব। সেইহে কোনো এটা ক্ৰিয়াৰ অনুষ্ঠান বা কোনো এটা বস্তুৰ অনুভূতি প্ৰথমতে আমাৰ অতি দুঃখজনক বুলি প্ৰতীত হলেও বহুদিনৰ অভ্যাসৰ ফলত সি আৰু দুঃখজনক বুলি প্ৰতীত হৈ নাথাকে।

এইদৰে আমি যি যি কৰ্ম্ম কৰোঁ আৰু যি যি ফল-ভোগ কৰোঁ তাৰ সংস্কাৰ, বাসনা বা সাঁচ ক্ৰমশঃ গাঢ় হৈ হৈ অন্তঃকৰণত বহি যায়; তেতিয়া অন্তঃকৰণখনে তদাকাৰে আকাৰিত বা তাৰ ৰূপে ৰূপায়িত হৈ তন্ময় হৈ পৰে। এনে অৱস্থাত প্ৰাণী মৰিলে তাৰ অন্তঃকৰণখনে শব্দ-ৰূপ-ৰস-গন্ধ-স্পৰ্শ এই পঞ্চ তন্মাত্ৰ আৰু দহোটা ইন্দ্ৰিয়ক লগত লৈ প্ৰতিফলিত চৈতন্য সহকাৰে এই স্থূল দেহৰ পৰা ওলাই যায়। তেতিয়া তাৰ কৰ্ম্ম-বাসনা আৰু ভোগ-বাসনাই তাক তাৰ অজ্ঞাত-সাৰেই টানি লৈ যাব তেনেকুৱা আন এটা স্থূল দেহৰ সন্ধানত য'ত তাৰ সেই পূৰ্ব্বসঞ্চিত কৰ্ম্ম-বাসনা আৰু ফলভোগ-বাসনা

বাসনাই জন্মান্তৰৰ হেতু

চৰিতাৰ্থ হব পাৰে। যেনে কোনো মদ্যপায়ী ব্যক্তি মদৰ নিচাৰ ফলতে অজ্ঞাতসাৰেই তাৰ অভ্যাস আৰু বাসনা অনুসাৰে মদৰ দোকানত সোমায় গৈ; সেইদৰে জীৱেও তাৰ বাসনা অনুসাৰে য'ত তাৰ ভোগোপযোগী ক্ষেত্ৰ এটা পাব পাৰে সেই স্থানত যি কোনো প্ৰকাৰে উপনীত হয় গৈ। কৰ্ম্ম-বাসনাতকৈ ভোগ-বাসনা প্ৰবল আৰু পূৰ্ব্ববৰ্ত্তী গতিকে প্ৰথমতে সি ভোগোপযোগী শৰীৰহে বিচাৰে।

সজাতীয় বস্তুবোৰৰ পৰস্পৰৰ ভিতৰত মিলনৰ টান এটা সৰ্ব্বদায় আছে; সেইহে পানীৰ পানীৰ লগত, মাটিৰ মাটিৰ লগত, তেজৰ তেজৰ লগত মিলাৰ কাৰণে এটা, প্ৰবল স্বাভাৱিক টান বা আকৰ্ষণ দেখা যায়। পৃথিৱী আদিৰ মধ্যাকৰ্ষণো এয়ে।

জন্মান্তৰ গ্ৰহণৰ প্ৰক্ৰিয়া

পূৰ্ব্বোক্ত নানাবিধ কৰ্ম্ম আৰু ভোগৰ বাসনাৰে ভৰপূৰ অন্তঃকৰণেও প্ৰথমতে তেনেকুৱা নিজৰ সদৃশ অন্তঃকৰণৰ লগত মিলি যাবলৈ বিচাৰে আৰু সেই বাসনাৰ বলতে যি কোনো প্ৰকাৰে তাদৃশ অন্তঃকৰণবিশিষ্ট প্ৰাণীৰ দেহৰ ভিতৰত সোমায় গৈ তাৰ সজাতীয় অন্তঃকৰণৰ লগত মিলি তাৰ ভোগোপযোগী আৰু কৰ্ম্মোপযোগী স্থূলদেহ নিৰ্ম্মাণত ব্যাপৃত হয়; পুৰুষৰ আৰু স্ত্ৰীৰ ৰজঃৰ সহায়ত ক্ৰমশঃ গৰ্ভৰূপে পৰিণত হয় আৰু মাকৰ দেহৰ পৰা খাদ্যৰ সাৰ আকৰ্ষণ কৰি স্থূল দেহ নিৰ্ম্মাণ কৰি লয়গৈ; এইদৰে পূৰ্ব্বজন্মোপাৰ্জ্জিত কৰ্ম্ম-বাসনাৰ পৰিপাকৰ দ্বাৰাই পুনৰ্জন্ম গ্ৰহণপূৰ্ব্বক পূৰ্ব্বোপাৰ্জ্জিত কৰ্ম্মৰ ফল ভোগ

কৰে আৰু নতুন কৰ্ম্মৰ অনুষ্ঠান কৰে। ফল নজন্মোৱাকৈ কোনো কৰ্ম্মই আপুনা আপুনি নষ্ট হৈ নাযায় "নাভুক্তং ক্ষীয়তে কৰ্ম্ম কল্পকোটি শতৈৰপি"। কিবা এটা বেয়া ভাল কৰ্ম্ম কৰিলে ইহ জন্মতে হ'ক বা পৰজন্মতে হ'ক ফল ভোগ কৰিবই লাগিব।

মনে কৰক এটা মানুহে সাপৰ নিচিনা ক্ৰূৰ কৰ্ম্ম আচৰণ কৰি আহিছে; তাৰ ফলত তাৰ হৃদয়খন সৰ্পোপযোগী ক্ৰূৰতাৰে ভৰপুৰ হৈ পৰিছে। সি মৃত্যুৰ পাচত পূৰ্ব্বোক্ত প্ৰণালীৰে সৰ্প জন্ম পালেগৈ আৰু সেই ক্ৰূৰতা চৰিতাৰ্থ কৰিলে। সৰ্প দেহত সি যিবিলাক কৰ্ম্ম কৰিব সেই কৰ্ম্মবিলাকৰ বাসনা বা সংস্কাৰ তাৰ অন্তঃকৰণত আহিত নহয়। নোহোৱাৰ কাৰণ এই— মানুহৰ বাহিৰে সাধাৰণ জীৱ-জন্তুবিলাকৰ কৰ্ম্মত অলপো স্বাধীনতা নাই; সি স্বভাৱ বা প্ৰকৃতিৰ বশীভূত হৈহে কৰ্ম্মবিলাক কৰে তাৰ কৰ্ত্তৃত্বাভিমান বা কৰ্ম্মত অভিনিবেশ নাই। পূৰ্ব্বজন্মোপাৰ্জ্জিত কৰ্ম্মৰ ফল ভোগ কৰাই তাৰ কাম; যি যি কৰ্ম্ম নকৰিলে সেই ফলভোগ হব নোৱাৰে তেনেবোৰ কৰ্ম্মহে সি অস্বতন্ত্ৰভাৱে আচৰণ কৰে। গতিকে সেইবিলাক ভোগদেহহে কৰ্ম্মদেহ নহয়; সেই দেহত নতুন কৰ্ম্ম-বাসনাৰ সৃষ্টি নহয়। মানুহ জীৱ হলেও সাধাৰণ জীৱ নহয় তাৰ স্বকৃত কৰ্ম্মত কৰ্ত্তৃত্বাভিমান বা অভিনিবেশ পূৰ্ণমাত্ৰাই আছে; সেই কাৰণে মনুষ্য জন্মত কৃত কৰ্ম্মৰ বাসনাহে জন্মান্তৰলৈ লগত যায় আৰু তদনুসাৰে জন্মান্তৰতো তাৰ ফল অৱশ্যে ভুগিব লাগে।

মনুষ্য হৈয়ো যদি কৰ্ত্তৃত্বাভিমান নোহোৱাকৈ ক্ৰিয়া কৰ্ম্ম

কৰে তাৰ বাসনা আহিত নহয়; গতিকে সেই কৰ্ম্মানুষ্ঠানো পূৰ্ব্বোপাৰ্জ্জিত কৰ্ম্মফলৰূপেই পৰ্যবসিত হয়। ইয়াকে ভগৱানে সংক্ষিপ্তভাৱে কৈছে—

"প্ৰকৃতেঃ ক্ৰিয়মাণানি গুণৈঃ কৰ্ম্মাণি সৰ্ব্বশঃ।
অহঙ্কাৰবিমূঢ়াত্মা কৰ্ত্তাহমিতি মন্যতে॥"

[ গীঃ ৩.২৭ ]

গতসঙ্গস্য মুক্তস্য জ্ঞানাবস্থিতচেতসঃ।
যজ্ঞায়াচৰতঃ কৰ্ম্ম সমগ্ৰং প্ৰবিলীয়তে॥

[ গীঃ ৪।২৩ ]

অতি উৎকট কৰ্ম্ম-বাসনাই অতি তাৰাতাৰি ফল জন্মাব লগা হয়; নতুনকৈ স্থূল দেহ নিৰ্ম্মাণ কৰি তাক ভুগিবলৈ হলে বিলম্ব হয়; গতিকে তেনে কৰ্ম্ম-বাসনাই জীৱক তেনেকুৱা স্থানলৈ টানি লৈ যায় য'ত অতি শীঘ্ৰে সেই কৰ্ম্মফল ভুগিব পাৰে। সৎকৰ্ম্মৰ ফলভোগোপযোগী তেনে স্থানক স্বৰ্গ আৰু অসৎ (দুঃখজনক) কৰ্ম্মৰ ফলভোগোপযোগী তেনে স্থানক নৰক বোলা হয়।

স্বৰ্গ-নৰক

কৰ্ম্ম-বাসনাপাশত আবদ্ধ হৈয়ে জীৱে নানা কৰ্ম্ম-ফল ভুঞ্জি নানা যোনিত ভ্ৰমণ কৰে।

"ইন্দ্ৰিয়ৰ সঙ্গে জীৱ ভুঞ্জে বিষয়ক।
আত্মা বুলি মানে মায়াময় সংসাৰক॥
যাৰে মহামোহে অতি হোৱে জ্ঞান শূন্য।
সকামে অনেক কৰ্ম্ম কৰে পাপ পুণ্য॥

সেহি কৰ্ম্মফল ভুঞ্জি ভ্ৰমে সংসাৰত।
নাহি অন্ত জীৱৰ যাতনা দুঃখ যত॥" ইত্যাদি।
[ নিঃ নঃ ১১০-১১ ]

নানা বিধ ব্যাধি জৰা ৰোগ দুঃখে পীড়ে।
কৰ্ম্মপাশে বন্ধ ভৈলোঁ। লোভ মোহে নেৰে॥

× × ×

মায়ায়ে মোহিল হেন সংসাৰত আতি।
চিৰকাল ভ্ৰমো প্ৰভু হুয়া নানা জাতি॥
[ কীঃ ২১৮২।৮৩ ]

জল যন্ত্ৰ চক্ৰে, জৰি বন্ধ হুয়া, খণ্ড ঘট যেন মতে।
কতো উৰ্দ্ধগতি, কতো অধোগতি, কতোহো থাকে মধ্যতে॥
কৰ্ম্মে বন্ধ হুয়া, সংসাৰ চক্ৰত, সেহিমতে ভগৱন্ত।
ভ্ৰমো চিৰকাল, কদাচিতো মই, দুঃখৰ নেদেখোঁ অন্ত॥ ইত্যাদি।
[ কীঃ ২১৯১-৯২ ]

মন বা অন্তঃকৰণতে কৰ্ম্মবাসনা আহিত হয়; অজ্ঞানবশতঃ জীৱে মনকে "মই" বুলি ভাৱে গতিকে মনৰ কৃত আৰু ভুক্ত পাপ-পুণ্যকো নিজৰ বুলি লৈ দুঃখ-সুখ ভোগ কৰে। মন বা অন্তঃকৰণেই সকলো কৰ্ম্মবন্ধৰ মুল।

মনৰ কৰ্ম্মক যিটো মোৰ বুলি মানে।
কৰ্ম্মপাশে বন্দী জীৱ সেহিসে নিদানে॥
আত্মাৰ প্ৰসঙ্গে মন ভৈল সচেতন।
মনতেসে আছে জানা চৈধ্যয় ভুৱন॥

মনে পাপ পুণ্য স্বর্গ মনেসে নৰক।
মনেসে কৰিছে ভেদ আপোন পৰক ॥
যতেক ইন্দ্রিয়গণ মনৰ অধীন।
মনৰেসে আজ্ঞা পালি থাকে ৰাত্রি দিন ॥
মনে উপজয় জানা মনেসে মৰণ।
মনুষ্যৰ মনে মোক্ষ বন্ধৰ কাৰণ ॥

[ অঃ পাঃ ৬৯-৭০ ]

কর্তৃত্বাভিমানপূর্ব্বক কর্ম্ম কৰিলেই তাৰ ফলভোগ অৱশ্যে কৰিব লাগিব; ফলভোগ কৰিবলৈ হলেই আকৌ অৱশ্যে জন্ম গ্রহণ কৰিব লাগিব; জন্ম হলে তাৰ পাচত জৰা, ব্যাধি, মৃত্যু আদি লাগিয়ে আছে। এই জন্ম-মৃত্যু কর্ম্মভোগৰ চাঁকনৈয়াৰ মাজত অবিৰাম ঘূৰি ফুৰাকে সংসাৰ বোলে।

বহু অমঙ্গলপ্রদ হেন কর্ম্ম গতি।
পায়া নৰ সংসাৰত ভ্রমে বিসঙ্গতি ॥
নিতান্ত অধম হুয়া প্রলয় যাৱত।
জন্ম মৃত্যু ৰূপ দুঃখ ভুঞ্জে নানা মত ॥

[ নিঃ নঃ ১১৩ ]

এই সংসাৰৰূপ চাঁকনৈয়াৰ পৰা বাহিৰ হোৱাটোৱে মুক্তি। "চাৰি মিছা মায়াময়, নিজ ব্রহ্মৰূপ হয়, মুকুতি বুলিয় তাকে ভূপ ॥"

[ ২য় স্কঃ ২৫০ ]

মায়াই বন্ধন মায়াৰ হাতৰ পৰা মুকলি হোৱা বা এৰাণ

পোৱাকে মোক্ষ বা মুক্তি বোলা হয়। ভগৱানৰ লগত অভিন্ন

মুক্তি

জীৱক মায়া বা অজ্ঞানে তেওঁৰ পৰা বেলগাই ৰাখি তেওঁতকৈ ভিন্নৰূপে প্ৰতিভাসিত কৰি ৰাখে। এই মায়াৰ আৱৰণ আঁতৰিলে, অজ্ঞানৰ বন্ধন ছিগি গলে ব্ৰহ্মস্বৰূপ জীৱ নিজৰ স্বৰূপ ব্ৰহ্মৰ লগত মিলি যাবৰ কাৰণে, অভিন্ন হৈ যাবৰ কাৰণে যে ধাৰিত হয় সেয়ে মুক্তি। জীৱে মায়াৰ পৰা মুকলি হৈ ভগৱানৰ লোক পায়; ভগৱানৰ তুল্য ঐশ্বৰ্য্য লাভ কৰে; ভগৱানৰ নিকটবৰ্ত্তী হয়; ভগৱানৰ ৰূপ লাভ কৰে আৰু ভগৱানৰ লগত অভিন্ন হৈ মিলি যায়। এই পাঁচ বিধৰ পুৰ্ব্বৰ পুৰ্ব্বৰবিলাক আপেক্ষিক, শেষোক্ত আত্যন্তিকলয়ে আচল মুক্তি। এই পাঁচোটা অৱস্থাতে মায়াৰ প্ৰভাৱ নাথাকে কাৰণে পাঁচ বিধ মুক্তি বুলি কোৱা হৈছে—

সালোক্য সাৰ্ষ্টি সামীপ্য সাৰূপ্যৈকত্বমপ্যুত।
দীয়মানং ন গৃহ্ণন্তি বিনা মৎশৰণংজনাঃ॥

[ ভঃ ৰঃ ধৃত ভাঃ ৩।২৯।১৩ ]

পুৰ্ব্বৰবিলাকত ভেদজ্ঞানৰ লেশ থাকে শেষৰটোত মুঠেই নাথাকে। মনে কৰক এটা প্ৰকাণ্ড পকীঘৰ আছে, তাৰ ভিতৰত এটা বেচি বহল ঘৰ আছে; সেই ঘৰৰ ভিতৰত এটা ডাঙৰ কোঠা আছে; তাৰ ভিতৰত এটা সৰু কোঠা আছে; সেই কোঠাৰ ভিতৰত এটা ঘট থোৱা আছে। ঘটটো ভাঙিলে তাৰ ভিতৰৰ আকাশখিনি সৰু কোঠাৰ ভিতৰৰ আকাশৰ লগত মিলি গ'ল; সৰু কোঠাটো ভাঙি দিলত সি ডাঙৰ কোঠাৰ অভ্যন্তৰ

আকাশৰ লগত এক হৈ গ'ল; ডাঙৰ কোঠাটো ভাঙি দিয়াত ঘৰৰ ভিতৰত মিলি গ'ল; ঘৰটোও ভাঙিলে পকীঘৰৰ ভিতৰৰ আকাশত লীন হ'ল আৰু সেই পকীঘৰটো ভঙাত মহাকাশৰ লগত অভিন্ন হৈ তাৰ নিৰৱচ্ছিন্নস্বৰূপ প্ৰাপ্ত হ'ল। ইয়াত যিবিলাক দৃষ্টান্ত দিয়া হৈছে তাত উপমেয়টো অলৌকিক আৰু উপমানটো লৌকিক গতিকে সৰ্ব্বাংশে মিল থকা বুলি নাভাৱে যেন। এই আত্যন্তিক লয় বা চৰম মুক্তি কেনেকৈ হয় সেইটো শ্ৰীশঙ্কৰৰ কথাৰেই কোৱা ভাল।

লয় মুক্তি কেনেকৈ হয়

"মোক্ষকেসে বুলি জানা আত্যন্তিক লয়।
ব্ৰহ্মজ্ঞানী দেখে জগতক ব্ৰহ্মময়॥
বুদ্ধি মন ইন্দ্ৰিয় মহত্তত্ত্ব অহঙ্কাৰ।
ব্ৰহ্মত পৃথক্ নুহি যতেক সংসাৰ॥
ব্ৰহ্ম ব্যতিৰেকে মিছা যত দেখা আন।
জৰীত উপজি যেন আছে সৰ্পজ্ঞান॥
জাগন সোপন বুদ্ধিৰেসে বৃত্তিচয়।
নানাবিধ দেখা যিটো সবে মায়াময়॥
ক্ষণেকেতে উপজে ক্ষণেকে নাশ হয়।
সমস্তে অৱস্থা যেন তাতেকৰ নয়॥
যেন আকাশত মিলে সংহত মেঘৰ।
ক্ষণেকে থাকিয়া হোৱে ক্ষণেকে অন্তৰ॥
ব্ৰহ্মতো জগত ৰাজা জানা সেহি নয়।
উপজিয়া ব্ৰহ্মত ব্ৰহ্মতে যায় লয়॥

একে ব্ৰহ্ম আছে সৰ্ব্ব দেহত প্ৰকটে।
যেন এক আকাশ প্ৰত্যেক ঘটে ঘটে॥
জলত সূৰ্য্যক যেন দেখি ভিনে ভিন।
এহিমতে জানিবা ব্ৰহ্মাতো ভেদ হীন॥
কঙ্কণ কুণ্ডল ঘট গঢ়ে হেমভাৰ।
একে সুবৰ্ণতে দেখি অনেক আকাৰ॥
সেহিমতে এক ব্ৰহ্ম জানা শুদ্ধ সিদ্ধ।
অজ্ঞানত বাক্য বোলে তাঙ্ক বহুবিধ॥
সূৰ্য্য ৰশ্মি হোৱে যেন মহামেঘগণ।
সূৰ্য্য অঙ্গ চক্ষুক তথাপি কৰে চ্ছন্ন॥
ব্ৰহ্মাৰে স্বৰূপ অহঙ্কাৰ আদি হয়।
ব্ৰহ্ম অংশ জীৱক তথাপি আৱৰয়॥
যেন মেঘ গৈলে সূৰ্য্য চক্ষুৱে নিৰেখে।
অহঙ্কাৰ গুচিলে ব্ৰহ্মাকো জীৱে দেখে॥
মায়া এৰে আপুনি বুদ্ধিৰ গুচে ভ্ৰম।
নিৰ্ম্মল হৃদয়ে জীৱে দেখে পৰব্ৰহ্ম॥
যি কালত জ্ঞান-অস্ত্ৰে ছেদে অহঙ্কাৰ।
ছিন্দে কৰ্ম্মবন্ধ ভেৰে জীৱে আপোনাৰ॥
হৃদয়ত পৰম আনন্দ হোৱে জাত।
পৰিপূৰ্ণ আত্মা হোৱে মনত সাক্ষাত॥
দেহকো নেদেখে জীৱে হোৱে ব্ৰহ্মময়।
ইয়াকে বুলি ৰাজা আত্যন্তিক লয়॥"

[১২শ স্কঃ ভাঃ ১৭১-১৮০]

ইয়াতো আমি দেখিলোঁ যে ব্ৰহ্ম আৰু জীৱৰ নিজৰ ঐক্য-জ্ঞানেই মোক্ষ। অদ্বৈত জ্ঞান হৈ যোৱা মাত্ৰে জীৱ শিৱ হৈ যায়, পৰিপূৰ্ণ সচ্চিদানন্দৰূপে অৱস্থান কৰে। এই অদ্বৈত ব্ৰহ্মজ্ঞান-ব্যতিৰেকে যে আত্যন্তিক মুক্তি হব নোৱাৰে এইটো ইয়াতেই বুজা গ'ল। অদ্বৈতৰূপ স্বৰূপ অনুভৱৰ দ্বাৰা মায়া বা অজ্ঞানৰ নিবৃত্তি ঘটে, তেতিয়া আত্মা অখণ্ড, নিত্য, শুদ্ধ চৈতন্যৰূপে অৱস্থান কৰে। ইয়াকে মাধৱদেৱেও কৈছে—

আত্মা ঈশ্বৰক লাগ, প্ৰত্যক্ষে সতত পাৱে, নাপায় জানা তাঙ্ক অবিদ্যাত।
অবিদ্যা নাশিলে লাগ, কৃষ্ণক পাৱয় জানা, কণ্ঠলগ্ন বস্তুক সাক্ষাত॥
( নাঃ ঘোঃ ৪১ )

হে কৃষ্ণ তুমি মাত্ৰ, চৈতন্যস্বৰূপ নিত্য, সত্য শুদ্ধ জ্ঞান অখণ্ডিত।
আৱৰ যতেক ইটো, তোমাৰ বিনোদৰূপ, চৰাচৰ মায়াৰ কল্পিত॥
( ভণ্য ৭৬ )

মায়িক বিষয়বস্তুবোৰৰ সখণ্ডতা অনিত্যতা মলিনতা আদি আৰোপিত হোৱাৰ কাৰণেই জ্ঞান অনিত্য, সখণ্ড, অবিশুদ্ধ বুলি প্ৰতিভাত হয়; তাৰ সম্যক্ জ্ঞান হলে বিষয় আৰু জ্ঞান যে অত্যন্ত ভিন্ন, বিষয়ৰ দ্বাৰা যে জ্ঞানৰ কোনো পাৰমাৰ্থিক বিকাৰ নঘটে সেইটো জানিলে বিষয়ৰ ধৰ্ম্ম সখণ্ডতা, অনিত্যতা, মলিনতা আদি জ্ঞানত আৰোপিত বা অধ্যস্ত হব নোৱাৰে।

ভগৱদ্ ভক্তিৰ দ্বাৰা তেওঁৰ কৃপাবশতঃ তেওঁৰ স্বৰূপ বিদ্যা অৰ্থাৎ জ্ঞানৰ প্ৰকাশ হলে জীৱৰ আত্মবোধ হয়, গতিকে

মোক্ষৰ সাধন — কুঠাৰে উৎপাতন নিপাতন ( উঠা-নমা ) ৰূপ ব্যাপাৰ-যুক্ত হৈ কাঠ আদিৰ দ্বৈধীভাৱ বা ছেদনৰ সাধন

হোৱাৰ দৰে ভগৱদ্‌ভক্তিয়ে অদ্বৈতজ্ঞান বা আত্মবোধৰূপ ব্যাপাৰযুক্ত হৈ মোক্ষৰ সাধন হয়।

ভগৱন্ত ভক্তিযুক্ত, পুৰুষৰ আত্মবোধ, মাধৱৰ প্ৰসাদে মিলয়।
কৃষ্ণৰ কৃপাত সুখে, তৰয় সংসাৰ বন্ধ, এহিমানে গীতাৰ নিৰ্ণয়॥
(নাঃ ঘোঃ ৬২)

এইদৰে স্বীকাৰ কৰাৰ কাৰণ এই যে—শাস্ত্ৰত দেখা যায় অনেক স্থলত কেৱল জ্ঞানকে মোক্ষৰ কাৰণ বোলা হৈছে—

"তমেব বিদিত্বাতি মৃত্যুমেতি নান্যঃ পন্থা বিদ্যতে অয়নায়"
[মুণ্ডক উঃ] ইত্যাদি।

তদুপৰি অবিদ্যা বা অজ্ঞানেই যদি বন্ধ হয় তেন্তে জ্ঞানৰ বাহিৰে আন কোনো ক্ৰিয়াৰ দ্বাৰা অজ্ঞানৰ নিবৃত্তি হোৱা দেখা নাযায় গতিকে একমাত্ৰ জ্ঞানৰ দ্বাৰাহে অজ্ঞানৰ বা মায়াৰ নিবৃত্তি হব পাৰে।

অনেক ঠাইত আকৌ ভক্তিকে মোক্ষৰ কাৰণ বুলি কোৱা হৈছে—

"যেনৈবৈষঃ বৃণুতে তেন লভ্যঃ"..........
(কঠ উঃ)

"সৰ্ব্ব ধৰ্ম্মান্ পৰিত্যজ্য মামেকং শৰণংব্ৰজ।
অহং ত্বাং সৰ্ব্বপাপেভ্যো মোক্ষয়িষ্যামি মাশুচঃ॥"
(গীঃ ১৮।...)

"পুৰুষঃ সঃ পৰঃ পাৰ্থ ভক্ত্যা লভ্যস্ত্বনন্যয়া।"
তথ —)

গীতা আৰু ভাগৱত শাস্ত্ৰত এনে বিৰোধভঞ্জন কৰিবৰ অৰ্থে ভক্তিক মোক্ষৰ কৰণ আৰু জ্ঞানক কৰণাশ্ৰিত ব্যাপাৰ বুলি কোৱা হৈছে—

তেষাং সততযুক্তানাং ভজতাং প্ৰীতিপূৰ্ব্বকম্।
দদামি বুদ্ধিয়োগংতং যেন মামুপযান্তি তে ॥

[ গীঃ ]

"মদ্‌ভক্ত এতদ্বিজ্ঞায় মদ্‌ভাৱায়োপ পদ্যতে।"

( গীঃ— )

"সমঃ সৰ্ব্বেষু ভূতেষু মদ্‌ভক্তিং লভতে নৰঃ।
ভক্ত্যা মামভিজানাতি যাৱান্ যশ্চাস্মি তত্বতঃ ॥"

( গীঃ )

"ভক্ত্যাত্বনন্যয়া শক্য অহমেবংবিধোহৰ্জ্জুন।
জ্ঞাতুং দ্ৰষ্টুং চ তত্বেন প্ৰবেষ্টুং চ পৰন্তপ ॥"

( গীঃ )

ইয়াত অনন্য ভক্তিৰ পৰা প্ৰথমতে পৰোক্ষজ্ঞান, তাৰ পাচত অপৰোক্ষানুভূতি বা তত্বজ্ঞান হয় আৰু তাৰ পৰা ভগৱানত প্ৰৱেশ কৰে ( লীন হয় ) বুলি স্পষ্টভাৱে কোৱা হৈছে। ভক্তিৰ পৰা জ্ঞান আৰু তাৰ পৰা মায়া নিবৃত্তি বা মোক্ষ হয় বুলি ভাগৱততো অনেক ঠাইত স্পষ্টভাৱে কোৱা হৈছে যেনে—

বাসুদেৱে ভগৱতি ভক্তিযোগঃ সমাহিতঃ।
সধ্ৰীচীনেন বৈৰাগ্যং জ্ঞানঞ্চ জনয়িষ্যতি ॥

( ভঃ ৰঃ ধৃত ভাঃ ৪।২৯।৩৪ )

যেষাং স এৱ ভগৱান্ দয়য়েদনন্তঃ;
সৰ্ব্বাত্মনাশ্ৰিতপদো যদি নিৰ্ব্যলীকম্।
তে দুস্তৰামতিতৰন্তি চ দেৱমায়াং
নৈষা মমাহমিতি ধীঃ শ্ব-শৃগাল ভক্ষ্যে ॥

( ভাঃ ২।৭।৪২ )

শ্ৰীশঙ্কৰে ভক্তিৰত্নাকৰত পুৰাণান্তৰৰ বাক্যৰ দ্বাৰাও এই কথাকে স্পষ্টকৈ কৈছে—

তস্মাদ্বিষ্ণোঃ প্ৰসাদেন যদি কশ্চিৎ প্ৰবুদ্ধ্যতি।
স নিস্তৰতি সংসাৰং দেৱানামপি দুস্তৰম্॥

[ ভঃ ৰঃ ৩৫।১৬ ]

ভট্টদেৱেও, ভক্তিয়ে জ্ঞানৰূপ অৱান্তৰ ব্যাপাৰাশ্ৰিত হৈহে মোক্ষৰ কাৰণ হয় বুলি "কথাগীতা"ত স্বীকাৰ কৰিছে।

"এতেকে শ্ৰীকৃষ্ণৰ একান্ত ভক্তিসে তান প্ৰসাদে আত্মজ্ঞান অৱান্তৰ ব্যাপাৰে যুক্ত হুয়া মোক্ষৰ হেতু হয়। জ্ঞান পুনু ভক্তিৰ অৱান্তৰ ব্যাপাৰ বুজিবা।" [ কথাগীতা ১৮ অঃ ১২১ পৃঃ ]

শ্ৰীশঙ্কৰে জগন্নাথ ক্ষেত্ৰত গৈ আৰু শ্ৰীদামোদৰে ওৰেষাৰ বাসুদেৱ সন্ন্যাসীৰ পৰা যি তত্ত্বৰ উপদেশ পাইছিল তাক অকল 'ভক্তি' নুবুলি 'জ্ঞান-ভক্তি' হে বোলা হৈছে (১)। যদি জ্ঞানাত্মক ব্যাপাৰৰ সাহায্য ব্যতিৰেকে কেৱল ভক্তিয়ে মোক্ষৰ সাধন হোৱাটো তেওঁবিলাকৰ অভিপ্ৰেত হ'লহেতেন তেন্তে ইয়াত 'জ্ঞান' শব্দৰ প্ৰয়োগ নকৰি কেৱল 'ভক্তি' শব্দৰ হে প্ৰয়োগ কৰিলে হেতেন। এই বিষয়ে কথা ভাগৱতৰ ২য় স্কন্ধৰ ৫ম অধ্যায়ত ভট্টদেৱৰ উক্তি আৰু অধিক স্পষ্ট, যেনে—

"নাৰদী ভক্তিৰ ক্ৰম শুনা। প্ৰথমে মহন্তৰ সেৱা, পাচত কৃপা, পাচে হৰিভজন ধৰ্ম্মত শ্ৰদ্ধা, পাচে হৰিকথা শ্ৰৱন, পাচে ভগৱন্তত ৰতি, পাচে দেহাত্মবিৱেক, পাচে দৃঢ়াভক্তি, পাচে ঈশ্বৰ-তত্ত্বজ্ঞান, পাচে হৰিৰ কৃপায়ে সৰ্ব্বজ্ঞাদি গুণ হয়॥"

[ কঃ ভাঃ ২।৫ উপসংহাৰ ]

(১) ৮৩ পৃঃ আৰু ৮৭ পৃঃ পাদটীকা দ্ৰষ্টব্য।

গতিকে যি যি স্থানত জ্ঞানক নিন্দা কৰা দেখা যায় তাত ভক্তিব অনাশ্রিত অর্থাৎ ভগৱদ্ভক্তিব পবা নোপজা জ্ঞানৰ হে হেয়তা প্রতিপাদন কৰা হৈছে বুলি বুজিব লাগে। যেনে—

জ্ঞান কৰ্ম্ম যোগ যাগ তপস্যা আচৰে।
কদাচিতো বৈকুণ্ঠক নাযায় সিটো নৰে॥

ঃস্ক ]

জ্ঞানতেসে মুক্তি পাইবো বুলি কৰে
বিবিধ যোগ অভ্যাস।
দুঃখ মাত্র পাৱে পাছতেসে জানে
পৰম সিটো অজ্ঞান॥

[ ১০ম ১০৯১৭ ]

জ্ঞানীতো কৰ্ম্মীতো কৰি তথাপি অধিক।
দেৱৰো বন্দনা সিটো ভকতি ৰামক॥

[ ১ম স্কঃ ]

ইয়াত ভক্তিহীন জ্ঞানকহে মুক্তিৰ কাৰণ নহয় বুলি বুজোৱা হৈছে।

ভকতি বিহীন জ্ঞান কৰ্ম্ম সবে ব্যৰ্থ।
কহিলো স্বৰূপে বেদান্তৰ তত্ত্ব অৰ্থ॥

[ ১ম স্কঃ ]

নছাৰে কৰ্ম্মক শোক দুঃখ প্রতিদিনে।
জ্ঞানতো নাহিকে গতি ভকতি বিহীনে॥

[ ১১শ স্কঃ ১০৯১৭ ]

ইয়াত "বেদান্তৰ তত্ত্ব অৰ্থ" বুলি কৈ, এয়ে যে নিজৰো সিদ্ধান্ত এইটো সূচিত কৰা হৈছে। নহলে "ভকতিবিহীন" এই বিশেষণ প্ৰয়োগ নিৰৰ্থক আৰু বিৰুদ্ধ হৈ পৰে। সামান্যাৰ্থক বাক্যবিলাক বিশেষাৰ্থপৰ হয়, বিশেষাৰ্থক বাক্যবিলাক সামান্যাৰ্থপৰ হব নোৱাৰে; এইটো বাক্য মাত্ৰৰে সাধাৰণ নিয়ম। ভক্তিৰ আশ্ৰিত জ্ঞানৰ দ্বাৰাই মোক্ষ হয় বুলি যে বেদে কয়; এই কথা একাদশ স্কন্ধতো শ্ৰীশঙ্কৰে স্পষ্টকৈ কৈছে—

জ্ঞানে গতি কহে বেদ    লৈয়া তাৰ পৰিচ্ছেদ
আছে জ্ঞান ভকতিৰ মাজে।
ভকতি কৰন্তে ভান    আপুনি উপজে জ্ঞান
যোগ চিন্তি মৰে মিছা কাজে ॥

[ ১১শ স্কঃ ২০০ ]

কৰ্ম্মও কেনেকৈ ভক্তিৰ উপযোগী হয় এই কথা পাচত কোৱা হব। ভক্তিহীন জ্ঞান কৰ্ম্ম ব্যৰ্থ হয় এই কাৰণে যে, যি জ্ঞানৰ দ্বাৰা বিষয় বস্তুৰ আচল স্বৰূপৰ প্ৰকাশ হয় সেয়ে যথাৰ্থ জ্ঞান বা সাৰ্থক জ্ঞান আৰু যি কৰ্ম্ম কৰিলে তাৰ দ্বাৰা অভিলষিত কাৰ্য্য সিদ্ধ হয় সেই কৰ্ম্মই সাৰ্থক; যেনে— আমি কোনো এবিধ অলঙ্কাৰ বুজিবৰ কাৰণে চক্ষুৰিন্দ্ৰিয়ক সেই বিষয়ত ব্যাপৃত কৰাত যি প্ৰত্যক্ষৰূপ জ্ঞান হ'ল সেই জ্ঞানৰ দ্বাৰা যদি সেই অলঙ্কাৰৰ সম্যক্ অৰ্থাৎ যথাৰ্থ উপলব্ধি হয় তেন্তে সেই জ্ঞানক আমি সত্য সাৰ্থক জ্ঞান বোলোঁ; সেইদৰে সুসিদ্ধ অন্ন পাবৰ কাৰণে ভাত ৰন্ধা কামত প্ৰবৃত্ত হৈ সেই ৰন্ধন ক্ৰিয়াৰ দ্বাৰা

যদি সুসিদ্ধ ভাতমুঠি পাওঁ তেন্তে সেই বন্ধন ক্রিয়া সাৰ্থক বা সফল বুলি কওঁ। প্রাণীৰ আত্যন্তিক দুঃখনিবৃত্তি আৰু সুখ-প্রাপ্তিৰূপ মোক্ষই হৈছে শ্রেষ্ঠ পুৰুষাৰ্থ। এই অভিলষিত পুৰুষাৰ্থ লাভৰ উপায় হ'ল ভগৱত্তত্ত্বজ্ঞানৰূপ-ব্যাপাৰযুক্ত ভক্তি। গতিকে ভগৱদ্ভক্তিক আশ্রয় কৰি যি তত্ত্ব জ্ঞান হয় সেই জ্ঞানেহে আমাৰ অভিলষিত মুক্তিৰ জনক আৰু কাম্য। যি জ্ঞান ভক্তিক আশ্রয় কৰি নহয় তাৰ দ্বাৰা ভগৱত্তত্ত্বৰ প্ৰকাশ বা ভগৱন্তৰূপ সত্য বস্তুৰ উপলব্ধি নহয় গতিকে সি যথাৰ্থ জ্ঞানেই নহয়। ইপিনে সকলো দৃশ্য বস্তুৰে উপাদান আৰু নিমিত্ত কাৰণৰূপে একমাত্ৰ ভগৱানেই সমস্ত বস্তুৰ স্বৰূপভূত তত্ত্ব। এই কাৰণে যি জ্ঞান ভগৱদ্ভক্তিক আশ্রয় কৰি হোৱা নাই তেনে জ্ঞান ভগৱত্তত্ত্ববিষয়ক নহয় অৰ্থাৎ তাৰ দ্বাৰা ভগৱন্তৰ স্বৰূপ উপলব্ধি হব নোৱাৰে, এই হেতুকে সি ব্যৰ্থ অৰ্থাৎ নিষ্প্ৰয়োজন, অযথাৰ্থ বা অপ্রমাণ। সেইদৰে মুক্তিৰ কাৰণস্বৰূপ ভগৱদ্ভক্তি লাভৰ অৰ্থেই বৈধকৰ্ম্মৰ অনুষ্ঠান কৰা হয়। যি কৰ্ম্মৰ পৰা জীৱৰ অভিলষিত ভক্তিৰূপ প্ৰয়োজন সিদ্ধ নহয় সেই কৰ্ম্ম ব্যৰ্থ। গতিকে যি জ্ঞান, ভক্তিক আশ্রয় কৰি হয় আৰু যি কৰ্ম্ম, ভক্তিৰ জনক তেনে জ্ঞান-কৰ্ম্মহে সাৰ্থক, এয়ে সন্তসকলৰ কথাৰ তাৎপৰ্য্য। নহলে পূৰ্ব্বোক্ত জ্ঞানৰ কাৰণতা-বোধক আৰু বক্ষ্যমান কৰ্ম্মবিধি-বিষয়ক কথাবিলাকৰ কোনোমতেই সঙ্গতি ৰক্ষা কৰিব নোৱাৰি।

এতিয়া ভক্তি বোলা তত্বটিৰ আলোচনা কৰা য'ক। আমি পূৰ্ব্বেই কৈছোঁ যে জীৱাত্মা আৰু ভগৱান অভিন্ন, একেই তত্ব

ভক্তি

আৰু প্ৰত্যেক বস্তুৰে সজাতীয় বা নিজৰ প্ৰতি এটা স্বাভাৱিক মিলন-প্ৰৱনতা বা আকর্ষণ আছে। গতিকে নদীবিলাকৰ সমুদ্ৰৰ প্ৰতি, ওজন থকা পাৰ্থিৱ বস্তুবোৰৰ পৃথিবীৰ প্ৰতি, যি টান বা আকর্ষণ আছে জীৱাত্মাৰো পৰমাত্মা বা ভগৱানৰ প্ৰতি তেনে এটা প্ৰবল টান বা আকর্ষণ আছে। কঠিন অন্তঃকৰণত আৱদ্ধ হৈ মায়াৰ দ্বাৰা আবৃত থকাৰ কাৰণেহে সি ভগৱানৰ পিনে আকৃষ্ট হব পৰা নাই। ভগৱানৰ নাম-গুণ-মহিমাদি শ্ৰৱণৰ ফলত অন্তঃকৰণৰ ৰজঃ আৰু তমোগুণ অভিভূত হৈ সত্বগুণ উদ্ৰিক্ত হলে অন্তঃকৰণ দ্ৰুত অৰ্থাৎ পনীয়া হৈ গলি যায় আৰু ধাৰাৱাহিকভাৱে ভগৱানৰ প্ৰতি বৈ যাব ধৰে অৰ্থাৎ ভগৱদাকাৰে আকাৰিত হৈয়ে থাকে। তাৰ লগে লগে তাত প্ৰতিফলিত জীৱ চৈতন্যও ভগৱৎস্বৰূপতে মগ্ন হৈ যায়। এনেকুৱা ভগৱদাকাৰে আকাৰিত দ্ৰৱীভূত অন্তঃকৰণবৃত্তি বা ভগৱদভিমুখী টানটোৱে ভগৱদ্ভক্তি।

> মদ্গুণশ্ৰুতিমাত্ৰেণ ময়ি সৰ্ব্বগুহাশয়ে।
> মনোগতিৰবিচ্ছিন্না যথা গঙ্গাম্ভসোঽম্বুধৌ॥
>
> [ ভঃ ৰঃ ধৃত ভাঃ ৩।২৯।৯ ]

ইয়াকে মধুসূদনসৰস্বতীয়ে স্পষ্টকৈ কৈছে—

> দ্ৰুতস্য ভগৱৰ্দ্ধৰ্ম্মাদ্ধাৰাবাহিকতাং গতা।
> সৰ্ব্বেশে মনসো বৃত্তি ৰ্ভক্তিৰিত্যভিধীয়তে॥
>
> [ ভক্তিৰসায়ণ ১।৩ ]

ভগৱদ্-জ্ঞানতো অন্তঃকৰণ তদাকাৰে আকাৰিত হয় কিন্তু

তাত চিত্তৰ দ্ৰৱতাৰ নাথাকে গতিকে চিত্তদ্ৰুতিয়ে ভক্তিৰ বিশেষ লক্ষণ—

কথং বিনা ৰোমহৰ্ষং দ্ৰৱতা চেতসা বিনা।
বিনানন্দাশ্ৰুকলয়া শুধ্যেদ্ ভক্ত্যা বিনাশয়ঃ॥

[ ভঃ ৰিঃ ধৃত ভাঃ ১১।১৪।২৩ ]

শুনিয়ো উদ্ধৱ সখি কহো প্ৰসঙ্গত।
ভকতিৰ চিহ্ন যাৰ নভৈল বেকত॥
নোহে চিত্তদ্ৰৱ যাৰ শৰীৰ পুলক।
যাহাৰ নেত্ৰৰ নাহি আনন্দ লোতক॥
তেবে কেনমতে তাৰ লক্ষিবা ভকতি।
বিনে ভক্তি চিত্ত শুদ্ধ নোহে মহামতি॥

[ মাধৱদেৱ, ৰত্নাৱলী ২২৩ ]

বাক্য গদ গদ কৰে প্ৰেমৰ ভৰত।
দ্ৰৱে চিত্ত স্মৰি মোৰ মহিমা মনত॥

[ তথা ২২৯ ]

এই দ্ৰৱীভূত চিত্তৰ টানটিয়ে বিষয়ভেদে অনুৰাগ, প্ৰেম স্নেহ, ভক্তি আদি শব্দৰ বাচ্য হয়। আগেয়ে কোৱা হৈছে যে বিষয়ত ভগৱৎ-চৈতন্যৰ ব্যাপ্তি ঘটিলে সেই ভগৱানৰ স্বৰূপভূত আনন্দ বা সুখটোৱে বিষয়ৰ সুখৰূপে ভুলতে প্ৰতীত হয়। গতিকে বিষয় বস্তুৰ প্ৰতি যে আমাৰ লালসা বা টান আছে সিও অজ্ঞাতভাৱে থকা ভগৱান্ আত্মাৰ প্ৰতিয়ে আকৰ্ষণ। আকৰ্ষণটি বিষয়ৰূপ উপাধিৰ দ্বাৰা উপহিত হলে তাত ভগৱদ্ ৰূপৰ প্ৰকাশ নহয়

গতিকে সি নিন্দিত বিষয়াকাঙ্ক্ষাৰূপে পৰিচিত হৈ থাকে। প্ৰত্যেক জীৱাত্মাই পৰমাত্মাৰ লগত অভিন্ন গতিকে জীৱবিলাকৰ যে পৰস্পৰৰ প্ৰতি আকৰ্ষণ বা ভালপোৱা আছে সিও এই ভগৱদ্‌ভক্তিৰে ঔপাধিক বা ব্যৱহাৰিক ৰূপ হে। এটা জীৱৰ আন এটা জীৱৰ প্ৰতি যি টান বা আকৰ্ষণ তাকেই সম্বন্ধিভেদে স্নেহ, প্ৰেম আৰু ভক্তি বুলি কোৱা হয়।

এই টানটি নিজতকৈ অপকৃষ্টৰূপে প্ৰতিভাত পুত্ৰ শিষ্যাদি বিষয়ক হলে তাৰ নাম স্নেহ বা বাৎসল্য; নিজৰ সমানৰূপে প্ৰতিভাত সুহৃদ্‌ ভাৰ্য্যাদি বিষয়ক হলে তাক বোলা হয় ভালপোৱা, প্ৰেম বা ৰতি আৰু নিজতকৈ উৎকৃষ্ট পিতা-মাতা গুৰু আদি-বিষয়ক হলে তাৰ নাম হয় ভক্তি। একেই টান, প্ৰৱনতা বা অন্তঃকৰণক্ৰতিৰ বিষয় আৰু কাৰ্য্যভেদেই নামভেদৰ কাৰণ।

পানীত এক প্ৰকাৰ স্নেহগুণ থকাৰ কাৰণেই পানীৰ দ্বাৰা তিতালে গুড়া বা ধূলি আদি বস্তুবিলাক পৰস্পৰে লগ লাগি পিণ্ড হৈ যায়। সেই স্নেহৰ দ্বাৰা লগ লগোৱা বস্তুবো এটা আনটোৰ লগত একান্তভাৱে অভিন্ন বা এক হৈ নাযায় কেৱল লগ লাগিহে থাকে। ইয়াত আমি বুজোঁ যে স্নেহসিক্ত বস্তুবোৰত কিবা এটা লগ লগোৱা শক্তি আহিত থাকে; গতিকে এটাক আনটোৰ লগত সম্বন্ধ কৰি দিয়া বা লগ লগোৱাটোৱে স্নেহৰ কাৰ্য্য। জীৱেও আন কোনো সন্নিকৃষ্ট জীৱৰ লগত সম্বন্ধ স্থাপন কৰি থাকিব খোজে বা থাকে। সেই সন্নিধান বা স্নেহাস্পদজনৰ পৰা স্নেহযুক্তজনে কোনো আতিৰিক্ত লাভৰ প্ৰত্যাশা

নকৰে," তাৰ লগত সম্বন্ধ হৈ থকাটোৱে তাৰ সুখ। গতিকে ইয়াত স্নেহযুক্তজনৰ পক্ষে স্নিহ্যমান ব্যক্তিৰ ওচৰত অভিমান বা আবদাৰৰ স্থান নাই। কাৰণ মানুহে তাতেহে অভিমান কৰে যদি অভিমান কৰোতাজনে জানে যে যাৰ ওচৰত সি অভিমান কৰিছে সি তাৰ (অভিমান কৰোতাজনৰ) পৰা কোনো কিছু পাবলৈ আশা কৰে। সেই হে স্নেহশীলজনৰ ওচৰত স্নেহাস্পদ ব্যক্তিয়ে অভিমান কৰা দেখা যায়। ইয়াৰ দৃষ্টান্ত মাধৱদেৱৰ নিম্নলিখিত বৰগীতটি—

"যশোকু আগু বোলত হৰি ভাৱ।
আজু চিনান কৰবো নাহি মায়॥

× × ×

কাকু কৰিয়ে বলন্থ শুন মাই।
শুতিয়ে ৰহব আজু কিচুয়ে নখাই॥
তনয়কু বাণী শুনিয়ে বৰ নাৰী।
প্ৰেম পৰশি নয়নে জুৰে বাৰি॥
কৰতহ স্নান শুনহ মেৰি বাপ।
দুঃখিনীক পুত্ৰ কৰবি নাহি তাপ॥ ইত্যাদি।

যশোদাৰ মনত বালগোপাল 'যে এটা প্ৰাকৃত' শিশু, তেওঁৰ চেনেহৰ লাড়ু, প্ৰাণাধিক সন্তান; এই কথা গোপালে জানে গতিকেহে তেওঁ তেওঁৰ স্নেহময়ী মাকৰ ওচৰত মান ধৰিলে আৰু শিশু পুত্ৰৰ আবদাৰপূৰ্ণ ক্ৰন্দনত যশোদাৰ মাতৃহৃদয় একেবাৰে গলি গ'ল। যশোদাই যদি তেওঁক শিশু পুত্ৰ বুলি নাভাবি

তেওঁৰ আচল স্বৰূপটো (তেওঁ যে সৰ্ব্বেশ্বৰ, সৰ্ব্বকৰ্ত্তা, পৰমপুৰুষ সেইটো) জানিলে হেতেন তেন্তে সেই অভিমানপূৰ্ণ বিননীত, তেওঁৰ ভবিষ্যৎ অশান্তি অসুবিধাৰ আশঙ্কাত যশোদাৰ হৃদয় তেনেভাৱে গলি নগ'ল হেতেন। তেতিয়া হলে বালগোপালৰ এই অভিমান বা আবদাৰ এক প্ৰকাৰ বাহুৰ বিষয় হে হৈ উঠিল হেতেন। কবিৰ এই তত্ত্ব জানা আছিল কাৰণে তেওঁৰ পক্ষে ই এটা উপহাসৰ হে বস্তু হৈ পৰিল—

"মাধৱ কহ হৰি গোচৰ হামাৰি।
কাতল কটি ব্ৰহ্ম শৰীৰ তোহাৰি॥"

জীৱ দুটাৰ ইটোৰ লগত আনটোৰ মিলনৰ কাৰণে যি পৰস্পৰৰ সমপ্ৰৱণতা অৰ্থাৎ পৰস্পৰৰ আকৰ্ষণ তাৰ নাম প্ৰেম বা প্ৰীতি। প্ৰপূৰ্ব্বক ই ধাতু ভাৱপ্ৰত্যয়ান্ত প্ৰাপ্ত্যৰ্থক। বিবক্ষাভেদে ইয়াকে ৰতি, অনুৰাগ আদি শব্দেৰে কোৱা হয়। প্ৰেমস্থলত উক্ত আকৰ্ষণটি উভয়গত অৰ্থাৎ প্ৰেমাস্পদ আৰু প্ৰেমিক উভয়ৰে ইটোৰ আনটোৰ প্ৰতি সমজাতীয় আকৰ্ষণ থাকে। ইয়াত উভয়ে ইটোৰ লগত আনটো মিলি যাব খোজে উভয়ৰ সান্নিধ্যই উভয়ৰ সুখজনক গতিকে উভয়ে উভয়ৰ পৰা লাভৱান্ হয়। ইহঁতৰ পৰস্পৰৰ বিৰহ উভয়ৰে দুঃখজনক হেতুকে জিহাসিত। ইয়াত উভয়ৰে ইটোৰ আনটোৰ ওচৰত অভিমান বা আব্দাৰৰ স্থান আছে। কাৰণ ইহঁতে উভয়ে জানে যে পৰস্পৰৰ মিলন বা বিচ্ছেদ নিজৰ পক্ষে যেনেকুৱা সিজনৰ পক্ষেও তেনেকুৱাই সুখ-দুঃখৰ হেতু।

প্ৰেম

ৰাস-ক্ৰীড়াত গোপীবিলাকৰ অভিমান (গৰ্ব্ব) চূৰ্ণৰ কাৰণে শ্ৰীকৃষ্ণই অভিমান কৰি আনবিলাক নায়িকাৰ সঙ্গ এৰি কোনো এজনীক লৈ অদৃশ্য হ'ল। পাচত সেই সঙ্গিনীজনীয়ে নিজৰ প্ৰতি কৃষ্ণৰ ভালপোৱা অধিক বুলি ভাবি ঠেহ জুৰি কলে—

"অৱ চলয়ে নাহি পাৰি যেন কয় নিয়া যায়।"

[ কেলিগোপাল ]

শ্ৰীকৃষ্ণই সেইজনীৰো গৰ্ব্বচূৰ্ণ কৰিবৰ কাৰণে নিজেই অভিমান কৰি তেওঁৰ পৰাও অন্তৰ্দ্ধান হ'ল। এই স্থলত শ্ৰীকৃষ্ণ আৰু গোপীসকলৰ পৰস্পৰে পৰস্পৰক ভাল পায় বুলি জানিছিল কাৰণেহে পৰস্পৰে অভিমান কৰিছে। কিন্তু ভাগৱতৰ শ্ৰীকৃষ্ণ আপ্তকাম পৰমপুৰুষ গতিকে তেওঁ জয়দেৱৰ শ্ৰীকৃষ্ণৰ দৰে "দেহি পদপল্লৱ-মুদাৰম্" বুলি কাতৰ অনুনয়-বিনয়েৰে গোপীৰ অভিমান সাফল্যমণ্ডিত নকৰি স্বীয় অভিমানৰ প্ৰতিঘাতেৰে তাক চূৰ্ণ-বিচূৰ্ণ কৰি দিলে। গতিকে এই স্থলত ভাগৱতৰ শ্ৰীকৃষ্ণৰ গোপীসকলৰ প্ৰতি যি প্ৰেম দেখা গৈছে সি আচল প্ৰেম নহয় কৃত্ৰিম প্ৰেমাভাস হে। কিন্তু গোপীসকলৰ শ্ৰীকৃষ্ণৰ প্ৰতি যি প্ৰেম সি আচল। সেই কাৰণেহে শ্ৰীকৃষ্ণ যেতিয়া লুকাল তেতিয়া তেওঁবিলাকে শ্ৰীকৃষ্ণৰ বিৰহ-বেদনাত ব্যাকুল হৈ নিজৰ অভিমানক জলাঞ্জলি দি শ্ৰীকৃষ্ণক বিচাৰি সমগ্ৰ বৃন্দাবনৰ মাজত অনাই-বনাই ফুৰিব ধৰিলে, তেওঁলোকৰ করুণ বেদনাত, শোকপূৰ্ণ বিননীত আৰু হতাশৰ নিশ্বাসত গোটেই বৃন্দাবন স্পন্দিত আৰু উত্তপ্ত হৈ উঠিল।

আকৌ 'পাৰিজাত হৰণ'ত সত্যভামাৰ সাফল্যমণ্ডিত প্ৰেমাভিমানে

তেওঁৰ প্ৰতি শ্ৰীকৃষ্ণৰ আচল প্ৰেম থকাটো ব্যাৱহাৰিকভাৱে প্ৰমাণ কৰে। প্ৰেমিকে ভাৱে যে প্ৰেমৰ পাত্ৰটোক তেওঁ যেনে ভাল পায় প্ৰেমাস্পদটিয়েও তেওঁক সেইদৰে ভাল পায়। এনেকুৱা পাৰস্পৰিক প্ৰেমেই পূৰ্ণ প্ৰেম। একপক্ষীয়া প্ৰেম পূৰ্ণ নহয় অৰ্দ্ধসমাপ্ত। এনে প্ৰেমকে ৰাগ, ৰতি, অনুৰাগ আদি শব্দেৰে কোৱা হয়। ৰাগ শব্দৰ অৰ্থ ৰঙ্। সেই কাৰণেই কোনো পুৰুষ বা স্ত্ৰীক ঔষধ, অভিচাৰ, বশীকৰণমন্ত্ৰ আদিৰে কোনোবাৰ প্ৰতি অনুৰক্ত কৰি তোলাক অসমীয়াত 'ৰঙ্ চলোৱা' বোলে। এটা জীৱাত্মাৰ আন এটা জীৱৰ লগত মিলনৰ স্বাভাৱিক প্ৰৱণতা বা টান থাকিলেও সিহঁত বিশেষ বিশেষ ধৰণৰ, পৰস্পৰ বিলক্ষণ, অন্তঃকৰণত প্ৰতিবিম্বিতৰূপে অৱচ্ছিন্ন হৈ থাকে হেতুকে সেই উপাধিভূত বা পৰিচ্ছেদক অন্তঃকৰণে এটা জীৱক আনটো জীৱৰ পৰা আতৰাই ভিন্ন কৰি ৰাখে আৰু সিহঁতৰ অভেদ বা সজাতীয়তা একোৱে প্ৰকাশ নহয়; গতিকে সেই মিলনপ্ৰৱণতা বা ভালপোৱাৰ স্ফুৰণ নহয়। যিবিলাকৰ অন্তঃকৰণ পৰস্পৰে অধিক বিলক্ষণ সিহঁতৰ পৰস্পৰৰ ভিতৰত ভালপোৱাৰ আকৰ্ষণ তদনুসাৰে কম। যিবিলাকৰ অন্তঃকৰণৰ বাসনাসাদৃশ্যবশতঃ সাদৃশ্য বা সজাতীয়তা আছে সিহঁতৰ ভিতৰত ভালপোৱা বা প্ৰণয়-বন্ধনো সহজ হয়; সেইহে চোৰে চোৰক, সাধুৱে সাধুক অৰ্থাৎ সমৰুচি আৰু সম চৰিত্ৰৰ মানুহকহে মানুহে ভাল পায়। জীৱ-চৈতন্যৰ স্বৰূপতঃ ভেদ নাই অন্তঃকৰণবোৰেই নিজত প্ৰতিবিম্বিত চৈতন্যক ভিন্ ভিন্ কৰি ৰাখিছে। অন্তঃকৰণৰ বাসনা অৱস্থা আদিৰ ভেদেই জীৱাত্মাৰ

ভেদ। দর্পণ ভাঙিলে তাত পৰা প্ৰতিবিম্বও অদৃশ্য হৈ বিম্বৰ লগত মিলি যোৱাৰ দৰে অন্তঃকৰণবোৰ বা তাৰ বিচিত্ৰ বাসনাবোৰ নাথাকিলে জীৱো নোহোৱা হৈ বা ভেদহীন হৈ ঈশ্বৰৰূপেই অৱস্থান কৰিব। এটা জীৱৰ আন এটা জীৱৰ লগত মিলন হব লাগিলে ইখন অন্তঃকৰণ আনখন অন্তঃকৰণৰ ৰূপেৰে অনুৰূপিত বা ৰঙেৰে অনুৰঞ্জিত হৈ তৎসদৃশ হৈ উঠিব লাগিব। এই অনুৰঞ্জন না অনুৰূপতা প্ৰাপ্তিয়ে অনুৰাগ। যিসকলৰ অন্তঃকৰণ বাসনাহীন সেইবিলাকে যেই সেই জীৱৰ অন্তঃকৰণৰ লগতে সৰূপতা প্ৰাপ্ত হব পাৰে গতিকে তেনে লোকে সকলোকে ভাল পায়, স্নেহ কৰে; তেওঁবিলাকৰ পক্ষে "বসুধৈব কুটুম্বকম্"।

পিতৃ মাতৃ আদি নিজতকৈ উৎকৃষ্ট ব্যক্তিৰ প্ৰতি প্ৰৱাহিত পূৰ্ব্বোক্ত আকৰ্ষণক ভক্তি বোলা হয়। ভক্তিমানৰ মনত ভক্তিভাজন ব্যক্তি নিজতকৈ বহু ওপৰত; নিজে তেওঁৰ ওচৰত নিঃকিন, অভাজন, অজ্ঞান, কৃপাৰ পাত্ৰ। ভক্তিভাজন ব্যক্তিৰ ওচৰত থাকি তেওঁৰ সেৱা-শুশ্ৰুষা কৰিবলৈ পোৱাটোৱে ভক্তিমান্ ব্যক্তিৰ অভিলষিত; তেওঁৰ দাসত্ব কৰাটোৱে জীৱনৰ লক্ষ্য, অনুগ্ৰহ লাভেই সাৰ্থকতা, তেওঁক সন্তুষ্ট ৰাখিব পৰাটোৱে পৰম সৌভাগ্য; তেওঁৰ সুখ-স্বাচ্ছন্দ্যৰ কাৰণে আত্মত্যাগেই পৰম কৰ্ত্তব্য। গতিকে ভক্তিমান্ ব্যক্তিৰ ওচৰত ভক্তিভাজনজনৰ অভিমান বা আব্দাৰ সাফল্যমণ্ডিত হয়। কিন্তু ভক্তিভাজন ব্যক্তিৰ ওচৰত ভক্তিমানৰ কোনো অভিমান বা আব্দাৰৰ স্থান নাই।

লৌকিক ভক্তি

এই টানটোৱে ভ্ৰান্তিবশতঃ বিষয়গত হৈ বিষয়ৰ লালসাৰূপে

প্ৰতীত হয়। ভগৱন্ত পুৰুষ সকলোতকৈ উৎকৃষ্টতম তেওঁৰ প্ৰতি জীৱৰ যি আকৰ্ষণ আছে সি যদি প্ৰেমৰূপ বা স্নেহৰূপো হয় তথাপি তাক ভক্তি বোলা হয়। বিষয়ৰ প্ৰতি আমাৰ যি আকৰ্ষণ বা তীব্ৰ লালসা আছে সেয়ে ভগৱদভিমুখী হলে ভগৱদ্‌ভক্তি নামেৰে অভিহিত হয়। ভট্টদেৱে নিম্নোদ্ধৃত বিষ্ণুপুৰাণৰ বাক্যৰ দ্বাৰা এই কথাকে কৈছে—

ভগৱদ্‌ভক্তি

যা প্ৰীতি ৰবিৱেকিনাং বিষয়েষ্বনপায়িনী।
ত্বামনুস্মৰতঃ সা মে হৃদয়ান্নাপসৰ্পতু ॥
( ভঃ বিঃ ধৃত বিঃ পুঃ ১ ২০।১৯ )

অনাদিকালৰ পৰা সঞ্চিত হৈ থকা বিষয়-বাসনাৰশতঃ মানুহৰ মন সৰ্ব্বদাই বিষয়ভোগতে মগ্ন হৈ থাকে গতিকে সহজে সি ভগৱন্তৰ প্ৰতি আকৃষ্ট নহয়। সাধু-সেৱা বা সৎসঙ্গৰ প্ৰভাৱত সেই বিষয়বাসনা নোহোৱা হয় আৰু মনত ভগৱদ্‌ভক্তিৰ উদয় হয়। এই ভগৱদ্‌ভক্তিৰ কাৰণ হোৱা বাবেই সৎসঙ্গ বা সাধু বৈষ্ণৱৰ সেৱা আৰু গুৰুৰ শুশ্ৰূষা বা ভজন একান্ত আৱশ্যক।

ভক্তিৰ প্ৰধান অঙ্গ সৎসঙ্গ

"সতাং প্ৰসঙ্গান্মম ৱীৰ্য্যসংৱিদো ভৱন্তি হৃৎকৰ্ণৰসায়ণাঃ কথাঃ।
তজ্জোষণাদাশ্বপৱৰ্গৱৰ্ত্মনি শ্ৰদ্ধা ৰতিৰ্ভক্তিৰনুক্ৰমিষ্যতি॥"
( ভঃ ৰঃ ধৃত ভাঃ ৩।২৫।২৫ )

"শুনিয়োক সূত তুমি বচন আমাৰ।
অতি অল্প কাল সঙ্গ মহন্ত সবৰ॥

স্বৰ্গমোক্ষ তাহাৰ সমান নুহিকয়।
তোমাৰ আগত আমি কহিলোঁ নিশ্চয়॥

× × ×

মহন্ত জনৰ সঙ্গ অঙ্গ ভকতিৰ।
কহন্ত কপিলে আক আগত মাতৃৰ।”

[ ভঃ ৰঃ পদ ৪|২, ৩, ৬ ]

“হে সামাজিকসা নাবদীভক্তিৰ ক্রম শুনা, প্রথমে মহন্তৰ সেৱা, পাচে হৰিভজন ধৰ্ম্মত শ্রদ্ধা ......... আক জানি প্রথমে মহন্তৰ সেৱা কৰা।” ( কঃ ভাঃ ১:৫ম, উপসংহাৰ )

জ্ঞান-ভক্তিদাতা গুৰু আৰু ভগৱদ ভক্ত উভয়কে ভগৱানৰ লগত অভিন্ন তত্ত্ব বুলি সততে সেৱা পূজা কৰিব লাগে। এই কথা শাস্ত্ৰৰ নানা ঠাইত কোৱা আছে।

ভগৱদ্ ভক্তি লাভৰ অৰ্থে প্ৰথমে গুৰুত শৰণ (১) অৰ্থাৎ গুৰুৰ আশ্ৰয়ত কৃষ্ণত শৰণ লব লাগে। গুৰুৱে ভক্তৰ হৃদয়ত একশৰণ বা অব্যভিচাৰিভগৱদ ভক্তিৰ বীজ বপন কৰিব। তাৰ পাচত সন্তত শৰণ লব (২) অৰ্থাৎ সাধুসঙ্গত থাকি ভগৱদ্ ভক্তি কৰিব। তাৰ দ্বাৰা তেওঁৰ ভক্তি-বীজটি অঙ্কুৰিত আৰু বৰ্দ্ধিত হব। তেওঁবিলাকৰ সাহচৰ্য্য আৰু

বস্তুত শৰণ

(১) বিশিষ্ট গুৰুক অকপটে সেৱা কৰি।
জানিবে গুৰুসে আত্মদেৱ মহাহৰি॥

(২) দেৱতো তীৰ্থতো কৰি ভকতেসে বৰ।
ভকতক ভজিলে গুছয় কৰ্ম্ম জড়॥

[ ১২শ স্কঃ ১৮১ ]

সেৱাৰ ফলত ভগৱন্নামত অবিচলিত ৰুচি হলে নামত শৰণ লব (১) অৰ্থাৎ ভগৱৎপ্ৰাপ্তিৰ অৰ্থে একমাত্ৰ তেওঁৰ নামৰে শ্ৰৱণ-কীৰ্ত্তন আৰু স্মৰণক আশ্ৰয় কৰিব। এয়ে নামত শৰণ। ইযাৰ দ্বাৰা অন্তঃকৰণত বৰ্দ্ধিত ভগৱদ্ভক্তি পুষ্পিত হব; অৰ্থাৎ ভগৱত্তত্ত্ব-জ্ঞানৰ স্ফুৰণ হব, আত্মাতকৈও ভগৱন্তক প্ৰিয়তম যেন পাব; বৈদিক আৰু লৌকিক কৰ্ম্মৰ সাধনবোৰ সোলকি পৰিব অৰ্থাৎ যি ভ্ৰান্তিজ্ঞানবশতঃ প্ৰাণীৰ বৈদিক বা লৌকিক যি কোনো কৰ্ম্মত প্ৰবৃত্তি জন্মে সেই ভ্ৰান্তিজ্ঞান নোহোৱা হব তেতিয়া তেওঁ ভগৱান্ শ্ৰীকৃষ্ণত একশৰণৰ প্ৰকৃত অধিকাৰী হব।

পুনৰপি আৰো আৰম্ভিলো বিৰচন।
কৰো নিৰূপণ এবে কেৱল শৰণ॥
লোকত ৱেদত যত কহিছে সাধন।
সিসব সাধন হীন ভৈল যিটোজন॥
ভগৱন্ত মাধৱৰ অভয় চৰণে।
আছয় শৰণ লৈয়া কায়বাক্য মনে॥
আন দেৱাদিৰ সেৱা যদ্যপি নকৰে।
তথাপি সবাৰে সেৱা সিজে নিৰন্তৰে॥

[ বৰ্গা ১১৪৪-৪৫ ]

---

(১) গুনিয়োক অভিপ্ৰায় আত পৰে পুণ্য নাই
হোৱে শুদ্ধ মহা অন্ত্যজাতি।
পৰম বান্ধৱ নাম যিটো লৱে অবিশ্ৰাম
তাৰ লাভ কাৰ্য্য সিজে আতি। ইত্যাদি।
[ ১০ম ৬৬ ]

এই অৱস্থাত একমাত্ৰ ভগৱন্ত শ্ৰীকৃষ্ণকে অতি প্ৰিয়তমৰূপে গ্ৰহণ কৰা হয়। এয়ে দেৱত শৰণ (১) আৰু ভক্তিলতাৰ ফলিত অৱস্থা। তেতিয়া গুৰু, ভকত আৰু নামৰ ভেদ নাথাকে একমাত্ৰ কৃষ্ণই আশ্ৰয় বা শৰণৰূপে থাকে গতিকে ইয়াকে একশৰণ বা কেৱলশৰণ বোলা হয়।

নাম, গুৰু, ভকত এই তিনিও কৃষ্ণদেৱতকৈ অভিন্ন, কৃষ্ণত শৰণ লাভৰ অৰ্থেই এই তিনিকো আশ্ৰয় কৰা হয় (২) গতিকে এই তিনিৰ আশ্ৰয় গ্ৰহণকো শৰণ বোলা হয়। মুখ্যতঃ শৰণ শব্দই কৃষ্ণত শৰণক হে বুজায় (৩)।

চাৰি বস্তুৰ অভেদ

(১) শাস্ত্ৰৰ বুজিয়া মৰ্জ্জা, সদায় কৃষ্ণক ভজা, হৈয়া একশৰণ কৃষ্ণত। কৃষ্ণক কৰিয়ো সেৱ, কৃষ্ণেসে পৰম দেৱ, চিন্তা তান চৰণ মনত॥
[ ৬ষ্ঠ স্কঃ ১৫ ]

(২) তস্মাৎ সৰ্ব্ব প্ৰযত্নেন যথা বিষ্ণুং তথা গুৰুম্।
অভেদেনাৰ্চ্চয়েদ্ যস্তু স মুক্তিপদমাপ্নুয়াৎ॥
[ শৰণ সংহিতা ধৃত বিষ্ণুৰহস্য ]

মধুৰমধুৰমেতন্মঙ্গলং মঙ্গলানাং
সকল-নিগমবল্লী সৎফলং চিৎস্বৰূপম্।
সকৃদপি পৰিগীতং শ্ৰদ্ধয়া হেলয়া বা
ভৃগুবৰ নৰমাত্ৰং তাৰয়েৎ কৃষ্ণনাম॥
[ শঃ সং ধৃত স্কান্দে ]

সন্তো দিশন্তি চক্ষূংষি বহিৰৰ্কঃ সমুত্থিতঃ।
দেৱতা বান্ধৱাঃ সন্তঃ সন্ত আত্মাহমেৱ চ॥
[ শঃ সঃ ধৃত বৃহন্নাৰদীয়ে ]

(৩) কায়বাঙ্মনসাং সাক্ষাদ্ যা নিষ্ঠাহচলা ভবেৎ।
পৰমাত্মনি শ্ৰীকৃষ্ণে শৰণং তৎ প্ৰচক্ষতে॥ ইত্যাদি।
[ শঃ সং ধৃত শৈৱে ]

ইয়াকে সুকবি ৰচিত "শ্ৰৱণ সংহিতা" (১) নামৰ গ্ৰন্থত বিস্তৃতভাৱে কোৱা আছে।

এই শৰণ তিনি বিধ, প্ৰথম, মধ্যম আৰু উত্তম। ধৰ্ম্ম, তীৰ্থ আৰু দেৱাদিত পাপ-নাশকত্ববোধ থকাত যি কৃষ্ণত শৰণ সেয়ে প্ৰথম। পুত্ৰ, ভাৰ্য্যা, বন্ধু, ধন, গৃহ, সম্পত্তি আদিত যি মমতা সেই মমতা যদি ভগৱৎ শ্ৰীকৃষ্ণ-বিষয়ক হয় সেয়ে মধ্যম শৰণ আৰু দেহ, আত্মাদি সমস্ত বস্তুত যি আত্মবোধ আছে সেই আত্মবোধ একমাত্ৰ ভগৱন্তত অৰ্পিত হয় যি শৰণত; সেয়ে উত্তম বা শ্ৰেষ্ঠ শৰণ (২)।

শৰণ কি

(১) এই গ্ৰন্থত অসমীয়া বৈষ্ণৱ-ধৰ্ম্মৰ যাৱতীয় কথা সংক্ষিপ্তভাৱে নানা শাস্ত্ৰৰ বচন উদ্ধৃত কৰি কোৱা আছে। এই পুথি অসমতহে পোৱা গৈছে গতিকে ইয়াতেই এই গ্ৰন্থ ৰচিত হৈছিল বুলি অনুমান কৰিব পাৰি। ইয়াৰ ৰচনা সময়ৰ বিষয়ে কোনো নিৰ্ভৰযোগ্য প্ৰমাণ এতিয়ালৈ আমাৰ হাতত পৰা নাই।

(২) ধৰ্ম্মে তীৰ্থে চ দেৱাদৌ ৰক্ষকত্বমথাদিতঃ।
যদ্বুদ্ধি-নিষ্ঠিতকৃতং তৎ প্ৰথমমিতি স্মৃতম্॥
কলত্ৰ-পুত্ৰ-মিত্ৰেষু ধনে গেহে গৱাদিষু।
যন্মমতাশ্ৰয়ং কৃষ্ণে কৃতং তন্মধ্যমং স্মৃতম্॥
দেহাদাবাত্মনো যাবদাত্মত্বাশ্ৰয়ণাদি যৎ।
তৎ সৰ্ব্বং কৃষ্ণপাদাব্জে কৃতং শ্ৰেষ্ঠং প্ৰকীৰ্ত্তিতম্॥
দেহাসক্তিং পৰিত্যজ্য কেৱলং জগদীশ্বৰে।
মনঃ প্ৰৱৰ্ত্ততে যত্তৎ শৰণং স্মৃতমুত্তমম্॥

[ তথা ]

## ষষ্ঠ অধ্যায়

### ভক্তি-ভেদ

ভগৱদ্ ভক্তি সাধাৰণতঃ দুই বিধ — সগুণা ভক্তি আৰু নিৰ্গুণা ভক্তি। গুণ মানে সত্ত্ব ৰজঃ তমঃ। এই তিনি গুণৰ যোগ-

ভগৱদ্-ভক্তি দুবিধ।

সহকাৰে, তিনিগুণীয়া প্ৰাকৃত বস্তুক আশ্ৰয় কৰি, ত্ৰিগুণাধীন প্ৰাকৃত জনৰ, যি ভগৱদ্ভক্তি, সেয়ে সগুণা ভক্তি। নিৰ্গুণ অৰ্থাৎ সত্ত্বৰজঃ তমোগুণৰ সহযোগ নোহোৱাকৈ, গুণাতীত ভগৱানৰ প্ৰতি, অপ্ৰাকৃত অৰ্থাৎ ত্ৰিগুণৰ অনধীন লোকৰ, শুদ্ধসত্ত্বময় দ্ৰবীভাৱপ্ৰাপ্ত অন্তঃকৰণৰ অবিচ্ছিন্নভাৱে চলি থকা যি ভক্তি ( আকৰ্ষণ ) সেয়ে নিৰ্গুণা ভক্তি।

সগুণ-ভক্তি

পূৰ্ব্বে কোৱা হৈছে যে মন, বুদ্ধি, চিত্ত, অহঙ্কাৰ, জ্ঞানেন্দ্ৰিয়, কৰ্ম্মেন্দ্ৰিয়, পঞ্চতন্মাত্ৰ পঞ্চভূত—এই সকলো বিলাকে প্ৰকৃতিৰ কাৰ্য্য, সগুণ গতিকে প্ৰাকৃত। এই বিলাকে প্ৰাণীৰ অন্তঃকৰণত প্ৰতিবিম্বিত, চৈতন্যব্ৰহ্মৰূপ, জীৱক নিজৰ লগত সম্বন্ধ কৰি নিজৰ আকাৰে আকাৰিত আৰু ৰঙেৰে অনুৰঞ্জিত কৰি, বৈষয়িক সুখ দুঃখ ভোগায়। এই প্ৰাকৃত বস্তুৰ লগত সম্বন্ধ জীৱেই প্ৰাকৃত বা প্ৰকৃতিৰ অধীন আৰু সেয়ে সত্ত্বৰজঃ তমোগুণৰ দ্বাৰা অভিভূত গতিকে সগুণ।

পৰম পুৰুষ ভগৱান্ মায়াৰো নিয়ামক, প্ৰকৃতিৰো জনক, গতিকে স্বাধীন অপ্ৰাকৃত আৰু নিৰ্গুণ। এই কাৰণে জীৱতকৈ

বিসদৃশ। জীৱ যেতিয়ালৈ প্ৰকৃতিৰ অধীন হৈ থাকে তেতিয়ালৈ প্ৰকৃতি বা প্ৰাকৃত বিষয়বিলাকে জীৱক নানাপিনে টানি-ধুঁহি সুখ দুঃখ ভোগাই হাবু-ডাবু খুৱাই নথৈ আলৈ-আথানি কৰি লৈ ফুৰিব। প্ৰকৃতিৰ লগত সম্বন্ধচ্ছেদ কৰিব নোৱাৰা পৰ্যন্ত প্ৰাণীৰ অন্তঃকৰণ প্ৰাকৃত বস্তুৰ লগত আবদ্ধ থকাৰ কাৰণে সি ভগৱদ-ভিমুখী হব নোৱাৰে। গতিকে তৎ প্ৰতিবিম্বিত চৈতন্যও তাৰে ভিতৰতে সঙ্কুচিত হৈ বিষয় ভোগত ডুবি থাকিব। যেতিয়া শাস্ত্ৰ আৰু গুৰুৰ উপদেশ অনুসাৰে মানুহে নিজৰ অন্তঃকৰণ ভগৱদভিমুখী কৰিবলৈ যত্ন কৰিব তেতিয়াও সি প্ৰকৃতি বা প্ৰাকৃতবিষয়ক এৰি ভগৱানৰ পিনে ধাৱিত বা প্ৰৱাহিত হব নোৱাৰে। কোনোমতে ভগৱদভিমুখী কৰি দিব পাৰিলেও মুহুমুহুঃ প্ৰকৃতিৰ দ্বাৰা আকৃষ্ট হৈ ভগৱত্তত্ত্বৰ পৰা বিচ্ছিন্ন হৈ পৰিব। তেনে অৱস্থাত ভগবদ্-ভক্তি বা অন্তঃকৰণবৃত্তিক ভগৱদভিমুখে আকৃষ্ট কৰিবলৈ হলে সগুণ প্ৰাকৃত বস্তুক বাদ নিদিয়াকৈ তাৰ সহযোগতে কৰিব লাগিব। প্ৰাকৃত বস্তুবোৰ প্ৰকৃতিৰ পৰা হোৱা হলেও সেইবোৰৰ অধিষ্ঠান-ৰূপ উপাদান কাৰণ সচ্চিদানন্দস্বৰূপ ভগৱন্ত, তাৰ ভিতৰত আছে; কিন্তু মায়া-শক্তি বা অজ্ঞানৰ দ্বাৰা আবৃত হৈ থকাৰ কাৰণেহে থকা যেন নাপাওঁ। আমাৰ অন্তঃকৰণ প্ৰাকৃত বস্তুৰ দ্বাৰা আকৃষ্ট হৈ তাৰ লগত সম্বন্ধ হৈ যোৱাৰ লগে লগে যদি আমি তাক তদ্‌গত ভগৱত্তত্ত্বত লগাই দিব পাৰোঁ। তেতিয়া হলে সেই ভগ-ৱদ্ৰূপৰ পুনঃ পুনঃ অনুভূতিৰ ফলত অন্তঃকৰণত ভগৱত্তত্ত্ব বিষয়ৰ বাসনা আহিত বা উদ্ৰিক্ত হব। এই বাসনা পুনঃ পুনঃ ভগৱৎ-

চিন্তাৰ অভ্যাসবশতঃ যিমানে উজ্জ্বল উজ্জ্বলতৰ হৈ উঠিব সিমানে অন্তঃকৰণৰ দ্রুতি আৰু তদ্দ্বাৰা জীৱাত্মাৰ ভগৱানৰ প্ৰতি আকৰ্ষণ বাঢ়ি যাব। এইদৰে লাহে লাহে পুনঃ পুনঃ অভ্যাসৰ ফলত যেতিয়া ভগৱত্তত্ত্ববিষয়ক বাসনা অধিক গাঢ় হৈ উঠিব আৰু ভগৱানৰ প্ৰতি আকৰ্ষণটি বৰ বেচিকৈ বাঢ়ি যাব তেতিয়া প্ৰাকৃত বস্তু-বিষয়ক বাসনাবোৰ ভগৱদ্‌বিষয়ক বাসনাৰ দ্বাৰা অভিভূত হোৱাৰ কাৰণে অন্তঃকৰণে প্ৰাকৃত বস্তুত থকা অনিত্য, অসত্য আৰু পৰিচ্ছিন্ন মায়িক অংশক বাদ দি তাৰ অধিষ্ঠানৰূপ ভগৱানতে অভিনিবিষ্ট হবলৈ উন্মুখ হৈ পৰিব। এই পৰ্য্যন্ত যি ভগৱদ্‌-ভক্তি সেয়ে সগুণা ভক্তি।

সগুণ ভক্তিৰ আলম্বন।

এনে অৱস্থাত জীৱৰ যি ভগৱদ্‌ভক্তি বা ভগৱানৰ প্ৰতি আকৰ্ষণ তাৰ অভিব্যক্তিটো প্ৰাকৃত বা সগুণ বস্তুৰ মাজেদিহে হোৱা সম্ভৱ। ইয়াত ভক্তই নিজৰ অন্তঃকৰণক ভগৱদ-ভিমুখী কৰিবৰ কাৰণে যি বিলাক বিষয় গ্ৰহণ কৰিব সেই সকলো বিলাকেই প্ৰাকৃত ত্ৰিগুণাত্মক, এওঁৰ চিত্তই ত্ৰিগুণৰ অতীত বস্তুৰ কল্পনাকে কৰিব নোৱাৰে; গতিকে তেনে অননুভূত-পূৰ্ব্ব, কল্পনাৰ অতীত, বস্তুলৈ ধাৱিত হব কিকৰি? সেই কাৰণে প্ৰাকৃত বস্তুৰ ভিতৰত যিটো সত্ত্বপ্ৰধান, সুন্দৰ, সুখকৰ, দুঃখ আৰু মোহৰ কাৰণীভূত ৰজঃ আৰু তমোগুণৰ অভিব্যক্তি নথকা, বস্তু তাকেই আশ্ৰয় কৰি প্ৰথমতে তদ্‌গত সচ্চিদানন্দাত্মক ভগৱানত, মনক অভিনিবিষ্ট কৰিব লাগে। যিবিলাক প্ৰাকৃত বস্তু আমাৰ ওচৰত সুখ-দুঃখ-মোহৰ জনকৰূপে সুপৰিচিত, বিবিলাক বস্তুৰ লগত

আমাৰ অন্তঃকৰণৰ সম্বন্ধ ঘটিলে তাত থকা প্ৰাকৃতিক বাসনাবোৰ সহজে জাগ্ৰত হৈ তাক (অন্তঃকৰণক) ভগৱদভিমুখী হবলৈ নিদি নিজতে আৱদ্ধ কৰি ৰাখে তেনেকুৱা স্ত্ৰী-পুত্ৰ, ধন-সোণ, ঐশ্বৰ্য্য-বিভূতিত ভগৱান্ অধিষ্ঠানৰূপে থাকিলেও তাক ভগৱদ্ভক্তিৰ আলম্বন কৰি লব নোৱাৰি। যিটো বস্তুৰ প্ৰতি মানুহৰ প্ৰাণি-স্বভাৱসুলভ লালসা নাই যিটোত অভিনিবিষ্ট হলে অন্তঃকৰণৰ প্ৰাকৃত বাসনাবোৰৰ উদ্ৰেক নহয় তেনে অনন্যসাধাৰণ ভগৱন্মহিমমণ্ডিত সাত্ত্বিক বিষয় সূৰ্য্য, চন্দ্ৰ, জল আদি নাইবা ভগৱানৰ লগত ঘনিষ্ঠ-ভাৱে সংশ্লিষ্টৰূপে প্ৰতিভাত বৈষ্ণৱ ভক্ত, বিষ্ণুমূৰ্ত্তি আদিয়ে ভগৱদ্-ভক্তিৰ আলম্বন হব পাৰে। নিজৰ দেহ, মন, ইন্দ্ৰিয় আদি সকলোকে ভগৱৎ সম্বন্ধিৰূপে জ্ঞাত বা প্ৰসিদ্ধ সেই সেই তীৰ্থ প্ৰতিমা, সন্ত, বৈষ্ণৱ, ভগৱন্নাম আদি বিষয়ত ভগৱানৰ উদ্দেশ্যে পুনঃ পুনঃ ব্যাপৃত কৰিলে তজ্জন্য বাসনাবশতঃ সেই বিলাক ক্ৰমশঃ ভগৱদভিমুখী হৈ উঠিবগৈ আৰু ইয়াৰ ফলত পাচত নিৰ্গুণ ভক্তিৰ উদয় হব গৈ। প্ৰকৃতি-সম্বন্ধৰহিত মন-বাক্যৰ অগোচৰ ভগৱন্তত প্ৰথমতে মন, প্ৰাণ, ইন্দ্ৰিয়, দেহ আদি ব্যাপৃত হবৰ কোনো সম্ভাৱনাই নাই।

শাস্ত্ৰ আৰু সদ্গুৰুক আশ্ৰয় কৰিলে তেওঁবিলাকৰ উপদেশৰ দ্বাৰা ভগৱদ্ৰূপৰ একপ্ৰকাৰ আভাস পোৱা যায়। যেনে — শাস্ত্ৰই কৈছে যে ভগৱান্ সত্য-শুদ্ধ-বুদ্ধ নিত্য-মঙ্গলময়, অসীম আনন্দৰ আকৰ, অনন্ত সৌন্দৰ্য্যৰ উৎস; তেওঁৰ সচ্চিদানন্দ ৰূপৰ কণামাত্ৰহে জগতৰ সমস্ত সুন্দৰ বা আনন্দজনক বস্তুবোৰত আছে

গতিকে জগতত যিবিলাক বস্তুত জীৱে আনন্দ উপভোগ কৰে সি ভগৱদানন্দৰে অংশ।

এয়ে হলে প্ৰাকৃত, অধিকতম আনন্দজনক, সবাতোকৈ সুন্দৰ বস্তুবোৰৰ সৌন্দৰ্য্য আহৰণ কৰি যদি এটা বস্তু নিৰ্ম্মাণ কৰা হয় তেন্তে সেই বস্তুটো অৱশ্যে ভগৱৎ স্বৰূপৰ প্ৰতিকৃতি বুলি ধৰিব পৰা হব। অতি ক্ষুদ্ৰ ছবি এখন যদি নিবিষ্টমনে চোৱা যায় তাৰ স্বৰূপ সংস্থান মনত ৰখা হয় তেন্তে পাচত সেই ছবিখন যাৰ, তাক দেখিলে সহজে চিনিব পাৰি। সেইদৰে ভগৱানৰো যদি এটি ক্ষুদ্ৰ প্ৰতিকৃতি মানস-পটত অঙ্কিত কৰি লব পৰা যায় তেন্তে তাৰ দ্বাৰাই অন্তঃকৰণত ভগৱদ্ বিষয়ক বাসনাৰ বীজাধান হব পাৰে; কালত সেয়ে গৈ অভ্যাস অনুশীলনৰ ফলত ভগৱত্তত্ব-সাক্ষাৎকাৰৰ হেতু হব পাৰে। সেই কাৰণে ভক্তসকলে চক্ষুৰ সৌন্দৰ্য্য পদুমপাহিৰ পৰা, মুখমণ্ডলৰ আহ্লাদকত্ব পূৰ্ণ চন্দ্ৰৰ পৰা, ভ্ৰূযুগলৰ ভঙ্গিমা মদনধনুৰ পৰা, নাকৰ শোভা তিলফুলৰ পৰা, দাঁতৰ সংস্থান দাড়িমবীজপংক্তিৰ পৰা, ওষ্ঠাধৰৰ কমনীয়তা বিম্বফলৰ পৰা, কণ্ঠৰ লালিত্য কম্বুৰ (শঙ্খ) পৰা, চতুৰ্ভুজৰ মনোহাৰিত্ব মৃণালৰ পৰা দেহকান্তি নূতন জলধৰৰ পৰা, উৰু যুগলৰ সৌষ্ঠৱ, কৰিকৰ বা বাঁহকলৰ পৰা, চৰণদ্বয়ৰ সৌকুমাৰ্য্য নৱ-পদ্মকোমৰ পৰা আহৰণ কৰি ভগৱানৰ মূৰ্ত্তি কল্পনা কৰিছে আৰু প্ৰাকৃত জনেও যাতে, তাত মনোনিবেশ কৰিব পাৰে, তাৰ কাৰণে সৰস কবিতাময় বৰ্ণনাৰে তাক জন-সমাজত উপভোগ্য কৰি প্ৰকাশ কৰিছে। আচলতে হলে ভগৱানৰ ৰূপ নিৰতিশয় সৌন্দৰ্য্যৰ আকৰ গতিকে প্ৰাকৃত প্ৰাণীৰ

ধাৰণাৰ অতীত, কবিপ্ৰতিভাৰ কল্পনাৰ অগোচৰ, সাহিত্যৰসিকৰ অনুভূতিৰ অগম্য আৰু ভাষাৰ দ্বাৰা অপ্ৰকাশ্য। এনেকুৱা প্ৰাকৃত কাল্পনিক মূৰ্ত্তিৰ আশ্ৰয়ত যিজনে ভগৱানক ভক্তি কৰে তাকে প্ৰাকৃত ভকত বোলে।

জীৱৰ ভগৱানৰ লগত মিলি যাবৰ কাৰণে আকৰ্ষণ বা প্ৰৱণতাস্বৰূপ দ্ৰবীভূত অন্তঃকৰণৰ বৃত্তিয়ে যদি ভক্তি হয় তেন্তে

ভক্তি ক্ৰিয়া ৩

ফলতঃ এয়ে হ'ল যে, যি ক্ৰিয়াৰ দ্বাৰা জীৱ ভগৱানৰ লগত অভিন্ন হৈ যাব পাৰে তেনে ক্ৰিয়াই ভক্তি বা ভজন ক্ৰিয়া। সুসিদ্ধ অন্ন পাবলৈ যিবিলাক ক্ৰিয়াৰ অনুষ্ঠান কৰিব লগা হয় সেই সকলোবিলাক ক্ৰিয়াকে পাক ক্ৰিয়া বোলে। গতিকে পাকক্ৰিয়া বুলিলে খৰি শনা, জুই জ্বলোৱা, চৰু বহুৱা, পানী দিয়া, চাউল বহুৱা, হাতেৰে লৰোৱা আদি সমস্ত ব্যাপাৰ-টোক বুজায়। সেইদৰে ভক্তি বুলিলেও যিবিলাক ক্ৰিয়াৰে জীৱ শিৱ এক হৈ যায় তেনে ক্ৰিয়াবোৰক বুজায়। সেই ব্যাপাৰ-সমুদায়ৰূপ সগুণা ভক্তি ন' ভাগে বিভক্ত; যেনে—শ্ৰৱণ, কীৰ্ত্তন, স্মৰণ, পাদসেৱন, অৰ্চ্চন, বন্দন, দাস্য, সখ্য আৰু আত্ম-সমৰ্পণ।

সগুণ ভক্তিৰ ভেদ

এই ন বিধৰ প্ৰত্যেকেই আকৌ তামসিক ৰাজসিক সাত্বিক ভেদে তিনি বিধকৈ। এই সাত্বিক ৰাজসিক আৰু তামসিক এই তিনি বিধৰো আকৌ উদ্দেশ্য ভেদে প্ৰত্যেকে তিনি বিধকৈ হয়। এইদৰে সগুণাভক্তি মুঠতে ৮১ বিধ হয়।

"বচনভেদাৎ সগুণভক্তেৰেকাশিতিভেদাঃ।"

[ভঃ ৰঃ ১৩]

(১) হিংসা, অথবা (২) দম্ভ, নাইবা (৩) মাৎসৰ্য্যৰ বশীভূত হৈ ক্ৰোধী ব্যক্তিয়ে ভেদ দৰ্শনপূৰ্ব্বক যি ভক্তি কৰে সেয়ে তামস ভক্তি। (১) বিষয় সুখ (২) যশস্যা, নাইবা (৩) ঐশ্বৰ্য্য লাভৰ উদ্দেশ্যে ভেদদৰ্শী জনে প্ৰতিমা আদিত যি অৰ্চ্চনাদি ভক্তি কৰে সেয়ে ৰাজসিক ভক্তি। (১) কৰ্ম্মক্ষয় (২) বা ভগৱানৰ প্ৰীতিৰ উদ্দেশ্যে নাইবা (৩) বেদৰ বিধিৰ নিৰ্দ্দেশ মনাটো কৰ্ত্তব্য বুলি ভাবি ভেদ-দৃষ্টি সম্পন্ন ব্যক্তিয়ে যি ভক্তি কৰে সেয়ে সাত্বিক ভক্তি (১)। যতে ভেদ দৃষ্টি অৰ্থাৎ জীৱাত্মা পৰমাত্মাৰ ভেদ দৰ্শন বৰ্ত্তমান থাকে সেয়ে সগুণাভক্তি বুলি ইয়াত কোৱা হ'ল।

ভগৱত্তত্বজ্ঞ সন্ত বৈষ্ণৱ বা গুৰুৰ মুখে ভগৱানৰ নাম, স্বৰূপ, গুণ, ক্ৰিয়া আদিক বেদাদি শাস্ত্ৰৰ পৰা একনিষ্ঠভাৱে শুনিব লাগে।

শ্ৰৱণ — এয়ে শ্ৰৱণৰূপ ভক্তি। "আত্মা সাৰে দ্ৰষ্টব্যঃ শ্ৰোতব্যো মন্তব্যো নিদিধ্যাসিতব্যঃ" [ বৃহদাৰণ্যক উঃ ] এই বৈদিক আত্মশ্ৰৱণ বিধিৰ দ্বাৰাও ভগৱন্নামাদি শ্ৰৱণেই ভগৱদ্দৰ্শন-

(১) ভক্তিযোগো বহুবিধো মাৰ্গৈৰ্ভাবিনি ভাব্যতে।
স্বভাৱগুণমাৰ্গেণ পুংসাং ভাৱো বিভিদ্যতে॥
অভিসন্ধায় যদ্ধিংসাং দম্ভং মাৎসৰ্য্যমেৱ বা।
সংৰম্ভী ভিন্নদৃগ্‌ভাৱং ময়ি কুৰ্য্যাৎ স তামসঃ॥
বিষয়ানভিসন্ধায় যশ ঐশ্বৰ্য্যমেৱ বা।
অৰ্চ্চাদাবৰ্চ্চয়েদ্ যো মাং পৃথগ্‌ভাৱঃ স ৰাজসঃ॥
কৰ্ম্ম নিৰ্হাৰমুদ্দিশ্য পৰস্মিন্ বা তদৰ্পণম্।
যজেদ্ যষ্টব্যমিতি বা পৃথগ্‌ভাৱঃ স সাত্বিকঃ॥
[ ভাগঃ—৩।২৯।৫—৯ ]

ৰূপ ফলৰ উদ্দেশ্যে বিহিত হৈছে বুলি বৈষ্ণৱসকলে কব। কোনো এটা বস্তুৰ নাম স্বৰূপ আদিৰ বিষয়ে শুনিলে তদ্বিষয়ে যি জ্ঞান হয় তাৰ পৰাও মানুহৰ চিত্তৰ তদ্বিষয়ক সংস্কাৰ বা বাসনা জন্মে। গতিকে এই শ্ৰৱণৰ দ্বাৰা অন্তঃকৰণত ভগৱানৰ নাম, গুণ, ক্ৰিয়াৰ পৰোক্ষজ্ঞান হয়; তাৰ পৰৰ্শত মাজে মাজে অন্তঃকৰণ দ্ৰৱীভূত হয় আৰু তদ্বিষয়ক বাসনা আহিত হব ধৰে।

কীৰ্ত্তন

তাকে যদি আকৌ নিজ মুখে পুনঃ পুনঃ আবৃত্তি কৰা হয় বা আনৰ আগত এই কথা বহুবাৰ কোৱা হয় তেন্তে সেই শ্ৰৱণজনিত সংস্কাৰ বা বাসনা স্পষ্ট আৰু গাঢ় হব ধৰে, তাকেই আমি মনত ৰোৱা বা কণ্ঠস্থ হোৱা বোলোঁ। ইয়াৰ দ্বাৰা চিত্তৰো দ্ৰৱীভাৱ আগতকৈ বাঢ়িব ধৰে। গতিকে শ্ৰুত ভগৱত্তত্ত্বৰ কথা যাতে আমাৰ চিত্তপটত দৃঢ়ভাৱে অঙ্কিত হয় তাৰ কাৰণে ভগৱানৰ নাম, কৰ্ম্মাদি কথাৰ নিজ মুখে পুনঃ পুনঃ আবৃত্তি কৰিব লাগে। ইয়াৰ নামেই কীৰ্ত্তনাত্মক ভক্তি। "আত্মা ৱাৰে" এই বিধিত "মন্তব্যঃ" এই অভ্যাসাৰ্থক মন্ ধাতুৰ প্ৰয়োগৰ দ্বাৰা এই কীৰ্ত্তনৰে বিধান দিয়া হৈছে।

স্মৰণ

ভালকৈ মনত ৰোৱা বা কণ্ঠস্থ হোৱা কথাও পুনঃ পুনঃ স্মৰণ নকৰিলে চিত্তপটত অঙ্কিত, তাৰ সংস্কাৰ বা বাসনা লাহে লাহে সাংসাৰিক বাসনান্তৰৰ দ্বাৰা অভিভূত হৈ নোহোৱা হৈ পৰিব। গতিকে যাতে উক্ত ভগৱৎকথা বিষয়ক বাসনা চিৰস্থায়ী হয় তাৰ কাৰণে স্মৰণৰ বিধান। অনুভূত বস্তুৰ সংস্কাৰ উদ্বোধনৰ দ্বাৰা অন্তঃকৰণত পুনঃ পুনঃ প্ৰতিভাস হোৱাৰ

নামে স্মৰণ। ভগৱৎকথাদি বিষয়ক এনেকুৱা প্ৰতিভাসবিশিষ্ট চিত্তৰ দ্ৰৱীভাৱেই স্মৰণাত্মক ভক্তি। পূৰ্ব্বোক্ত শ্ৰুতিত "নিদিধ্যাসিতব্যঃ" এই বিধিৰ দ্বাৰা ইয়াৰেই বিধান কৰা হৈছে।

যি বস্তুটো আমাৰ বুদ্ধিস্থ হয় সি যদি আমাৰ অভিলষিত বস্তু হয় তেন্তে আমাৰ মনত সেই বস্তুটো প্ৰাপ্তিৰ উপযোগী কৃতি

পাদসেৱন ৩ বা এক প্ৰকাৰ যত্নৰ উদয় হয়; ইয়াৰ নামেই ভাৱনা। ভৱন মানে হোৱা; তাৰ অনুকূল ব্যাপাৰ অৰ্থাৎ যিটোৰ দ্বাৰা বস্তু হয় তেনে ক্ৰিয়াৰ নাম ভাৱনা। কৰ্ত্তাই তেনে ক্ৰিয়া কৰিলেহে সেই বস্তুৰ উৎপত্তি বা প্ৰাপ্তি ঘটে। অন্তঃকৰণত উদয় হোৱা ভাৱনা বা কৃতিৰ পৰা প্ৰাণীৰ বহিৰিন্দ্ৰিয় আৰু দেহত চেষ্টা নামৰ স্পন্দনবিশেষাত্মক ক্ৰিয়া জন্মে, যিটোক গমন, পচন, গ্ৰহণাদি শব্দেৰে কোৱা হয়। অন্তঃকৰণত স্মৰণাত্ম ভক্তিৰ পৰা হোৱা ভক্তৰ অন্তৰৰ ভগৱৎপ্ৰাপ্তিবিষয়ক অভিলাষৰ পৰাও ভগৱৎপ্ৰাপ্তি বিষয়ক যি কৃতিৰ উদয় হয় সেয়ে পাদসেৱন, অৰ্চ্চন আৰু বন্দন এই তিনি প্ৰকাৰ চেষ্টা বা ক্ৰিয়াৰূপে বহিৰিন্দ্ৰিয় আৰু শৰীৰত অভিব্যক্ত হলেহে ভগৱৎপ্ৰাপ্তিৰ অনুকূল হব। কাৰণ ভগৱান্ সৰ্ব্বব্যাপক হেতুকে স্বতঃ প্ৰাপ্ত হলেও অজ্ঞানাবৃত হোৱাৰ কাৰণে অপ্ৰাপ্ত যেন হৈ আছে। পূৰ্ব্বোক্ত শ্ৰৱণৰ দ্বাৰা ভগৱানৰ স্বৰূপ নাম কৰ্ম্ম, গুণ, মহিমা আদিৰ বিষয়ে পৰোক্ষ জ্ঞান হ'ল; কীৰ্ত্তনৰ দ্বাৰা তাক স্থায়ী কৰা হ'ল, স্মৰণৰ দ্বাৰা তাকেই দৃঢ় নিঃসন্দিগ্ধ আৰু স্পষ্ট কৰি লোৱা হ'ল। ইয়াৰ দ্বাৰা ভক্তই জানিলে যে ভগৱান্ সৰ্ব্বব্যাপক, সকলোৰে উপাদান নিমিত্তকাৰণ,

সচ্চিদানন্দৰূপ, পৰমাত্মা, সৰ্ব্বশক্তিমান্, ঈশ্বৰ, গতিকে সমস্ত প্ৰাণীৰে প্ৰভু; মায়া তেওঁৰে শক্তি, তেওঁৰ দ্বাৰাই নিয়ন্ত্রিত. তেওঁৰ কৃপা হলেহে প্ৰাণীয়ে কাল-মায়াৰ পৰা অব্যাহতি পাব পাৰে। প্ৰভুৰ দয়াৰ পাত্ৰ হবলৈ হলে তেওঁৰ একান্তভাৱে সেৱা কৰিব লাগে; সেইটো আমি প্ৰত্যক্ষ আৰু অনুমান প্ৰমাণৰ দ্বাৰাই বুজি পাওঁ। কিন্তু ভগৱান্ পুৰুষ লোকাতীত গতিকে তেওঁক সেৱা কৰাৰ নিয়ম লৌকিক প্ৰমাণৰ বিষয় নহয়। বেদ-শাস্ত্ৰই যিদৰে সেৱা কৰিবলৈ কৈছে—সেইদৰে কৰিলেহে তেওঁ সন্তুষ্ট হব। তেওঁৰ সেৱাৰ প্ৰণালীৰ প্ৰতি একমাত্ৰ শাস্ত্ৰই প্ৰমাণ। তেওঁৰ গৃহপ্ৰতিষ্ঠা, প্ৰতিমাস্থাপন, গৃহলেপন, প্ৰতিমাস্নাপন আৰু তেওঁৰ ভক্ত, বৈষ্ণৱ, সাধু লোকৰ নানা প্ৰকাৰে প্ৰীতিসাধনেই ভগৱানৰ পাদসেৱন।

অৰ্চ্চন শব্দৰ অৰ্থ পূজা। নিজৰ ভোগোপযোগী বস্তু

অৰ্চ্চন আৰু ভগৱানৰ প্ৰিয় বুলি শাস্ত্ৰত কথিত নানা উপহাৰ দ্ৰব্য ভগৱানৰ উদ্দেশ্যে যথাবিধি ত্যাগ কৰাকে তেওঁৰ পূজা বা অৰ্চ্চনাত্মক ভক্তি বোলা হয়।

স্তৱ-স্তোত্ৰাদি গাই নানা কাকুতি-মিনতি কৰি শাস্ত্ৰৰ বিধিমতে প্ৰণাম কৰাকে বন্দন নামৰ ভক্তি বোলা হৈছে। অৰ্চ্চন,

বন্দন বন্দন আদিৰ বিধান, ভেদ আদি 'ভক্তিবিবেক' আদি গ্ৰন্থত কোৱা আছে। অনুসন্ধিৎসুসকলে বিচাৰি লব।

এইদৰে শ্ৰৱণ, কীৰ্ত্তন, স্মৰণ, পাদসেৱা, অৰ্চ্চন, বন্দন কৰি থাকোতে থাকোতে তাৰ সমস্ত কৰ্ম্মই ভগৱানৰ অৰ্থে ভগৱানৰ

দাস্য (৩) প্ৰীতিৰ হেতু; ভগৱানৰ ইচ্ছাতে অনুষ্ঠিত বুলি ভাবিব আৰু বুজিব পাৰিব। তেতিয়া তেওঁ হব ভগৱানৰ দাস বা ভৃত্য; তেওঁৰ নিজৰ বুলিবলৈ একো নাথাকিব; তেওঁৰ কৃত সমস্ত কৰ্ম্ম, তাৰ ফল, স্ত্ৰী, পুত্ৰ, ধন, সম্পদ্, তেওঁৰ দেহৰ ভৰণ-পোষণ এই সকলোবিলাকেই ভগৱানৰ হব, একোতে তেওঁৰ স্বত্ব নাথাকিব। এনেকৈ নিজক ভগৱানৰ দাস বুলি ভাবি সমস্ত কৰ্ম্মফল আদি ভগৱানত অৰ্পণ কৰাৰ নাম দাস্য ভক্তি। দাস্য-ভক্তিমান্ ভক্তই যি যি কৰ্ম্ম ভগৱানৰ প্ৰিয় বুলি জানে বা বুজে তাৰেহে অনুষ্ঠান কৰে, যি কৰ্ম্ম ভগৱানৰ অপ্ৰিয় অৰ্থাৎ বেদাদি শাস্ত্ৰৰ দ্বাৰা প্ৰতিষিদ্ধ বুলি ভাৱে তেনে কৰ্ম্ম কেতিয়াও নকৰে। দাসৰ অন্য বস্তুত নিজত্ব ভাৱ নাথাকিলেও নিজৰ দেহটোত আংশিক নিজত্ব বা মমতা ভাৱ থাকে। কিন্তু চিত্তৰ দ্ৰৱীভাৱ আৰু ভগৱদাকৰ্ষতা প্ৰীতি ক্ৰমশঃ বাঢ়ি যায়।

এইদৰে একান্তভাৱে ভগৱানৰ দাসত্ব কৰি থাকোতে থাকোতে প্ৰভু প্ৰসন্ন হৈ ভক্তক নিজৰ দাস বুলি গ্ৰহণ কৰিব। তেতিয়া

সখ্য (৪) মায়া বা অজ্ঞানৰ আৱৰণ পাতল হৈ আহিব; ভগৱানক সি যিদৰে ভাল পায় ভগৱানেও যে তাক সেইদৰে প্ৰিয় বুলি ভাৱে, এইদৰে ভাবিব পৰা হব। তেতিয়া ভক্তই ভগৱানক প্ৰভু বুলি নহয়—পৰম প্ৰিয় প্ৰাণাধিক সখি বা সুহৃদ্ বুলি ভাবে। সি তেতিয়া ভগৱানৰ দৰ্শন (স্বৰূপোপলব্ধি) ব্যতিৰেকে থাকিব নোৱাৰা হয়; পৰম প্ৰিয়তম ভগৱানৰ লগত মিলনৰ আকাঙ্ক্ষা অতি তীব্ৰ হৈ উঠে। দাসে দূৰৈত থাকিও প্ৰভুৰ

কাম কৰি সন্তুষ্ট থাকিব পাৰে কিন্তু প্ৰিয়জনে প্ৰিয়তম ব্যক্তিক সৰ্ব্বদাই ওচৰতে পাই সেৱা কৰিবলৈ পালেহে সন্তুষ্ট হব পাৰে। কিবা কাৰণত তেওঁক নাপালে মনতে তেওঁক স্মৰণ কৰি অনবৰতে ধাৰণ কৰি থাকে। এই অৱস্থাত ভক্তৰ চিত্তগতি একেবাৰে বাঢ়ি যায় গতিকে ভগৱানৰ নামতে তাৰ চিত্ত আকুল হৈ উঠে।

এইদৰে পৰম প্ৰিয়তমৰূপে ভগৱানক চিন্তা কৰি থাকোতে থাকোতে তেওঁৰ নিজত্ব বা আত্মভাৱ নোহোৱা হৈ যাব। তেওঁৰ

আত্ম সমৰ্পণ : দেহ, মন, ইন্দ্ৰিয় সকলোকে ভগৱানত অৰ্পণ কৰিব। দেহ, মন, প্ৰাণ, আত্মা সকলো যেতিয়া প্ৰিয়তমৰ হাতত অৰ্পণ কৰা হ'ল, সৰ্ব্বশক্তিমান ভগৱানে তাক যেতিয়া গ্ৰহণ কৰিলে তেতিয়া তাৰ চলন-ফুৰণ, প্ৰবৃত্তি-নিবৃত্তি; তাৰ কৃত পাপ-পুণ্য আদি এই সকলোৱে ভগৱানৰ ক্ৰিয়া; তাৰ নিজৰ কোনো একোতে স্বাতন্ত্ৰ্য নাই। ভগৱানে কি কৰিলে ভাল পায় কি কৰিলে বেয়া পায়, সি নিজেই বা কি কৰা উচিত বা অনুচিত; তাৰ স্বতন্ত্ৰ অস্তিত্বৰেই বা কিবা প্ৰয়োজন আছেনে নাই, এইবিলাকৰ বিবেচনা কৰাৰ ভাৰ বা সকলো দায়িত্ব ভগৱানৰ হাততে দিয়া হ'ল। এয়ে একশৰণ বা অনন্যশৰণ ভক্তি। ভক্ত আগেয়ে ত্ৰিগুণাত্মক প্ৰকৃতিৰ অধীন আছিল; প্ৰকৃতিয়ে তাক নিজৰ পাচে পাচে টানি লৈ ফুৰিছিল। এতিয়া একমাত্ৰ ভগৱন্তত শৰণ লোৱাৰ পৰা সি নিৰ্গুণ ভগৱানৰ অধীন হ'ল গতিকে নিত্য সচ্চিদানন্দ-ৰূপ ভগৱানৰ হে অনুসৰণ কৰিব। এতিয়া অন্তঃকৰণাদিৰূপ স্বজন্য বস্তুৰ দ্বাৰা প্ৰকৃতিয়ে তাক আলিঙ্গন কৰি আছে গতিকে সি

যলৈকে যায় প্ৰকৃতি বা তাৰ অন্তঃকৰণাদি প্ৰাকৃত কৰণবোৰেও তাৰ পাচে পাচেহে যাব লাগিব। এতেৰা তাৰ কোনো আত্মাভিমান বা পৰিচ্ছিন্নবোধ নাই। এই অৱস্থাৰ কথাকে মাধৱদেৱে নিম্নলিখিত পদত কৈছে—

নোহো আমি জানা চাৰি জাতি চাৰিও আশ্ৰমী নোহো আতি
নোহো ধৰ্ম্মশীল দান ব্ৰত তীৰ্থগামী।
কিন্তু পূৰ্ণানন্দ সমুদ্ৰৰ গোপী ভৰ্ত্তা পদ কমলৰ
দাসৰো দাসৰো তান দাস ভৈলোঁ আমি ॥
[ নাঃ ঘোঃ ]

আত্মসমৰ্পণ বা ভগৱন্তত একশৰণ লাভ পৰ্য্যন্তই সগুণা ভক্তি। আত্মসমৰ্পণ হৈ গলেই ভক্তিৰ সগুণভাৱ সোলকি পৰে।

এই নব-বিধ সগুণা ভক্তিৰ ভিতৰতো শ্ৰৱণ, কীৰ্ত্তন আৰু স্মৰণ এই তিনি বিধ, ভেদভাৱৰ স্ফুৰণ নোহোৱাকৈও

শ্ৰৱণ-কীৰ্ত্তন শ্ৰেষ্ঠ

নিৰ্গুণ অৱস্থাতো চলিব পাৰে গতিকে সকলোতকৈ শ্ৰেষ্ঠ। ভেদভাৱ বা মায়াৰ বন্ধন নোহোৱা নিৰ্গুণ ভক্তৰো সৰ্ব্বদায় শ্ৰৱণ কীৰ্ত্তন আৰু স্মৰণ চলি থাকে।

"মুকুত সকলো হৰিৰ কীৰ্ত্তনে কৰন্ত সদায় ৰতি।
হেন কীৰ্ত্তনত যিটো চিত্ত নেদে যাইবে সিটো অধোগতি ॥
[ না৹ ঘোঃ ২৮৮ ]

"ঐকান্তিক মহামুনি যত নিবৰ্ত্তিয়া বিধি নিষেধত
নিৰ্গুণ ভাৱত থিতি হুয়া নিৰন্তৰে।
জানি পুৰুষাৰ্থ সাৰ তত্ত্ব কৃষ্ণ কথামৃত সাগৰত
কথনে মথনে সদায় ৰমণ কৰে ॥"
[ নাঃ ঘোঃ ৬৪৮ ]

শ্ৰৱণ, কীৰ্ত্তনৰ লগতে স্মৰণটো অন্তৰ্ভুৰ্ক্ত হব পাৰে, কাৰণ স্মৰণ নোহোৱাকৈতো শ্ৰৱণ, কীৰ্ত্তন হব নোৱাৰে, গতিকে শ্ৰৱণ আৰু কীৰ্ত্তনকে সৰ্ব্বশ্ৰেষ্ঠ বুলি কোৱা হৈছে—

“পূজা আদি যত, ভক্তিৰ মধ্যত, শ্ৰৱণ কীৰ্ত্তন সাৰ।
কথা শ্ৰৱণৰ, নাম কীৰ্ত্তনৰ, সমান নাহিকে আৰ॥

(২য় স্কঃ ৪১৩ ৪৭৪)

শ্ৰৱণ কীৰ্ত্তন মোৰ ৰহস্য ভকতি।
আকেসে কৰিবা মাত্ৰ নিৰক্ষা সম্প্ৰতি॥

(২য় স্কঃ ৬৫২)

আচাৰ্য্য ভট্টদেৱে তেওঁৰ ৰচিত ‘ভক্তিবিৱেক’ত দাস্য পৰ্য্যন্ত ভক্তিৰহে নিৰূপণ কৰিছে সখ্য আৰু আত্ম নিবেদনৰ স্বৰূপ বিষয়ে একো কোৱা নাই। শ্ৰীশঙ্কৰেও ‘ভক্তিৰত্নাকৰ’ত ভক্তিৰ নানা বিভাগৰ কথা কৈছে কিন্তু সখ্য আৰু আত্মনিবেদনাত্মক ভক্তিৰ নিৰূপণ কৰা নাই। ইয়াৰ কাৰণ কি সেইটো বিবেচনা কৰা উচিত হব।

সখ্য আৰু আত্ম সমৰ্পণ নিৰূপণ নকৰাৰ কাৰণ

আমি আগতে কৈ আহিছোঁ যে দাস্য-ভক্তিৰ পাচতে মায়াৰ আৱৰণ পাতল হৈ আহে, ভেদজ্ঞান আঁতৰিব ধৰে। সখ্য আৰু আত্মসমৰ্পণৰূপ ভক্তিৰ সময়ত ভেদজ্ঞানৰ লেশ থাকিলেও তাক আঁতৰাবৰ কাৰণে কোনো বৈধ কৰ্ম্মৰ অনুষ্ঠানৰ বিধান সম্ভৱপৰ নহয়। কাৰণ বিধিবিলাকৰ কাৰ্য্য ভেদজ্ঞানক আশ্ৰয় কৰিহে হয়, এই কথা পাচত স্পষ্ট হব। ইয়াত তেনে প্ৰবল ভেদজ্ঞান নাথাকে, হেতুকে তাত বিধি নিৰৰ্থক। সখ্য আত্মসমৰ্পণৰূপ ভক্তি পূৰ্ব্বোক্ত

দাস্যান্ত ভক্তিৰ ফলস্বৰূপ; ই বৈধী ভক্তি নহয়। ফল কোনোদিনে বশ্যে হব নোৱাৰে গতিকে তাৰ স্বৰূপজ্ঞানটো পুৰুষৰ প্ৰবৃত্তি-নিবৃত্তিৰ উপযোগী ( প্ৰযোজক ) নহয় হেতুকে নিষ্প্ৰয়োজন হৈ পৰে। সেই কাৰণেই তেওঁবিলাকে সখ্য আৰু আত্মসমৰ্পণৰূপ দ্বিবিধ ভক্তিৰ স্বৰূপ নিৰূপণ কৰা নাই। দাস্য-ভক্তিৰ পৰাই যে মায়া আতৰ হয় এই কথা ভট্টদেৱে স্পষ্টকৈয়ে প্ৰতিপাদন কৰিছে। নিৰ্গুণা ভক্তিও বৈধী-ভক্তি নহয় তথাপি যে তাৰ স্বৰূপ নিৰূপণ কৰা হৈছে, তাৰ কাৰণ এই যে—তাৰ স্বৰূপটো নাজানিলে তাৰ কাৰণে পুৰুষৰ লিপ্সা বা অভিলাষ নহব আৰু তাক লাভ কৰাৰ উপায় স্বৰূপ বৈধী-ভক্তিৰ অনুষ্ঠান কৰিবলৈ নাযায়। যি পুৰুষে নিৰ্গুণা-ভক্তি লাভৰ অৰ্থে বৈধী-ভক্তিৰ অনুষ্ঠান কৰিব তাৰ ফলস্বৰূপেই সখ্য আৰু আত্মসমৰ্পণ ভক্তিৰ উদয় অনায়াসে হব তাৰ কাৰণে বেলেগ প্ৰৱৰ্ত্তনা বা বিধিৰ আৱশ্যক নাই। এই কথাৰ সমৰ্থন-কল্পে সম্প্ৰদায়াগত কথা এটা আছে এই যে, দৈৱকীৰ যে অষ্টম গৰ্ভত হৰি উপজিছিল তেওঁৰ গৰ্ভ কেইটাক ভক্তিৰ ৰূপক হিচাবে গ্ৰহণ কৰা হয়। তাৰে প্ৰথমৰ পৰা সপ্তম গৰ্ভ পৰ্য্যন্ত শ্ৰৱণাদি দাস্যান্ত ভক্তিৰ স্বৰূপ। সপ্তম গৰ্ভৰ পাচতে অৰ্থাৎ দাস্য-ভক্তিৰ পাচতে হৰি গৰ্ভস্থ হয় অৰ্থাৎ ভক্তৰ হৃদয়ত ভগৱানৰ স্থিতি হয়; এয়ে সখ্য-ভক্তি আৰু তাৰ পাচতে ওপজে এয়ে আত্ম-নিবেদন ভক্তি। গতিকে শ্ৰীকৃষ্ণ হৃদয়ত স্থিতি হবৰ কাৰণেই প্ৰাণীৰ যত্ন কৰ্ত্তব্য সেয়ে দাস্যান্ত ভক্তি। শ্ৰীকৃষ্ণ গৰ্ভস্থ হলে অৰ্থাৎ হৃদয়ত স্থিত হলে তেৱেঁই সমস্ত কৰাব, প্ৰাণীৰ কৰ্ত্তব্য

এৰো বাকী নাথাকে।

শ্ৰীভাগৱতৰ পুৰঞ্জন উপাখ্যান বৰ্ণনা প্ৰসঙ্গতো ৰূপকচ্ছলে কোৱা হৈছে যে দাস্যান্ত সাত বিধ ভক্তিহে গুৰুৰ উপদেশৰ দ্বাৰা জন্মে; সখ্য আৰু আত্মনিবেদন ভক্তিয়ে নিজৰ উৎপত্তিৰ কাৰণে গুৰুৰ উপদেশ বা বিধিক অপেক্ষা নকৰে। ভগৱৎতত্ত্ব জ্ঞানৰ পাচত সি আপোনা-আপুনিয়ে ওপজে নাইবা স্বয়ং ভগৱানেই জ্ঞানৰ পাচত ভক্তক সেই সাধ্যা-ভক্তিৰ উপদেশ দিব (১)। আৰু ভক্তিবিবেকৰ প্ৰথমতে যি শৰণ-নিৰ্ণয় কৰা হৈছে তাৰ দ্বাৰাই আত্ম নিবেদন ভক্তিৰ স্বৰূপটি কোৱা হৈছে। শ্ৰীশঙ্কৰেও 'ভক্তিৰত্নাকৰ'ত নানা ঠাইত কোৱা ভগৱন্তৰ একশৰণ বা অনন্যশৰণৰ কথাৰ ভিতৰতে আত্মসমৰ্পণ ভক্তিৰ স্বৰূপ-নিৰূপণ কৰা হৈছে। আত্ম-সমৰ্পণ আৰু একশৰণ একেই কথা। বাকী কেইবিধ ভক্তি একশৰণৰ হেতু বা উপায় গতিকে তাকো একশৰণৰ ভিতৰত ধৰা হয়। এই কাৰণে উক্ত গ্ৰন্থত সখ্য আৰু আত্ম সমৰ্পণ ভক্তিৰ বেলগে স্বৰূপ নিৰূপণ নকৰাটো যুক্তিসঙ্গতই হৈছে।

---

(১) তস্যাং স জনয়াঞ্চক্ৰে আত্মজামসিতেক্ষণাম্।
যবীয়সঃ সুতান্ সপ্ত সপ্ত দ্ৰবিড় ভূভৃতঃ॥
[ ভাঃ ৪।২৮।৩০ ]

আত্মজাং শ্ৰীকৃষ্ণ সেৱাৰুচিং। সৎসঙ্গেন ভগৱদ্ধৰ্ম্মে ৰুচিৰভূদিত্যৰ্থঃ। অসিতস্য শ্ৰীকৃষ্ণস্য ঈক্ষণং যয়া তাং যবীয়সঃ সপ্তসুতান্ "শ্ৰৱণং-কীৰ্ত্তনং বিষ্ণোঃস্মৰণং পাদসেৱনং অৰ্চ্চনং বন্দনং দাস্যমিতি সপ্ত প্ৰকাৰান্। সখ্যাত্মনিবেদনয়োস্তত্ত্বং পদাৰ্থ জ্ঞানোত্তৰকাল-ভাবিত্বাত্তস্য চ ভগৱতৈবোত্তৰত্ৰোপদেক্ষ্যমাণত্বাদিদানীমনুৎপত্তেঃ সপ্তেত্যুক্তম্"। [ ভাবাৰ্থ দীপিকা ]

নিৰ্গুণ-ভক্তিৰ স্বৰূপ আগেয়ে সংক্ষেপে কোৱা হৈছে। আত্ম-সমৰ্পণান্ত ভক্তিৰ ফলত জীৱৰ অন্তঃকৰণস্থ প্ৰাকৃত বৈষয়িক বাসনাবিলাক নোহোৱা হৈ গ'লত তাৰ অন্তঃকৰণগত ৰজোগুণ আৰু তমোগুণ একেবাৰে অভিভূত হৈ যায়, তাৰ কোনো কাৰ্য্যই নাথাকে। তেতিয়া অন্তঃকৰণ কেৱল শুদ্ধ সত্ত্বময়, অতি স্বচ্ছ, অতি নিৰ্ম্মল, সম্পূৰ্ণ দ্ৰৱভাৱাপন্ন, তাত প্ৰতিবিম্বিত ভগৱদ্‌ৰূপেৰে ব্যাপ্ত আৰু প্ৰকাশিত হৈয়ে থাকে। গতিকে তাত প্ৰতিবিম্বিত চৈতন্য পুৰুষো স্বৰূপস্থ সচ্চিদানন্দৰূপেই সমুদ্ৰাভিমুখে প্ৰৱাহিত, অবাধিত, গঙ্গা-প্ৰৱাহৰ দৰে বিশ্বচৈতন্য বা ভগৱন্তৰ পিনেহে বৈ যাব ধৰে।

নিৰ্গুণ-ভক্তি

তেতিয়া মায়াৰ আৱৰণ আৰু বিক্ষেপৰূপ কাৰ্য্য নাথাকে। কিন্তু শুদ্ধসত্ত্বময়, ভগৱদাকাৰে আকাৰিত, দ্ৰৱীভাৱাপন্ন, মায়িক অন্তঃকৰণবৃত্তি থাকে। এয়ে একশৰণতালাভ, ইয়াকে আমি নিৰ্গুণা-ভক্তি বুলিছোঁ। এই ভক্তি উদয় হোৱাৰ লগে লগে পুৰুষ জীৱন্মুক্ত হয়।

জীৱন মুক্তি

বিষ্ণুময় দেখে যিটো সমস্ত জগতে।
জীৱন্তে মুকুত হোৱে আচিৰ কালতে॥

[ কীঃ ১৮২৪ ]

ইয়াৰ পৰবৰ্ত্তী অদ্বৈতভাৱপ্ৰাপ্তি বা লয়মুক্তিতকৈ এই বৃত্তিত অধিক আনন্দৰ স্ফুৰণ হয়; গতিকে ভক্ত-সকলে মুক্তিক উপেক্ষা কৰিও এই ভক্তিসুখৰ বাঞ্ছা কৰে।

মোক্ষতকৈ ভক্তিসুখৰ আধিক্য

"নলাগে লীন মুকুতিকো তথা।
নাহি হৰি পাদ পঙ্কজ যথা॥"

[ কীঃ ১১৪ ]

"নমাগোহো সুখ ভোগ নলাগে মুকুতি।
তোমাৰ চৰণে মাত্ৰ থাকোক ভকতি॥"

[ তথা ৫২৩ ]

"মোক্ষতো অভিলাষ নাহি হৰি।
তোমাৰ চৰণ বেণুক এৰি॥"

[ তথা ৭৯২ ]

"নাৰদ সনতকুমাৰ অনন্ত শুকমুনি আদি কৰি।
মুকুতি সুখক ঠেলি ৰাম নাম সদাই ফুৰে সুমৰি॥"

[ নাঃ ঘোঃ ৩৫৩ ]

ভক্ত্যাত্মক বৃত্তিৰ স্থায়িত্ব

যিসকলে অদ্বৈত জ্ঞান লাভ কৰি মুক্ত হৈ ঈশ্বৰস্বৰূপ-প্ৰাপ্ত হৈছে সেই সকলেও স্বেচ্ছাই লীলা বিগ্ৰহ বা মায়িক ৰূপ ধাৰণ কৰি এই ভক্তিৰূপ বৃত্তি লৈ পৰম আনন্দ-ৰসৰ মাজত মগ্ন হৈ থাকে। তেওঁবিলাক মুক্ত, ঈশ্বৰৰ স্বৰূপ প্ৰাপ্ত হৈছে যদিও সেই ঐশ্বৰ্য্য-শক্তিৰ দ্বাৰায়ে লীলা বিগ্ৰহ বা মায়িক দেহ গ্ৰহণ কৰি এই ভক্ত্যাত্মক অন্তঃকৰণ বৃত্তিক উপশান্ত হব নিদিয়াকৈ ৰক্ষা কৰিব পাৰে। ভগবদ্ ভক্তৰ পক্ষে ভগৱানেই ভক্তৰ সুখৰ অৰ্থে এই বৃত্তি চিৰস্থায়ী কৰি ৰাখিব পাৰে। গতিকে অদ্বৈতজ্ঞানবাদী সকলে যে চৰম বৃত্তিটো আপোনা আপুনি নষ্ট নোহোৱাকৈ নাথাকে বুলি

কয়, তাৰ লগত বিৰোধ নঘটিল; অৰ্থাৎ যিজনে ভক্তিৰ পথ লোৱা নাই বা যিজন ভক্তিৰ অনধিকাৰীয়ে জ্ঞানকে চৰম কাম্য বুলি ভাবি জ্ঞান লাভৰ কাৰণেহে ভক্তি কৰিছে তেনে লোকৰ পক্ষে চৰম বৃত্তিয়ে অন্যান্য সমস্তক দহি নিজেও দগ্ধ বা উপশান্ত হৈ যায়। তেনে লোকক লক্ষ্য কৰি কোৱা হৈছে—

'যিটো ভুঞ্জি নিজ কৰ্ম্মৰ বিপাক তোমাৰ কৃপাক চায়ে।
কায়বাক্য-মনে তোমাকেসে সেৱে সেইসে মোক্ষক পায়ে॥"
[ ১০ম ৪৯৪ ]

কিন্তু ভক্তৰ পক্ষে ভগৱানৰ কৃপাতে ভক্ত্যাত্মক বৃত্তিয়ে আন বিলাকক হে দহি পেলায়। নিজে ভগৱানক আকোৱালি ধৰি অদগ্ধভাৱেই থাকি যাব পাৰে। এই ভক্তিৰ মাজতে অদ্বৈতজ্ঞান আছে গতিকে ভক্তৰ পক্ষে মোক্ষ লাভ হৈয়ে আছে; সেই মোক্ষ তেওঁবিলাকৰ কাম্য নহয় গতিকে আত্যন্তিকভাৱে লয়প্ৰাপ্ত হৈ নাযায়। জ্ঞানী-সকল ইয়াতেই ব্ৰহ্মত বিলীন হৈ যায়।

"যিটোজন যায় মাধৱৰ নাম ধৰি।
পাছে পাছে ফুৰে দেৱ-দেৱী স্তুতি কৰি॥
মূৰ্ত্তিমন্ত হুয়া পাঞ্চ প্ৰকাৰ মুকুতি।
মোক লৈয়ো বাপ বুলি কৰন্ত কাকুতি॥"
[ ১১শ স্ক: ১৯৩১৬ ]

সগুণভক্তি সাধন আৰু নিৰ্গুণভক্তি সাধ্য, ফলস্বৰূপ অৰ্থাৎ সগুণভক্তিৰ দ্বাৰাই নিৰ্গুণভক্তি অভিব্যক্ত হয়। ভক্তি ৰত্নাকৰত নিম্নলিখিত শ্লোকত এই কথাকে কোৱা হৈছে। যেনে—

সাধ্যভক্তি আৰু সাধন ভক্তি

স্মৰন্তঃ স্মাৰয়ন্তশ্চ মিথোঘৌঘহৰং হৰিম্।
ভক্ত্যা সঞ্জাতয়া ভক্ত্যা বিভ্ৰত্যুৎপুলকাংতনুম্॥
[ ভঃ ৰঃ ১৷৪৷৪ ধৃত ভাঃ ১১৷৩৷৩২ ]

ইয়াত প্ৰথম প্ৰযুক্ত "ভক্ত্যা" মানে সাধন ভক্তি; পৰপ্ৰযুক্ত "ভক্ত্যা" এই পদৰ অৰ্থ সাধ্য ভক্তি বুলি উল্লেখ কৰা হৈছে।

" ভক্ত্যা=সাধন ভক্ত্যা সঞ্জাতয়া প্ৰেমলক্ষণয়া ভক্ত্যা "
( টীকা )

চিত্তৰ দ্ৰৱভাৱটো নিৰবচ্ছিন্ন হলে ইয়াকে প্ৰেম ভক্তি বোলা হয়। " বাগ্ গদ্‌গদা দ্ৰৱতে যস্য চিত্তম্" ইত্যাদি শ্লোকৰ দ্বাৰা ইয়াকে নিৰূপণ কৰা হৈছে। ভক্তি শব্দই কৰণ ব্যুৎপত্তিৰ দ্বাৰা সাধন ভক্তি আৰু ভাৱ ব্যুৎপত্তিৰ দ্বাৰা সাধ্যভক্তিক বুজাব পাৰে। সাধ্যাভক্তিতে অনবৰত ভগৱত্তত্ত্বৰ স্ফুৰণ হৈ থাকে।

"মোক লাগি প্ৰেম উপজিল যাৰ মনে।
নেৰো সখি তাহাৰ হৃদয় সৰ্ব্বক্ষণে॥
[ ১১শ স্কঃ ১৯২৯০ ]

এই অৱস্থাত ভগৱদ্‌ৰতি ৰসত্বপ্ৰাপ্ত হয় গতিকে মুক্তিত কৰিও ইয়াত আনন্দ অধিক। ইয়াকে, বৈষ্ণৱ সকলে "ৰসময়ী ভকতি", "ভক্তিৰস" ইত্যাদি শব্দৰ দ্বাৰা কৈছে।

ইয়াতে আপত্তি এই যে, ব্ৰহ্মজ্ঞানতোতো অন্তঃকৰণৰ ভগৱদাকাৰতাপ্ৰাপ্তি হয়, গতিকে অদ্বৈতভাৱে ভগৱানৰ তান তাতো

থাকে ; তেন্তে ভক্তিৰ লগত জ্ঞানৰ পাৰ্থক্য কি হ'ল ?

ব্ৰহ্মবিদ্যা আৰু ভক্তিৰ বিলক্ষণতা

ইয়াৰ উত্তৰ এই—ভক্তিত চিত্তৰ দ্ৰৱভাৱ থাকে, জ্ঞানত নাথাকে। গতিকে ভগৱদাকাৰে আকাৰিত দ্ৰৱীভাৱ-প্ৰাপ্ত অন্তঃকৰণবৃত্তিয়ে ভক্তি, ভগৱদাকাৰে আকাৰিত দ্ৰৱীভাৱ অপ্ৰাপ্ত অন্তঃকৰণ বৃত্তিয়ে জ্ঞান। ভগৱদ্ভক্তিৰ সাক্ষাৎ ফল ভগৱৎ প্ৰেমাত্মিকা নিৰ্গুণাভক্তি ; জ্ঞানৰ সাক্ষাৎ ফল অদ্বৈত-ভাৱপ্ৰাপ্তি। ভক্তিৰ অধিকাৰী, সকলো মানুহ মাত্ৰেই ; জ্ঞানৰ অধিকাৰী সাধনচতুষ্টয় (১) সম্পন্ন লোকহে। ভক্তিৰ সাধন ভগৱানৰ গুণকৰ্ম্মাদিসম্বলিত ভাগৱত আদি শাস্ত্ৰ-বাক্য ; জ্ঞানৰ সাধন "তত্ত্বমস্যাদি"—বেদবাক্য। এই স্বৰূপ ফল অধিকাৰী আৰু সাধন, ভিন্ন হেতুকে ভক্তি আৰু জ্ঞান একে বস্তু নহয়। সেইবুলি ভক্তি আৰু জ্ঞান পৰস্পৰে বিৰোধী নহয়।

আনপিনেদি ভক্তিক আৰু তিনি প্ৰকাৰে ভাগ কৰা দেখা

অন্তৰঙ্গা ভক্তি

গৈছে — যেনে অন্তৰঙ্গা ভক্তি, উত্তমভক্তি আৰু সপ্ৰেম ভক্তি।

---

(১) ১। নিত্যানিত্য বস্তু বিবেকঃ (কোন নিত্য কোন অনিত্য বস্তু তাৰ বিবেচনা)।

২। ইহামূত্ৰফলভোগবিৰাগঃ (ঐহিক পাৰলৌকিক ভোগৰ প্ৰতি বৈৰাগ্য)।

৩। শমদমাদিসম্পত্তিঃ (শম, দম, উপৰতি, তিতিক্ষা, সমাধান আৰু শ্ৰদ্ধা এই ছ'টা গুণৰ লাভ)।

৪। মুমুক্ষত্বম্ (মুক্তি কামনা) ; এই চাৰিটাক সাধন চতুষ্টয় বোলা হয়। এই চাৰিটা সাধন যাতে আছে সেয়ে ব্ৰহ্মবিদ্যা বা ব্ৰহ্মজ্ঞানৰ অধিকাৰী।

অন্তৰঙ্গা ভক্তিত জগৎপ্ৰপঞ্চ সত্যৰূপে প্ৰকাশ হয়; কিন্তু সমস্ততে বাসুদেৱ বা বিষ্ণুবুদ্ধি হয়, গতিকে ভক্তই সমস্তকে বাসুদেৱ বুলি পুজা কৰে, প্ৰণাম কৰে আৰু সেৱা কৰে।

উত্তম ভক্তিত ভগৱদ্‌ভিন্ন সমস্ত বস্তুই মিচা বা অলীক বুলি প্ৰতীত হয় কেৱল সচ্চিদানন্দৰূপ ভগৱান পৰমাত্মাতে দেহ, মন, ইন্দ্ৰিয় আদি সমৰ্পিত হৈ ব্যাপৃত থাকে।

উত্তম ভক্তি

সপ্ৰেম ভক্তিত জগৎপ্ৰপঞ্চৰ মিছা বা সত্য কোনো প্ৰকাৰেই প্ৰকাশ নাথাকে কেৱল সচ্চিদানন্দ ভগৱত্তত্ত্বৰহে প্ৰকাশ হৈ থাকে।

সপ্ৰেম ভক্তি

এই তিনি বিধ ভক্তি সাময়িকভাৱে উদয় হোৱা অৱস্থাত সগুণা-ভক্তিয়ে হৈ থাকিব। নিৰৱচ্ছিন্ন নিঃসীম অৱস্থাপ্ৰাপ্ত হলে নিৰ্গুণাৰ ভিতৰত পৰিব।

সাধন-ভক্তিৰ অনুষ্ঠান আৰম্ভ হোৱাৰ পাচত তাৰ মধ্যম অৱস্থাৰ পূৰ্ব্বৰ অৱস্থাৰ ভক্তক প্ৰাকৃত ভকত বোলে।

প্ৰাকৃত ভকত

সাধন-ভক্তিৰ মধ্য অৱস্থাৰ পাচৰ অৱস্থাৰ ভকতক মধ্যম ভকত বোলা হয় আৰু সাধ্য-ভক্তি প্ৰাপ্ত হলে তেওঁক উত্তম ভকত, প্ৰধান ভকত, মহাভকত, পৰমভকত, একান্ত ভকত, উত্তম ভাগৱত, মহাভাগৱত, পৰমভাগৱত এইবিলাক শব্দেৰে কোৱা হয়।

মধ্যম আৰু উত্তম ভকত

নিৰ্গুণা-ভক্তিয়ে কেতিয়াও বিষ্ণুতত্ত্বক বাদ দিব নোৱাৰে

গতিকে সেই ভক্তি ব্যভিচাৰিণী হোৱাৰ কোনো আশঙ্কা নাই।

অব্যভিচাৰিণী ভক্তিয়েহে ভক্তি : সগুণা-ভক্তিয়ে কেতিয়াবা যদি কোনো অৱস্থাত বিষ্ণু বা পৰম উপাস্যৰূপে গৃহীত তত্বটিক বাদ দি তদ্ভিন্ন আন দেৱতা বা তত্বত আবিষ্ট হয় তেন্তে সেই ভক্তি ব্যভিচাৰিণী হয়, এই কথা আগেয়ে কোৱা হৈছে। সেই ভক্তি সাধ্যা বা নিৰ্গুণা ভক্তিৰ উপযোগী নহয় হেতুকে আচল ভক্তি নহয়, ভক্তিৰ আভাসহে। গতিকে যি ভক্তিয়ে বিষ্ণুতত্বক বাদ নিদিয়াকৈ চলি থাকে সেই অব্যভিচাৰিণী বা অনন্যভক্তিযেহে ভক্তি। তেনে ভক্তিৰ পৰাহে আমাৰ নিৰ্গুণ ভক্তি জন্মিব পাৰে। অব্যভিচাৰিণী ভক্তিত আন দেৱতা বা আন ধৰ্ম্মৰ নিন্দাৰ স্থান (অৱসৰ) নাই (১)। যি কোনো প্ৰাণী, আন দেৱতা বা ধৰ্ম্মক নিন্দা বা দ্বেষ কৰিলেও ভক্তিৰ অব্যভিচাৰিত্ব ক্ষুণ্ণ হয়—

"পৰৰ ধৰ্ম্মক নিহিংসিবা কদাচিত।
কৰিবা ভূতক দয়া সকৰুণ চিত্ত॥" (১)

[ ভঃ প্ৰঃ ১৪২ ]

"নকৰিবা নিন্দা আন পন্থী সমস্তক।
যোগৰ ফলৰ অৰ্থে তেজিবা কৰ্ম্মক॥

---

(১) অহিংসয়া পৰমহংসচৰ্য্যয়া স্মৃত্যা মুকুন্দচৰিতাগ্ৰ্যসীধুনা।
যমৈৰকামৈৰ্নিয়মৈৰনিন্দয়া নিৰীহয়া দ্বন্দ্বতিতিক্ষয়া চ॥

[ ভঃ ৰঃ ধৃত ভাঃ ৪।২২।২৪ ]

× × ×

"মাৰ্গান্তৰবক্তানিন্দয়েতি" শ্ৰীধৰস্বামি শ্ৰীশঙ্কৰৌ।

আত্মযোগ নিষ্ঠা হৈবো কামনা এড়িব।
শীত উষ্ণ আদি যত দুঃখক সহিব ॥

[ভঃ ৰঃ পঃ ৯।৬৩—৬৪]

"অবজ্ঞা উপেক্ষা দ্বেষ নিন্দাক এৰিবা।
কলিত যিমান পাৰা কৃষ্ণক পূজিবা॥"

[ভক্তিবিবেক পদ ৬৭০]

"আত্মাৰূপে মই প্ৰাণীত আছওঁ তাবাক উপেক্ষা কৰি।
মোক পূজে তাৰ পূজন জানিবা ভস্মত হোমৰ সৰি॥"

[তথা ৬৭৪]

ভট্টদেৱে কৈছে যে "এতেকে মুমুক্ষুসবে ঘোৰৰূপ দেৱতাক এৰি হৰিৰ শান্ত মূৰ্ত্তি অৱতাৰক মাত্ৰ ভজন্ত, আনো দেৱতাকো নিন্দা নকৰন্ত; ৰাজসিক তামসিকজনেসে ধন-সম্পত্তি, পুত্ৰৰ অৰ্থে নানা দেৱতাক ভজে, মোক্ষদাতা পদে বাসুদেৱ ভজনি কহিলোঁ। [কঃ ভাঃ ১।২। পৃঃ ৫]

এতিয়া প্ৰশ্ন হৈছে এই যে — ভক্তি, পুৰুষাৰ্থ চতুষ্টয়ৰ কোনটোৰ ভিতৰত পৰে ?

পৰমভক্ত আৰু জ্ঞানী মধুসূদন সৰস্বতীয়ে কয় যে ভাগৱত-ধৰ্ম্মৰ

ভক্তিৰ পুৰুষাৰ্থতা

সাধ্য হিচাবে ইয়াক ধৰ্ম্ম নামৰ পুৰুষাৰ্থ বুলি কব পাৰি আৰু সংসাৰ-বন্ধন নাথাকে গতিকে মোক্ষ বুলিও কব পাৰি।

গৌড়ীয় বৈষ্ণৱসকলে ইয়াক পঞ্চম পুৰুষাৰ্থ বুলি কয়। অসমীয়া বৈষ্ণৱসকলৰ এই বিষয়ে স্পষ্টভাৱে একো অভিমত পোৱা

নাযায়। কিন্তু শ্ৰৱণ-কীৰ্ত্তনাদি ভক্তিক পৰম ধৰ্ম্ম (১) বুলি তথা নিগুৰ্ণ-ভক্তিত সংসাৰ-বন্ধন নাথাকে, ইয়াত মোক্ষ সুখো পোৱা যায় আৰু ই "মোক্ষতো অধিক" সুখজনক বুলি উল্লেখ কৰা দেখা গৈছে (২)। গতিকে এই বিষয়েও এওঁবিলাকৰ মতৰ অদ্বৈতবাদী ভক্ত মধুসূদন সৰস্বতীৰ লগত মিল আছে বুলি ধৰাটোৱে যুক্তিসঙ্গত যেন পাইছোঁ। সকলো ধৰ্ম্মৰ ভিতৰত ভক্তিশ্ৰেষ্ঠ, গতিকে ই

(১) "ভোগ্য ক্ষয় হোৱৈ কৰ্ম্ম ধৰ্ম্ম মায়াময়।
শ্ৰৱণ কীৰ্ত্তন ধৰ্ম্ম পৰম অক্ষয়॥ [ ১১শ স্কঃ ২২২ ]
ভকতিত পৰে ধৰ্ম্ম নাহি সংসাৰত।
চাৰিও বেদৰ জানা এহি সাৰ তত্ত্ব॥ [ কীঃ ১০০৮ ]
স এব সৰ্ব্ব-ধৰ্ম্মাণাং ধৰ্ম্মোঽধিকতমো মতঃ।
যদ্‌ভক্ত্যা পুণ্ডৰিকাক্ষং স্তবৈৰৰ্চ্চেন্নৰঃ সদা॥
[ ভঃ বিঃ ধৃত গৰুড়পুৰাণ ]

(২) কেৱল কীৰ্ত্তনে সংসাৰ তৰি।
বন্ধ চিণ্ডি হোৱে আপুনি হৰি॥ [ কীঃ ৭৮ ]
"ৰাম নাম যিটো সন্ততে গাৱে।
সেহিসে হাততে মুকুতি পাৱে॥ ( তথা ৭৮ )
মুকুতি ৰসকো স্ৰৱে ভকতি।
তাক এৰি কৰে জ্ঞ নত ৰতি॥" ( তথা ১২৭ )
"মোক্ষতো অধিক ইটো ভকতিৰ সুখ অতি
পৰম আনন্দ নিৰুপম॥"
"ভকতিৰে পুৰুষৰ লিঙ্গ দেহ ভগ্ন কৰে
বিনা যত্নে মুকুতিক পাৱে॥" ( ভঃ ৰঃ পদ ৪৭৬ )

পৰম ধৰ্ম্ম আৰু পূৰ্ব্বোক্ত পাঁচ বিধ মুক্তিৰ ভিতৰত য'ত ভদৰদ্-ভক্তিৰ বিৰতি নহয় সেয়ে সৰ্ব্বাধিক কাম্য গতিকে ই (নিৰ্গুণা-ভক্তি) পৰম মোক্ষ।

তাহাৰ চৰিত্ৰ সুধা সিন্ধু তাত ক্ৰীড়া কৰি দীনবন্ধু
চাৰি পুৰুষাৰ্থ তৃণৰ সম কৰয়।
[ নাঃ ঘোঃ ৬৪০ ]

ভক্তিক চাৰি পুৰুষাৰ্থতকৈ অতিৰিক্ত পঞ্চম পুৰুষাৰ্থ বুলি স্বীকাৰ নকৰিলেও এই পদৰ অৰ্থৰ অসঙ্গতি নঘটে। ইয়াত চাৰি পুৰুষাৰ্থ' শব্দৰ দ্বাৰা ভক্তিৰ সম্পৰ্কহীন প্ৰসিদ্ধ যি চাৰি পুৰুষাৰ্থ, তাকেই কোৱা হৈছে।

---

# সপ্তম অধ্যায়

## কৰ্ম্মবাদ

ভক্তিবাদী সকলৰ পক্ষে কৰ্ম্মবাদৰ স্থান কেনেকুৱা তাৰে অনুসন্ধান কৰা য'ক।

বেদ যে জননীৰ নিচিনা হিতাৰ্থী, ঈশ্বৰৰ বাণী সাক্ষাৎ ঈশ্বৰস্বৰূপ এই কথা আগেযে কোৱা হৈছে। বেদেই যাগ-যজ্ঞাদি নিত্য-নৈমিত্তিক কাম্য কৰ্ম্মবোৰৰ উপদেশ দিছে। হিতাৰ্থী লোকে কেতিয়াও অনৰ্থৰ উপদেশ নিদিয়ে গতিকে বেদে আচৰণ কৰিবলৈ উপদেশ দিছে যেতিয়া সি (কৰ্ম্মানুষ্ঠান) কেৱল সংসাৰ-বন্ধনৰূপ অনৰ্থৰ হেতু হব নোৱাৰে। আৰু এটা কথা এই যে ভক্তি যে, মোক্ষৰ হেতু আৰু স্বয়ং পৰম মোক্ষস্বৰূপ পৰমানন্দময় সেইটোও বেদোপদিষ্ট বুলিহে বৈষ্ণৱ-সকলে মানে। যদি বেদোপবিষ্ট কৰ্ম্মবাদ মিছা বা অপ্ৰামাণিক হয় তেন্তে সেই দৃষ্টান্তৰ দ্বাৰাই বেদোক্ত জ্ঞানবাদ আৰু ভক্তিবাদৰো মিথ্যাত্ব বা অপ্ৰামাণিকত্ব সিদ্ধ হৈ পৰিব। গতিকে বেদে কৰ্ত্তব্য বুলি উপদেশ দিছে যেতিয়া সি নিশ্চয় যি কোনো প্ৰকাৰে সাক্ষাতে হ'ক বা পৰম্পৰাই হ'ক ভক্তি বা মুক্তিৰ উপযোগী হব লাগিব। নহলে বেদৰ সেই উপদেশবিলাক নিৰৰ্থক বা অনৰ্থক হৈ পৰে।

কৰ্ম্মবাদৰ উপযোগিতা

এই বিষয়ে ভক্তিবাদীসকলৰ বক্তব্য এই—ৱেদ জননীৰ নিচিনা গতিকে কেতিয়াও কাৰো প্ৰতিয়ে ৱেদে মিছা বা অকল্যাণৰ, উপদেশ নিদিয়ে। ভগৱদ্‌ভক্তিয়ে ৱেদৰ সাৰ-মৰ্ম্ম ; যি কোনো প্ৰকাৰে, লোভত পেলাই হলেও মানুহক ভগৱদ্‌ভক্তিপ্ৰৱণ কৰি তোলাটোৱে ৱেদৰ তাৎপৰ্য্যাৰ্থ। জন্ম জন্মান্তৰৰ প্ৰাকৃত কৰ্ম্মবাসনাবদ্ধ জীৱ সৰ্ব্বদাই বিষয় লালসাত মুগ্ধ হৈ ঈশ্বৰ-বিমুখ হৈ থাকে। ভক্তি-পথত তাৰ ৰুচি নাই ; গতিকে পোনপতীয়াকৈ "ভক্তি কৰা ভক্তি কৰা" বুলি উপদেশ দিলেও তাৰ দ্বাৰা মানুহৰ ভক্তিত প্ৰবৃত্তি হব নোৱাৰে। সেই কাৰণে শ্ৰুতিয়ে প্ৰাণীৰ ৰুচিসঙ্গত স্বৰ্গ, পুত্ৰ, পশু আদি কামনা-বিষয়ৰ লোভ দেখুৱাই ৱৈদিক কৰ্ম্মৰ অনুষ্ঠানত প্ৰবৃত্ত কৰে ; যিদৰে পিতৃ-মাতৃয়ে অবোধ শিশুক মিছিৰিৰ লোভ দেখুৱাই ঔষধ খুৱায়! তাৰ তেনে ঔষধ সেৱনৰ ফলত মিছিৰিও পায় আৰু ৰোগৰো উপশম হয়। সেইদৰে ৱৈদিক কাম্যকৰ্ম্ম অনুষ্ঠানৰ পৰাও সেই কাম্য ফল লাভ আৰু লগে লগে মনৰ ভক্তিবিৰোধী বাসনাৰ ক্ষয় হয়। সেই কাম্যকৰ্ম্মৰ পৰা যি পুণ্য হয় তাৰ পৰা স্বৰ্গাদি ভোগো হয়, তাতকৈ অধিক সুখলাভৰ আকাঙ্ক্ষা বাঢ়ে, লাহে লাহে স্বৰ্গ-সুখকো তুচ্ছজ্ঞান কৰিব পৰা হয়। সুখ যে ভগৱানৰ স্বৰূপ এই কথা আগেয়ে কোৱা হৈছে। গতিকে নিৰতিশয় সুখাকাঙ্ক্ষা আৰু ভগৱৎপ্ৰাপ্তিৰ আকাঙ্ক্ষা ফলতঃ একেই কথা। অজ্ঞানৰ আৱৰণেহে তাক বেলেগ-ভাৱে প্ৰতীত কৰাই আছে। যেতিয়া তাৰ নিৰতিশয় পৰমানন্দ ভোগৰ আকাঙ্ক্ষাটো তীব্ৰ হৈ উঠিব সেই সময়তে ৱেদৰ ভগৱদ্‌ভক্তিৰ

কাম্য-কৰ্ম্মৰ ভক্তি হেতুতা

উপদেশ সাৰ্থক হব; অৰ্থাৎ ৱেদে যে স্বৰ্গাদি সুখকো অনিত্য, তুচ্ছ আৰু দুঃখান্ত বুলি কৈ ভগৱদ্‌ভক্তি বা ভগৱত্তত্ত্বক পৰমানন্দময় নিৰতিশয় উচ্চ নিত্য সুখৰ আকৰ বুলি কৈছে সেই কথা, তেতিয়া তাৰ মনত লাগিব; স্বৰ্গাদিৰ সাধন কাম্যকৰ্ম্মত অৰুচি আৰু মোক্ষ বা ভক্তিৰ সাধন শ্ৰৱণ-কীৰ্ত্তনাদিত ৰুচি হব আৰু ৱেদৰ উপদেশ অনুসাৰে কাম্যকৰ্ম্ম বাদ দি শ্ৰৱণ–কীৰ্ত্তনাদি ভাগৱতধৰ্ম্ম-অনুষ্ঠানত প্ৰবৃত্ত হব। এইদৰে কাম্যকৰ্ম্মবিলাক ভগৱদ্‌ভক্তিত ৰুচিৰ উৎপাদক হিচাবে পৰম্পৰাৰূপে তদুপযোগী হয়। সেই কাৰণেই ৱেদত ইয়াৰ উপদেশ দিয়া হৈছে। তদুপৰি এই কাম্যকৰ্ম্মবিলাক ভগৱানৰে পুজাবিশেষ, গতিকে নিষ্কামভাৱে অনুষ্ঠিত আৰু ভগৱানত সমৰ্পিত হলে সেয়ে প্ৰাণীৰ বিষয়াসক্তি কমাই দি ভগৱদ্‌ভক্তি জন্মায়। ইয়াকে ১১শ স্কন্ধত কোৱা হৈছে—

"যিমত গহন কৰ্ম্ম শুনা পৰিচ্ছেদ।
শিক্ষা দেই মূঢ়ক পৰোক্ষবাদে ৱেদ॥
স্বৰ্গ সুখ আদি লোভ লগাই প্ৰথমত।
প্ৰৱৰ্ত্তান্ত অজ্ঞানীক সকাম কৰ্ম্মত॥
ভুঞ্জিবো নিৰ্দ্দিষ্ট সুখ লভিয়া স্বৰ্গক।
হেনয় কামনা কৰি অৰ্চ্চে ঈশ্বৰক॥
বাঢ়ে প্ৰীতি ৱেদৰ শুনিয়া ফলশ্ৰুতি।
পাচে সেহি কৰ্ম্মে তাৰ সাধিবে মুকুতি॥
যেন পিতৃ শিশুক লাড়ু লোভ দেখাৱয়।
তাক পাইবো বুলি শিশু ঔষধ পিৱয়॥

পাচে খণ্ড লাড়ুৱে গৰ্ভৰো ৰোগ হৰে।
সেহিমতে অজ্ঞানী ৱেদৰ শিক্ষা ধৰে॥

পাচে ৱেদে বোলে এৰা ইসব কামনা।
নিষ্কামে কৰিবা এক কৃষ্ণত অৰ্পণা॥

সেহি কৰ্ম্মে কৰে বিষয়ত ৰিৰকতি।
উপজাইবে মাধৱত পৰম ভকতি॥

(নিঃ নঃ ২১১-২১৪)

নিত্য-নৈমিত্তিক কৰ্ম্মৰ ভক্ত্যুপযোগিত্ব

এই গ'ল কাম্য-কৰ্ম্মৰ কথা। ৱেদবিহিত নিত্য আৰু নৈমিত্তিক কৰ্ম্মবিলাক নকৰিলে পাপ হয় গতিকে মনত দুৰ্ব্বাসনা জন্মে। তাৰ পৰা প্ৰাণীৰ অন্তঃকৰণত ভগৱদ্‌ভক্তিৰ স্ফুৰণ হব নোৱাৰে। নিত্য-নৈমিত্তিক কৰ্ম্মৰ আন এটা ফল এই যে, তাৰ দ্বাৰা পূৰ্ব্ব সঞ্চিত বিষয় বাসনা অপসাৰিত হয়; বিষয় বাসনাহীন অন্তঃকৰণতহে ভগৱদ্‌ভক্তিৰ অভিব্যক্তি হব পাৰে। সেই কাৰণে ভগৱদ্‌ভক্তি লাভৰ অভিলাষী বা ভক্তয়ো নিত্য-নৈমিত্তিক কৰ্ম্ম নকৰাকৈ থাকিব নোৱাৰে।

নিত্যং নৈমিত্তিকঞ্চৈৱ তথাৱশ্যকমেৱ চ।
গৃহাশ্ৰমী বিষ্ণুভক্তঃ কুৰ্য্যাৎ কৃষ্ণং ধিয়া স্মৰন্॥

(ভং বিঃ ধৃত সাত্বততন্ত্ৰ)

মোক্ষাৰ্থী ন প্ৰৱৰ্ত্তেত তত্ৰ কাম্য নিষিদ্ধয়োঃ।
নিত্য-নৈমিত্তিকে কুৰ্য্যাৎ প্ৰত্যবায়জিহাসয়া॥

(ভঃ ৰিঃ ধৃত বামনপুৰাণ)

যতঃ প্ৰবৃত্তিৰ্ভূতানাং যেন সৰ্ব্বমিদংততম্।
স্বকৰ্ম্মণা তমভ্যৰ্চ্চ্য সিদ্ধিং বিন্দতি মানৱঃ॥
(ভঃ বিঃ ধৃত গীঃ ১৮।৪৬)

ৱেদ-প্ৰণিহিতো ধৰ্ম্মঃ ধৰ্ম্মৈস্তুষ্যতি কেশৱঃ।
তস্মাদ্ধৰ্ম্মপৰা যান্তি তদ্বিষ্ণোঃ পৰমং পদম্॥
(ভঃ বিঃ ধৃত)

নিত্য—নৈমিত্তিক আৰু কাম্য এই সকলো কৰ্ম্মৰে যে মুখ্য ফল হৰি-কথাত ৰতি আৰু হৰি-কথাত একান্ত ৰতি হলেহে বৈধ-কৰ্ম্মত্যাগ সম্ভৱপৰ এই কথা "ভক্তিৰত্নাৱলীতো স্পষ্টকৈ কোৱা হৈছে।

যাহাৰ ভোগত নতু হোৱে বিৰকতি।
স্বৰ্গাদিৰ অৰ্থে কৰ্ম্ম কৰিবে সম্প্ৰতি॥
ইন্দ্ৰিয়ৰ ভোগে বিৰকতি ভৈলা যাৰ।
নিত্য-নৈমিত্তিক কৰিবাক লাগে তাৰ॥
ভৈল যাৰ শ্ৰদ্ধা মোৰ কথা শ্ৰৱণত।
নিত্য-নৈমিত্তিক আদি কৰি কৰ্ম্ম যত॥
কথাৰ বিৰোধী জানি ত্যজয় সকল।
সমস্ত কৰ্ম্মৰে কথা শ্ৰৱণেসে ফল॥
(ৰত্নাঃ)

ৱেদে, যেনে অৱস্থাৰ যি মানুহৰ কৰ্ত্তব্যৰূপে যি কৰ্ম্মৰ বিধান দিছে সেই অধিকাৰ থকা ব্যক্তিয়ে সেই কৰ্ম্ম অৱশ্যে কৰিব লাগিব; নকৰিলে বিকৰ্ম্মপাপে চুব আৰু ভগৱানৰ আদেশ অৱমাননা কৰাৰ কাৰণে ভগৱদ্দ্বেষী

নিত্যাদি কৰ্ম্ম অৱশ্য কৰ্ত্তব্য

বুলি পৰিগণিত হ'ব, তেনে মানুহে ভগৱানত ভক্তি কৰিলেও তেওঁক বিষ্ণুৱে ভক্ত বুলি গ্ৰহণ নকৰে. সি ভক্তিৰ অধিকাৰী নহয়, ভগৱানে তাক কৃপা নকৰে। নিম্নোদ্ধৃত শ্লোক আৰু পদত ইয়াকে কোৱা হৈছে।

নাচৰেদ্ যস্তু ৱেদোক্তং স্বয়মজ্ঞোঽজিতেন্দ্ৰিয়ঃ।
বিকৰ্ম্মণা হ্যধৰ্ম্মেণ মৃত্যোৰ্ম্মৃত্যুমুপৈতি সঃ॥

( ভঃ বি৽ ধৃত ভাঃ ১১।৩।৪৫ )

পৰম অজ্ঞানী হয় যিটো দুষ্ট চিত্ত।
ইসব নকৰে কৰ্ম্ম ৱেদৰ বিহিত॥
যাইবে সিটো বিকৰ্ম্ম পাপতে অধোগতি।
মৰি মৰি উপজিবে যাতনাক প্ৰতি॥

( নিঃ নঃ ২১৫ )

হৰিৰ কথাত শ্ৰদ্ধা নতু মিলিছয় যাৰ
ভাৰ্য্যা পুত্ৰ মমতা আছয়।
তাৰ সৰ্ব্ব ধৰ্ম্ম ত্যাগ কৰিলে যি দোষ হয়
অগ্নিহোত্ৰ সিদ্ধে তাক কয়॥
ইন্দ্ৰিয়ৰ ভোগ ইচ্ছা থাকিতে দেৱৰ কৰ্ম্ম
এৰে যিটো অজ্ঞানী পৰম।
ধৰ্ম্মভ্ৰষ্ট পাপে সিটো পুনু পুনু উপজয়
সংসাৰে থাকয় নৰাধম॥

ভক্তিবিবেক পদ ২০৩

শ্রুতিঃস্মৃতির্মমৈবাজ্ঞে য উল্লঙ্ঘ্য প্ৰৱৰ্ত্ততে।
আজ্ঞাচ্ছেদী মমদ্ৰোহী মদ্‌ভক্তোঽপি ন বৈষ্ণৱঃ॥
[ ভঃ বিঃ ধৃত বৃহদ্বামনপুৰাণ ]

মাধৱে বোলন্ত শ্ৰুতিস্মৃতি মোৰ আজ্ঞাবাণী জানা নিষ্ট
তাক উলঙ্ঘিয়া যিটোজন প্ৰৱৰ্ত্তয়।
ভৈলা সিটো মোৰ আজ্ঞাচ্ছেদী মোক দ্বেষ কৰিলেক আতি
ভক্ত হন্তো বৈষ্ণৱ সিটো নোহয়॥
[ নাঃ ঘোঃ ]

বৃহদ্বামন যিটো পুৰাণে বামনে কন্ত
ৱেদৰ বিহিত ধৰ্ম্ম চয়।
মন্বাদি বিহিত ধৰ্ম্মো মোহোৰেসে আজ্ঞা জানা
আক যিটোজনে নকৰয়॥
আজ্ঞাচ্ছেদী মোৰ দ্ৰোহী মোত ভক্তি কৰিলেও
কদাচিতো সিটো মোৰ নয়।
এহি আজ্ঞা মনে ধৰি গৃহাশ্ৰমী ভক্ত সবে
বিহিত স্বধৰ্ম্ম আচৰয়॥
[ ভক্তি বিঃ পদ ২০৪]

ৱেদৰ বিহিত কৰ্ম্মৰ আচৰণ নকৰাটোকে 'বিকৰ্ম্ম' বোলে।
ৱেদে যাক বিহিয়াছে তাকে বুলি কৰ্ম্ম।
ৱেদে যাক নিষেধিছে সেহিটো অকৰ্ম্ম॥
বিহিত নাচৰি হয় বিকৰ্ম্ম পাতেক।
এহি তিনি বিধ কৈলো তোমাত প্ৰত্যেক॥

বিকৰ্ম্ম অকৰ্ম্ম কৰ্ম্ম এহিতো ত্ৰিতয়।
ৱেদবেসে মত জানা লৌকিক নহয়॥
[ নিঃ নঃ ২০৭-২০৮ ]

নিষ্কামভাৱে বিষ্ণুত অৰ্পণ কৰি যি কৰ্ম্ম কৰা হয় সেই কৰ্ম্মই সাত্বিক কৰ্ম্ম। তাৰ দ্বাৰা ভগৱদ্‌ভক্তি আৰু কৰ্ম্মবাসনা-নিবৃত্তি ঘটে।

হেন জানি নিয়মিবা আপোনাৰ চিত্ত।
কৰিবা সাত্বিক কৰ্ম্ম ৱেদৰ বিহিত॥
ছাৰিয়া কামনা কৰি অৰ্পণা ঈশ্বৰে।
পাইবেক পৰম সিদ্ধি তেৱে সিটো নৰে॥
সেই কৰ্ম্মে কৰে জানা কৰ্ম্ম নিৱাৰণ।
ফল শ্ৰুতি মানে হোৱে ৰুচিৰ কাৰণ॥
( নিঃ নঃ ২১৬—২১৭ )

বৰ্ণাশ্ৰম ধৰ্ম্ম, অধিকাৰ অনুসাৰে যথাযথভাৱে আচৰণ কৰিব লাগে। ভক্তৰ পক্ষেও শাস্ত্ৰবিধি পৰিত্যাগ কৰা উচিত নহয়। ৱেদ-পথ-ভ্ৰষ্ট ব্যক্তিক পাষণ্ড বোলা হয় (১)। গতিকে তেওঁ ভগৱানৰ আৰু

---

(১) পালনাচ্চ ত্ৰয়ীধৰ্ম্মঃ 'পা' শব্দেন নিগদ্যতে।
তাং খণ্ডয়ন্তি যে যস্মাৎ পাষণ্ডাস্তেন হেতুনা॥
( অমৰ টীকা। পাখণ্ডা ইতি পাঠান্তৰম্ )

শ্ৰুতি স্মৃতি আদি ধৰ্ম্ম শাস্ত্ৰৰ বিহিত।
বৰ্ণাশ্ৰম ধৰ্ম্ম কৰ্ম্ম আদি যথোচিত॥
তেজয় যিজনে তাঙ্ক পাষণ্ডী বোলয়।
লোক সমাজত দিটো গৰ্হিত হোৱয়॥

নামৰ অপৰাধী, তাক নামেও নতৰায়। অপৰাধহীন হলেহে নামৰ কাৰ্য্য হয আৰু ভগৱদ্ ভক্তি হব পাৰে।

বৰ্ণাশ্ৰম ধৰ্ম্ম যত যাৰ যেন বিধি আছে তাতেসে তাহাৰ অধিকাৰ।
হৰিনাম কীৰ্ত্তনত নাহিকে নিয়ম একো এতেকেসে ধৰ্ম্ম মধ্যে সাৰ ॥
[ নাঃ ঘোঃ ১২৩ ]

"শাস্ত্ৰমত এৰি যি কথা কহয় কেৱল পাষণ্ড নয়।
আছোক কৃষ্ণক পাইব কদাচিত নুগুচে সংসাৰ ভয় ॥
অন্ন যোনি কিচু নকৰে বিচাৰ জাতি কুল ভৈল ভ্ৰষ্ট।
বৈষ্ণৱৰ বেশ ধৰিয়া ফুৰয় বেদ পন্থ কৰি নষ্ট ॥"
[ তথা ২৯৫ ]

"শুদ্ধ বা অশুদ্ধ এক নাম বোলে বা শুনে বা মনে স্মৰে
অপৰাধহীন পুৰুষক সত্তে তাৰে।
দেহ ধন জন অৰ্থ লোভে পাষণ্ড বুদ্ধিয়ে যিটো লয়ে
সেহি হৰিনামে তাৰিতে শীঘ্ৰে নপাৰে ॥
( নাঃ ঘোঃ ৬৫৫ )

ব্ৰহ্মসূত্ৰত "অশুদ্ধমিতিচেন্ন শব্দাৎ" [অঃ ৩, পাঃ ১, সূঃ ২৫] এই সূত্ৰত, যি ৰীতিত বৈধহিংসা সমৰ্থন কৰা হৈছে— ভাগৱত আৰু

---

বৰ্ণাশ্ৰম ধৰ্ম্ম শ্ৰুতি স্মৃতিত বিহিত।
আচৰিবা যিটো জনে হুয়া বিমোহিত ॥
গোবিন্দৰ পাৱে সমৰ্পণ নকৰয়।
তাহাকো পাষণ্ডী বুলি জানিবা নিশ্চয় ॥
[ ভক্তিঃ বিঃ পদ ৭৪০—৪১ ]

বৈধ হিংসা

তদনুসাৰী অসমীয়া বৈষ্ণৱ সকলেও সেই ৰীতিতে বৈধ হিংসা সমৰ্থন কৰিছে। ৱেদত যে পশুহিংসা সুৰাপান, স্ত্ৰীসংসৰ্গৰ বিধান আছে সেই বিধিৰ দ্বাৰা পুৰুষক ৰাগ-প্ৰাপ্ত হিংসাদিত প্ৰৱৃত্ত হবলৈ উপদেশ দিয়া নাই; গতিকে এই শাস্ত্ৰ প্ৰৱৃত্তিশাস্ত্ৰ নহয়। ৱেদত বিহিত, সুৰাপান শব্দই সুৰাৰ ঘ্ৰাণক বুজাইছে—তাৰ দ্বাৰা অপবিত্ৰ সুৰাপানৰ ব্যৱস্থা দিয়া হোৱা নাই। ৱেদত যে পশুহিংসা কৰিবৰ কথা কোৱা হৈছে, তাত ভোজনৰ কাৰণে পশুহিংসাৰ ব্যৱস্থা দিয়া নাই, পশুৰ আলভন অৰ্থাৎ দেৱতাৰ উদ্দেশ্যে যজ্ঞত হে হনন কৰিবলৈ কৈছে; তেনে ভাৱে পশুবধক হিংসা নোবোলে আলভনহে বোলে; ৱেদত যে স্ত্ৰীসংসৰ্গৰ কথা কোৱা হৈছে তাত পুত্ৰ লাভৰ অৰ্থে ঋতুকালত ভাৰ্য্যাত উপনীত হোৱাৰ নিয়ম কৰা হৈছে কাম চৰিতাৰ্থৰ কাৰণে যেতিয়াই তেতিয়াই নহয়। গতিকে যিসকলে ভোজন আদিৰ অৰ্থে পশু-হিংসা আদিৰো ৱেদবিহিত বুলি অনুষ্ঠান কৰে সেই বিলাকে বিশুদ্ধ স্বধৰ্ম্ম নাজানে। ইয়াকে ভাগৱতৰ শ্লোক শ্ৰীধৰস্বামীৰ টীকা আৰু শ্ৰীশঙ্কৰৰ পদত কোৱা হৈছে—

"যদ্ঘ্ৰাণভক্ষো বিহিতঃ সুৰায়াস্তথা পশোৰালভনং ন হিংসা।
এৱং ব্যৱায়ঃ প্ৰজয়া ন ৰত্যৈ ইমং বিশুদ্ধং ন বিদুঃ স্বধৰ্ম্মম্॥

[ ভাঃ ১১।৫।১৩ ]

ভাৱাৰ্থদীপিকা—" কিঞ্চ ব্যৱস্থয়াপি ব্যৱায়াদ্যভ্যনুজ্ঞানং ন যথেষ্টম্, অপিত্বন্যথৈৱেত্যাহ যদিতি। যস্মাৎ সুৰায়াঃ ঘ্ৰাণং ভক্ষঃ অৱঘ্ৰাণং স এৱ বিহিতঃ ন পানম্। তথা পশোৰপি

আলভনমেব বিহিতং ন তু হিংসা। অয়মর্থঃ— দেৱোতোদ্দেশেন যৎপশুহননং তদালভনম্ 'বায়ব্যাং শ্বেতমালভেতে"তি শ্রুতেঃ; নতু হিংসা। "যা বেদবিহিতা হিংসা ন সা হিংসেতি কীর্ত্ত্যতে" ইতি বচনাৎ। ভক্ষণোদ্দেশেন তু ক্রিয়মাণং লৌকিকহননং যত্তদ্ধিংসৈৱ অত্র ত্বালভনমেব বিহিতং ন হিংসা। অতো ন যথেষ্টভক্ষণা-ভ্যনুজ্ঞত্যর্থঃ। বত্বাহোহপি প্রজয়া নিমিত্তভূতয়া, নতু ৰত্যো। অতো মনোৰথবাদিন ইমং বিশুদ্ধং স্বধর্ম্মং ন বিদুৰিতি।"

এই শ্লোকৰ অভিপ্রায়বর্ণন-প্রসঙ্গত শ্রীশঙ্কৰে কৈছে—

"যদি বোলা ইমত দেখিয় কোন ঠাই।
তাহাৰ বৃত্তান্ত কহো শুনা নিমি ৰাই॥

যিটো সব জন আছে মাযাত আবৃত।
প্রবৃত্তি শাস্ত্রক পঢ়ি সদা ব্যগ্র চিত্ত॥

তাসম্বাৰো মাজে যাৰ যেন অধিকাৰ।
সেহিমতে কৰিবেক তাক ব্যৱহাৰ॥

বেদে বোলে সুৰাক কৰিবে মাত্র ঘ্রাণ।
কদাচিতো নকৰিবে অমেধ্যক পান॥

নমাৰিবে পশুক এৰিবে মাংস আশা।
দেৱক উদ্দেশি পশু কৰিবেক হিংসা (১)॥

(১) 'নিমিনৱসিদ্ধসম্বাদ' গ্রন্থৰ দত্তবৰুৱা সংস্কৰণত "দেৱকো উদ্দেশি পশু নকৰিবে হিংসা।" এনে পাঠহে দেখা যায়। এই পাঠ মূল-বিৰুদ্ধ, টীকাবিৰুদ্ধ, প্রসঙ্গবিৰুদ্ধ আৰু পূর্ব্বাপৰকথা-বিৰুদ্ধ, শ্রীশঙ্কৰে এনে অযৌক্তিক মূলহীন কথা কোৱাৰ সম্ভাবনাই নাই। গতিকে সেই পাঠ গ্রহণ কৰা নহল। আমাৰ গৃহীত পাঠ প্রাচীন সংস্কৰণবোৰত পোৱা গৈছে।

ঋতু সময়ত স্ত্ৰীক কৰিবে আলাপ।
তাত বাজে নাৰী গমনন্ত সিজে পাপ॥
ঈশ্বৰৰ আজ্ঞা ইটো যত্ত ৱেদ বাক।
হৰিত বিমুখ সবে নমানয় তাক॥
ৱেদক সুবুজি সুৰা পাৰেমানে পীয়ে।
পাৰেমানে পশু মাৰি মাংস খায়া জীয়ে॥
হুয়া কামাতুৰ একো দোষক নচাই।
কৰে স্ত্ৰীক আলাপ যেখনে বাঞ্ছা যাই॥
এতিতো বিশুদ্ধ ধৰ্ম্ম কেহো নজানয়।
বৃথা হিংসা ৰতি লোভে নৰকে পৰয়॥"

[ নিঃ নঃ ৩৪৬ ৩৫০ ]

ইয়াত দেৱৰ উদ্দেশ্যে যজ্ঞৰ অঙ্গৰূপে বিহিত পশু হিংসাৰহে বিধান দিয়া হৈছে; ভোজনৰ উদ্দেশ্যে বা আন কোনো সাংসাৰিক কামনাৰ বশীভূত হৈ কৰা পশুহিংসা অবৈধ, গতিকে তাৰ বিধান দিয়া নাই। এই কাৰণে ধন-জন, ঐশ্বৰ্য্য-বিভূতি আদি লাভৰ অৰ্থে কৰা কাম্য দেৱ-দেৱী পূজা আৰু তদঙ্গ পশুহিংসা বিষ্ণু-ভক্তৰ পক্ষে একেবাৰে নিষিদ্ধ। কামবশ ব্যক্তিৰ একশৰণ বা অনন্যশৰণ ভক্ত হোৱাৰ অধিকাৰেই নাই। গতিকে সাংসাৰিক-কামনাপূৰ্ব্বক দেৱ-দেৱীৰ পূজা কৰিলে ভগৱদ্‌ভক্তিৰ পৰা চ্যুত হয়। দেৱ-দেৱী পূজাটো ভক্তিচ্যুতিৰ কাৰণ নহয় যদিও, কামনা অৰ্থাৎ ঐহিক বা পাৰত্ৰিক প্ৰয়োজন সিদ্ধিৰ উদ্দেশ্যটো ভক্তি-চ্যুতিৰ কাৰণ হয়। সেই কাৰণে যিসকল কামী বা ভোগলিপ্সু

সেইবিলাকক তাৰ উদ্দেশ্যে যথাবিধি আন দেৱ-দেৱীৰ পূজা কৰিবলৈ পৰম বৈষ্ণৱসকলেও অনুমতিৰূপ বিধান দিছে। যেহাৰব ৰাজসভাত ৰজাৰ প্ৰশ্নৰ উত্তৰত মাধৱদেৱে কৈছে—

"মাধৱে বোলন্ত কেনে শৰতকালীক।
পূজিবো আমৰা ৰাজা বোলে পুছ কিক॥
সুপূজয় শৰতকালীক আৰা সবে।
মাধৱে বোলন্ত ভোগ ইচ্ছা কৰি যেবে॥
তেবেসে পূজিবে লাগে শৰতকালীক।
ভোগ ইচ্ছা নভৈলে পূজিবো তাঙ্ক কিক॥
ভোগক লাগিয়া ইচ্ছা কৰে যিটো লোক।
শৰতকালীক তাৰা সকলে পূজোক॥

[ শ্ৰীশ্ৰীশঙ্কৰদেৱ-মাধৱদেৱৰ চৰিত—৭৫।৫২-৫৩
৺দৈত্যাৰি ঠাকুৰ ]

যি কোনো বৰ্ণাশ্ৰম ধৰ্ম্মৰে অনুষ্ঠান কৰি তাক ভগৱন্তত অৰ্পণ কৰিলে যে সি ভাগৱত-ধৰ্ম্মই হৈ পৰে এই কথাও শাস্ত্ৰকাৰসকলে সুস্পষ্টকৈয়ে কৈছে—

বৰ্ণাশ্ৰম-ধৰ্ম্মৰ ভাগৱত-ধৰ্ম্ম-ৰূপতা

"কবি নিগদতি, শুনিয়োঁ নৃপতি, কহোঁ বেদান্তৰ তত্ত্ব।
স্বভাৱে যি কৰে, দান হোম মহা, তপ জপ তীৰ্থ ব্ৰত॥
কায়বাক্য মনে, যতেক আচৰে, লৌকিক বৈদিক কৰ্ম্ম।
ছয়া একমত, ঈশ্বৰ কৃষ্ণত, অৰ্পিব সিসব ধৰ্ম্ম॥
নিত্য নৈমিত্তিক, যত জাতি ধৰ্ম্ম, আশ্ৰমৰ যত কৰ্ম্ম।
কৃষ্ণত অৰ্পিলে, জানা সিও হোৱে, মহাভাগৱত ধৰ্ম্ম॥"

( নিঃ নঃ ৫৩-৫৪ )

"ভজিয়ো হৰিৰ, চৰণ পঙ্কজে, তেজিয়ো অন্যত্র কাম।
সমস্ত ধৰ্ম্মৰ, ফলৰূপ জানি, নেৰিবা হৰিৰ নাম॥"

( নাঃ ঘোঃ ২৪৩ )

ইয়াত হৰি-নাম বা হৰি-ভক্তিক সমস্ত ধৰ্ম্মৰ ফলস্বৰূপ বুলি কোৱা হৈছে। কাৰণক বাদ দি যে কাৰ্য্য হব নোৱাৰে, এইটো সহজবোধ্য কথা। যি কোনো বেদবিহিত কৰ্ম্ম ই এইদৰে যি কোনো প্ৰকাৰে কৃষ্ণ-ভক্তিৰ উপযোগী হয়। এই কাৰণে তাৰ আচৰণ অধিকাৰী লোকৰ পক্ষে একান্ত আৱশ্যক; গতিকে ভক্তৰ পক্ষেও বৰ্ণাশ্ৰমোচিত ধৰ্ম্মৰ ত্যাগ বিধেয় নহয়।

সমস্ত ধৰ্ম্মৰ ফল হৰি-ভক্তি

হৈবে দয়াশীল দয়া কৰিবে লোকক।
অন্তৰ্য্যামীৰূপে জানিবেক ঈশ্বৰক॥
চিদানন্দৰূপে জানিবেক আপোনাক।
নেৰিবে স্বধৰ্ম্ম নুবুলিবে বৃথা বাক॥

[ নিঃ নঃ ১৪৫-৪৬ ]

নুবুজে ৱেদৰ অভিপ্ৰায় গূঢ়।
কৰ্ম্মকো কৰিবে নজানে মূঢ়॥
মূৰ্খ হুয়া বোলে মঞিও পণ্ডিত।
নষ্ট কৰি ফুৰে আনৰো চিত্ত॥
নিষ্কামে কৰিয়া সকল কৰ্ম্ম।
বিষ্ণুত অৰ্পিৱে সিসব ধৰ্ম্ম॥
শ্ৰৱণ কীৰ্ত্তন তাহাৰো ফল।
মিছাতে নাজানি নিন্দে নিস্ফল॥

[ কীঃ ৯৬-৯৭

তপ জপ ব্রত, তীর্থ যজ্ঞ দান, কৰৈ আতি শুদ্ধ মতি।
তেবেসে পৰম, পুৰুষ কৃষ্ণত, সাধিবে পাৰৈ ভকতি॥
[ ১০ম ১২৯১১ ]

পুৰুব জনমে যেবে অনেক প্ৰয়াস কৰি
যাগ যোগ আচৰি থাকয়।
তেবে কদাচিত নৰে কৃষ্ণ পদ পঙ্কজত
মন নিবেশাইবাক পাৰয়॥
[ ভঃ ৰত্নাকৰ পদ ৮৮৩ ]

নৈষ্কর্ম্য

এতিয়া আপত্তি হৈছে এই যে— শাস্ত্ৰৰ অনেক ঠাইত কৰ্ম্মবাদৰ নিন্দা কৰা দেখা যায়; মুমুক্ষুৰ (মুক্তিকামীৰ) পক্ষে কৰ্ম্মত্যাগ বা নৈষ্কৰ্ম্ম্যৰ বিধান দিয়া হৈছে; ভক্তকো কৰ্ম্মানুষ্ঠান পৰিত্যাগ কৰিবলৈ শাস্ত্ৰত উপদেশ দিয়া হৈছে। যেনে—

"সৰ্ব্ব ধৰ্ম্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।
অহং ত্বাং সৰ্ব্ব পাপেভ্যো মোক্ষয়িষ্যামি মাশুচঃ॥"
[ ভঃ বিঃ ধৃত গীতা ]

"ত্যক্ত্বা স্বধৰ্ম্মং চৰণাম্বুজংহৰে র্ভজন্নপক্কোঽথ পতেত্ততো যদি।
যত্র ক্ক বাভদ্ৰমভূদমুষ্য কিং কোবাৰ্থ আপ্তোঽভজতাং স্বধৰ্ম্মতঃ॥"
[ ভঃ বিঃ ধৃত ভাঃ ১৫৫১৭ ]

"বেদৰ বিহিত কৰ্ম্ম কৰিবাৰ ভকতৰ যোগ্য নুই।
যদি মোহ হুয়া কৰে কৰ্ম্ম ধৰ্ম্ম ভকতিত ভ্ৰষ্ট হুই॥"
[ ভক্তিপ্ৰদীপ ১২৯ ]

আচয় স্বধৰ্ম্ম যত নিত্য নৈমিত্তিক।
তাকো অনাদৰি একে হৰি ভকতিক॥
দিয়ো উপদেশ এহি কৈলো সাৰে সাৰ।
হেনবা হুইবেক শঙ্কা মনত তোমাৰ॥
[ভঃ ৰঃ পঃ ৬১২]

"বিধিৰ কিঙ্কৰ, যতেক সাধন, তাক পাশ কৰি থৈয়ো।
বিধিৰ ঈশ্বৰ, হৰি-গুণ—নাম, তাহাকে শৰণ লৈয়ো।"
[নাঃ ঘোঃ ২৫০]

ঘোৰ কলিযুগে, যত ধৰ্ম্ম কৰ্ম্ম, সবে কৰিলেক দূৰ।
যিজনে কেৱলে, হৰিনাম লয়ে, পুৰুষ সি সি চতুৰ॥ ইত্যাদি
(কথা ২৬৮)

পূৰ্ব্বোক্ত বৈদিক কৰ্ম্মৰ কৰ্ত্তব্যতাবোধক বাক্যবোৰৰ লগত এই বৈদিক কৰ্ম্মৰ ত্যাজ্যতাবোধক বাক্যৰ বিৰোধ ঘটিছে। ইয়াৰ এটা সমাধান নহলে উভয় বিধ বাক্যই পৰস্পৰ ব্যাহতাৰ্থক হৈ অপ্ৰমাণ হৈ পৰিব।

এই আপত্তিৰ সমাধানত সন্তসকলৰ সিদ্ধান্ত এই—যিবিলাক ভক্ত বিষয়-বিৰক্ত নহয়, ভগৱানত একান্তভাৱে আত্মসমৰ্পণ কৰি নিৰ্গুণ-ভক্তি লাভ কৰিব পৰা নাই; মায়িক ভেদ-জ্ঞানৰ মাজেদিয়ে ভগৱদ্ভক্তি কৰি আছে সেইলোকৰ পক্ষে ভক্তিৰ অবিৰোধিভাৱে ভাগৱত-ধৰ্ম্মৰূপে বৈদিক-ধৰ্ম্ম আচৰণৰ বিধান দিয়া হৈছে। ভগৱানত একান্তভাৱে যিসকলে আত্মসমৰ্পণ কৰি দিছে সেই নিৰ্গুণ ভক্তিৰসিকসকল বিধি পালনৰ অধিকাৰী

বিৰক্ত ভক্তৰ পক্ষেহে নৈষ্কৰ্ম্ম্য

( বিধিকিঙ্কৰ ) নহয়। মায়িক ভেদজ্ঞান নথকাৰ কাৰণে তেওঁবিলাকৰ কর্ত্তৃত্বাদি অভিমান নাই ; গতিকে তেনেকুৱা পৰম বিৰক্ত কৃষ্ণ-ভক্তৰ পক্ষে সেইবিলাক কৰ্ম্মৰ বিধানো নাই, প্রতিষেধো নাই—
অবিৰক্ত ভকতৰ, বেদ লঙ্ঘিবাৰ দোষ, কহিলোহো জানিবা নিশ্চয়।
পৰম বিৰক্ত যিটো, কৃষ্ণৰ ভকত ভৈলা, তাৰ কিছু নাহিকে নির্ণয় ॥
( নাং ঘোঃ )

তাবৎ কর্ম্মাণি কুর্ব্বীত ন নির্বিদ্যেত যাবতা।
মৎকথাশ্রবণাদৌ বা শ্রদ্ধা যাবন্ন জায়তে ॥
ভাং নিং ধ্রুং খাং ১১।২০।৯।

জ্ঞাননিষ্ঠো বিৰক্তো বা মদ্ভক্তো বানপেক্ষকঃ।
সলিঙ্গানাশ্রমাংস্ত্যক্ত্বা চৰেদাবধিগোচৰঃ ॥
( তথা ১১।১৮।২৮ )

ইয়াৰ অৰ্থ ভট্টদেৱ আৰু মাধবদেৱে এইদৰে প্রকাশ কৰিছে—

"এতেকে বন্ধক পদে সকল কৰ্ম্মৰ ফল এড়ি আত্মজ্ঞানৰ অর্থে কৰ্ম্ম আচৰিব। যাৰে বুদ্ধিনিষ্ঠ নহে তাবে যথোচিত কৰ্ম্ম কৰিব। এই অৰ্থ বেদতো কহিছা, "নৈষ্কৰ্ম্ম্যসিদ্ধি"তো দেখাইছা, বশিষ্ঠ বাক্যতো পায়, ভাগৱতেয়ো কহন্ত। তাৱে পুৰুষে কৰ্ম্ম কৰিব, যাৱে বিৰক্ত নহে, মোৰ কথা শ্রৱণাদিত যাৱে সাত্বিক শ্রদ্ধা নহে। জ্ঞাননিষ্ঠ বিৰক্ত বা অপেক্ষাৰহিত মোৰ ভক্ত চিহ্নসমে আশ্রম ধর্ম্ম এড়ি স্নান, শৌচ, আচান্তাদি মাত্ৰ কৰিব। অজ্ঞানী পুৰুষৰ ফল ত্যাগ মাত্ৰ, কৰ্ম্মত্যাগ নঘটে।" [ কঃ গীঃ—১৮শ অঃ পৃঃ—১১২ ]

তাৰত কৃষ্ণ-ভক্ত নৰে ভক্তি অবিৰোধী কৰ্ম্ম কৰে
কৃষ্ণৰ কথাত ৰতি যাৰে নোপজয়।
যেবে ভৈলা কৃষ্ণ কথা ৰত নিত্য নৈমিত্তিক আদি যত
কথাৰ বিৰোধী জানি সমস্তে তেজয়॥
(নাঃ ঘোঃ)

ভক্তৰ যেতিয়া কৃষ্ণৰ কথাত ৰতি বা একান্ত শ্ৰদ্ধা হব, তেতিয়া তেওঁৰ চিত্ত একমাত্ৰ ভগৱদ্‌গত হয়। অন্যান্য কৰ্ম্ম আচৰণৰ সময়ত কৃষ্ণ কথাৰ পৰা বিৰতহৈ থাকিব লগা হয় গতিকে যাতে কথাৰ বিৰতি বা বিৰাম নঘটে, অনবৰতেই হৃদয়ত কৃষ্ণ কথাৰ স্ফুৰণ হৈ থাকিব পাৰে, তাকেই তেওঁ কৰে। ভক্তিৰসিকৰ স্বৰূপেই এনেকুৱা। ইয়াকো অৰ্থাৎ কৃষ্ণ কথাৰ অনবৰত শ্ৰৱণ কীৰ্ত্তন বা স্মৰণ আৰু বৈদিক কৰ্ম্মৰ ত্যাগ, তেওঁ কোনো বিধি বা উপদেশৰ বশীভূত হৈ নকৰে। ইয়াত মন কৰিবলগীয়া এই যে মহাপুৰুষেও উপদেশ বা বিধিবোধক কথা (কৰ্ম্ম ত্যাগ কৰিব লাগে এনেকুৱা) এই পদত ব্যৱহাৰ কৰা নাই। 'তেজয়' এই বাৰ্ত্তমানিক প্ৰয়োগৰ দ্বাৰা কথাৰত ভক্তই যে তেনেকুৱা কৰে, এই সম্বাদটিহে দিছে। কৰবাত যদি এনেকুৱা স্থলত বিধিপ্ৰত্যয়ৰ প্ৰয়োগ দেখাও যায় তাত হেতু-হেতুমদ্‌ভাৱ বা সম্ভাৱনা আদি অৰ্থতহে লিঙৰ ব্যৱহাৰ কৰা হৈছে বুলি বুজিব লাগে; 'জুই হলে' সি পুৰিব লাগে' এনে বাক্যত লিঙে যেনে অৰ্থ বুজাইছে তাতো সেই অৰ্থকে বুজাব। এনে ভক্তি-ৰসিক ব্যক্তিৰ কৰ্ম্ম নকৰিলেও শ্ৰুতি-স্মৃতি লঙ্ঘন কৰা বুলি ভগৱদাজ্ঞাভঙ্গ দোষ নঘটে। তাৰ কাৰণ, শ্ৰুতি-স্মৃতিয়ে

বিৰক্ত বা নিৰ্গুণ ভক্তৰ কৰ্ম্মাধিকাৰ নাই

যাক এইবিলাক কাৰ্য্য কৰিবলৈ আজ্ঞা দিছে সেই যোগ্যতাসম্পন্ন ব্যক্তিয়ে যদি সেই কৰ্ম্ম নকৰে তেতিয়া তাৰ হে সেই দোষ ঘটিব। যাৰ পক্ষে বিধান দিয়া হয় সেয়েহে সেই বিধান মানিব লাগে। আনে সেই বিধান লঙ্ঘন কৰিলে একো দোষ নঘটে। যেনে, 'দ্বিজাতিয়ে গায়ত্ৰী জপ কৰিব লাগে' এই বিধান দ্বিজাতিত হে খাতিব, আনে এই বিধি লঙ্ঘন কৰাত কোনো দোষ নহয়। "ৰোগীয়ে পথ্য খাব লাগে" এই বিধানটি ৰোগীত হে খাতিব; নীৰোগ ব্যক্তিত নাখাটে গতিকে নীৰোগ ব্যক্তিক এই বিধি লঙ্ঘন কৰা বুলি দোষী কৰিব নোৱাৰি।

"বেদৰ বিহিত, কৰ্ম্ম কৰিবাৰ, ভকতৰ, যোগ্য নুই।
যদি মোহ হুয়া, কৰে কৰ্ম্ম-ধৰ্ম্ম, ভকতিত ভ্ৰষ্ট হুই॥"

এই পদত "ভকত" মানে পৰম বিৰক্ত নিৰ্গুণভক্ত আৰু "ভকতি" মানে নিৰ্গুণভক্তি; কৰ্ম্ম মানে কাম্য-কৰ্ম্ম। গতিকে ইয়াত কোৱা হৈছে যে একান্ত ভকতৰ বেদৰ বিহিত কাম্যকৰ্ম্ম কৰাৰ যোগ্যতাই নাই, যদি তেনে কৰ্ম্ম আচৰণ কৰা দেখা তেন্তে বুজিবা যে তেওঁৰ কামনাৰূপ মোহ অৰ্থাৎ তেনে কৰ্ম্ম কৰাৰ যোগ্যতা আছে গতিকে নিৰ্গুণভক্তিৰ ভূমি তেওঁ পোৱা নাই, পাইছিল যদিও তাৰপৰা চ্যুত হৈছে। ইয়াত 'মোহ' শব্দটোৰ প্ৰয়োগ-বলতে কৰ্ম্মটো যে কাম্যকৰ্ম্ম সেইটো বুজা যায়। এই কথাৰে ভক্তক কৰ্ম্ম কৰিবলৈ বাধা দিছে বুলি যদি স্বীকাৰ কৰা হয় তেন্তে যি ভক্ত বিধিৰ বশ নহয় তাৰ প্ৰতি এই বাধা নিৰৰ্থক হৈ পৰিব, নাইবা তেতিয়াও তাৰ বিধি-কৈঙ্কৰ্য্য থকাটো স্বীকাৰ

কৰিব লাগিব। তেতিয়া নিত্যনৈমিত্তিক কৰ্ম্মৰ নিষেধ বেদ-বিৰুদ্ধ অৰ্থাৎ পূৰ্ব্বোক্ত স্ববাক্যৰ বিৰোধী হৈ পৰাৰ কাৰণে অপ্ৰামাণিক বুলি পৰিগণিত হব।

"শাস্ত্ৰেৰ স্বধৰ্ম্ম যত নিত্যনৈমিত্তিক।
তাকো অনাদৰি একে হৰি ভকতিক॥"

ইত্যাদি পদ আৰু "ত্যক্ত্বা স্বধৰ্ম্মং চৰণাম্বুজং হৰেঃ" ইত্যাদি শ্লোকৰ লগত যি বিৰোধ হয় তাৰ সমাধানকৈ ভক্তি ৰত্নাকৰতে দিয়া আছে। উক্ত শ্লোকৰ ব্যাখ্যাত শ্ৰীশঙ্কৰে কৈছে যে ভক্তি ৰসিকৰ কৰ্ম্মত অধিকাৰ নাই তথাপিকে ভক্তি পৰিপাকৰ পূৰ্ব্বেই যদি কোনো ভক্তলোক ভক্তিভ্ৰষ্ট হয় বা মৰে তথাপি ভক্তিৰ ফলত নিত্যনৈমিত্তিক কৰ্ম্ম নকৰা দোষে তাক নোচোৱে আৰু দোষে চুলেও তাৰ ফলত হয়তো তাৰ হীন যোনিত জন্ম হব পাৰে; তাতো তাৰ আচলতে একো অকল্যান নহয়, ভগৱদ্‌ভক্তিৰ বাসনাই তাক তেতিয়াও ভক্তি কৰাব আৰু তাৰ দ্বাৰাই তৰি যাব। "তথাপি ভক্তিৰসিকস্য কৰ্ম্মানধিকাৰাদনৰ্থাশঙ্কা। অঙ্গী-কৃত্যাপ্যাহ :— বা শব্দঃ কটাক্ষে। যত্ৰ ক্ব বা নীচযোনাৱপি অমুষ্য ভক্তিৰসিকস্য কিমভদ্ৰমভূদ্‌ নাভূদেবেত্যৰ্থঃ" [ ভঃ ৰঃ ১৮।৪ ]

"মাধৱক ভজে যিটো ত্যজি স্বধৰ্ম্মক।
হোৱে যদি তাহাৰ ভকতি পৰিপক্ক॥
হুইবে কৃতাৰ্থ তাতে চিন্তা নাহি কয়।
ভক্তিৰ পকতা তাৰ নষ্ট নাহি হয়॥

হেলাতে তৈলেক ভ্রষ্ট কিম্বা মৰিলেক।
স্বধৰ্ম্ম ত্যাগত তাৰ অনৰ্থ হুইবেক॥
হেন শঙ্কা কদাচিতো নকৰিবা মনে।
স্বধৰ্ম্মকো ত্যজি হৰি ভজিলা যিজনে॥
ভক্তি পৰিপক্ক নতু হোৱন্তে মৰিল।
যদি কদাচিতো তাৰ ভকতি গুছিল॥
তথাপিতো অনৰ্থক শঙ্কা নাহি তাৰ।
ভক্তি ৰসিকৰ নাহি কৰ্ম্মে অধিকাৰ॥
কষ্টাক্ষ কৰিয়া কহোঁ কৰি অঙ্গীকাৰ।
কু-যোনিত জন্ম যদি হোৱয় তাহাৰ॥
তথাপিতো অকল্যান তাৰ নাহি কয়।
ভকতিৰ বাসনায়ে নিস্তাৰ কৰয়॥

(ভঃ ৰঃ পঃ ৬১৩—৬১৬)

মানুহ জন্ম মাত্রে দেৱ ঋষি পিতৃ ভুক্ত আৰু পোষ্যবর্গ এই বিলাকৰ ঋণী হয়; পঞ্চ যজ্ঞৰূপ নিত্য আৰু নৈমিত্তিক কৰ্ম্ম অনুষ্ঠানৰ দ্বাৰা সেই ঋণ সুজিব লাগে। যেতিয়ালৈকে প্রাণী ভক্তিহীন হৈ বিধিৰ কিঙ্কৰ আৰু ঋণী হৈ থাকে তেতিয়ালৈহে সেই কৰ্ম্ম কৰি বিধি পালন আৰু ঋণ-পৰিশোধ কৰিব লাগে। যিজনে সৰ্ব্বতোভাৱে ভগৱন্তত আত্ম-সমৰ্পণ কৰিব পাৰিছে আৰু ভক্তিৰসিক হৈ ভগৱানৰ প্রিয় হব পাৰিছে সি নিষ্কিঞ্চন হৈছে অৰ্থাৎ তাৰ নিজৰ বুলিবলৈ একোৱে নোহোৱা হৈছে, পাবলগীয়া দিবলগীয়াও একো নাই। গতিকে দেৱাদিৰ ঋণৰ

একান্ত ভক্তৰ দেৱাদি-ঋণৰ দায়িত্ব নাই।

দায়িত্ব তাৰ নিজৰ ওপৰত নাই, কৰ্ত্তৃত্ব ভোক্তৃত্বৰ অভিমান নোহোৱাৰ কাৰণে কৰ্ত্তব্য কৰ্ম্মৰ অৱসান ঘটিছে। এই কাৰণে নিত্য নৈমিত্তিক প্ৰতিবিদ্ধ আৰু কাম্য কোনো কৰ্ম্মআচৰণকে কৰিব নোৱাৰে। কেতিয়াবা যদি প্ৰমাদবশতঃ তাৰ দ্বাৰা অজ্ঞাতসাৰে অনিপ্সিতভাৱে কিবা নিষিদ্ধ কৰ্ম্ম অনুষ্ঠিত হয়ো ভগৱানে তাক সেই পাপৰ পৰঃ মুক্তি দিয়ে। ইয়াকে গীতাৰ " সৰ্ব্ব ধৰ্ম্মান্ পৰিত্যজ্য " ইত্যাদি বাক্যত কোৱা হৈছে। "নিমিনৱসিদ্ধসম্বাদ"তো ইয়াকেই কোৱা হৈছে—

দেৱৰ্ষিভূতাপ্তনৃণাং পিতৃণাং ন কিঙ্কৰো নায়মৃণী চ ৰাজন্।
সৰ্ব্বাত্মনা যঃ শৰণং শৰণ্যং গতো মুকুন্দং পৰিহৃত্য কৰ্ত্তম্॥
[ ভাঃ ১১।৫।৪১ ]

"দেৱঋষি ভূতপোষ্য পিতৃ এসবাৰ।
উপজিলে লোকত পাঞ্চৰো লাগে ধাৰ॥
এতেকে কিঙ্কৰ ঋণী ভকতি বিহীন।
পঞ্চ যজ্ঞ কৰিয়া পাঞ্চৰো সুজে ঋণ॥
সৰ্ব্বভাৱে মুকুন্দত যি লৈল শৰণ।
নোহে ঋণী কিঙ্কৰ পাঞ্চৰো সিটোজন॥
এৰি আন কৃত্য চিত্ত দিলেক হৰিত।
ভৈল কৃতকৃত্য সিটো এতেকে কলিত॥
কহিলো বিহিত কৰ্ম্ম ত্যাগ ভকতৰ।
যদি প্ৰমাদত পাপ কৰে সিটো নৰ॥
তথাপি নলাগে তাৰ আৰ প্ৰায়শ্চিত্ত।
শুনিয়োক নিমি তুমি স্থিৰ কৰি চিত্ত॥

এৰিলেক যিটো আন দেৱত ভকতি।
একে মাধৱক মাত্র ভজে দৃঢ় মতি॥
তাহাৰ পাতেক যদি মিলে প্রমাদত।
নাশ হোৱে সিয়ো ঈশ্বৰৰ প্রসাদত॥

[ নিঃ পঃ ৩৯৫—৩৯৮ ]

একান্ত ভক্তৰ বেয়া কামত প্রবৃত্তি নহয়

এনে ভক্তই ইচ্ছা কৰি জ্ঞানতঃ কোনো প্রতিষিদ্ধ কৰ্ম্ম আচৰণ কৰি যে পাপ কৰে। এই কথা মহাপুৰুষ শ্ৰীশঙ্কৰদেৱেও কল্পনা কৰিব পৰা নাই, গতিকেহে ইয়াত "যদি প্রমাদত" এই কথাষাৰ ব্যৱহাৰ কৰিছে। ভক্তি বিবেকত এই কথা স্পষ্টকৈয়ে কোৱা হৈছে।

যিটো ভক্ত হয়, তাৰ পাপ বুদ্ধি, নুপজয় শুনিয়োক।
কোটি জন্মাৰ্জ্জিত, পুণ্যেসে কৃষ্ণৰ, ভকতি পাৱয় লোক॥
তাৰ পাপ বুদ্ধি, আৰ আছে কৈত, ভাৱতে ভীষ্ম পৰ্ব্বত।
কহে ক্রোধ লোভ, আদি পাপ বুদ্ধি, নুপজে কৃষ্ণ ভক্তত॥

[ ভক্তি বিবেক পদ ৬৭৭—৭৮ ]

কৰ্ম্মানুষ্ঠানৰ বিধিবিলাক অবিৰক্ত ভক্তত খাটিব

যিবিলাকে এইদৰে ভগৱন্তত একান্তভাৱে আত্মসমৰ্পণ কৰি উঠিব পৰা নাই, যাৰ হৃদয়ত অনৱৰত অবিস্মৃতভাৱে ভগৱানৰ বা তেওঁৰ নামৰ প্ৰকাশ হৈ নাথাকে তাৰ বিষয়াসক্তি আছে, কৰ্ত্তৃত্ব ভোক্তৃত্বৰ অভিমান বা আত্মপৰবোধ আছে; সেইবিলাকৰ পক্ষেও যে নিত্য-নৈমিত্তিক কৰ্ম্ম বৰ্জ্জনীয়, এই কথা ক'তো কোৱা নাই। গতিকে বৈদিক কৰ্ম্ম আচৰণৰ বিধানবিলাক তেনেকুৱা অধিকাৰী লোকতে খাটিব। সেই কাৰণে

এইবিলাক অপ্ৰমাণ বা অনৰ্থক নহ'ল। হৰিস্মৰণত যেনে পুণ্য হয় হৰিবিস্মৰণত আকৌ, তেনেকৈয়ে মহাপাপবোৰ গিজে—

যদি বোলা বিষ্ণুৰ নামক লৈয়া মুখে।
তবে ইটো দুৰ্ঘোৰ সংসাৰ মহাসুখে॥
তবে বিধি নিষেধ শাস্ত্ৰৰ কিবা গতি।
শুনা আৰ কথা কহো তোমাত সম্প্ৰতি॥
যাগ আদি কৰি যিটো বিধি নিৰন্তৰ।
জানিবা কিঙ্কৰ সবে বিষ্ণু স্মৰণৰ॥
এতেকেসে যাগ আদি বিধি আছে যত।
সিজে সবে বিষ্ণুনাম স্মৰণ মাত্ৰত॥
হেন জানি বিষ্ণুনাম স্মৰিবা সতত।
কদাচিতো বিস্মৰণ নুহিবা মনত॥
অভক্ষ্য-ভক্ষণ আদি যত পাপ চয়।
বিষ্ণু বিস্মৰণৰ কিঙ্কৰ সমস্তয়॥
পাহৰিলে বিষ্ণুক সিজয় পাপগণ।
এতেকেসে বিষ্ণুক নুহিবাহা বিস্মৰণ॥

[ ভঃ ৰঃ ৩৫৯-৬২ ]

বিস্মৰণ বা পাহৰা মানে হৃদয়ত তাৰ স্ফুৰণ নহৈ আন কিবাৰ প্ৰকাশ হোৱা। যেতিয়া পৰ্য্যন্ত জীৱৰ বিধিকৈঙ্কৰ্য্য থাকে তেতিয়া পৰ্য্যন্ত অধিকাৰ অনুসাৰে বিধি মানিবই লাগিব। বিধিকৈঙ্কৰ্য্য নোহোৱা হলে লৌকিক, বৈদিক কোনো বিধিৰে অধীন নহয়, গতিকে আপোনা আপুনি তাৰ কৰ্ম্মৰ বন্ধন ছিন্ন হব। "বিধি

বিষ্ণুৰ যতেক সাধন” এই পূৰ্ব্বোদ্ধৃত নামঘোষাৰ পদত তেনে অৱস্থা উপাৰ্জ্জিৰ উপায়ৰ উপদেশ দিয়া হৈছে।

বিধিকৈঙ্কৰ্য্যনো কি, সেইটো আগে স্পষ্টকৈ কোৱা ভাল হব। যি বাক্য শুনিলে মানুহৰ “কোনো কাৰ্য্যত প্ৰবৃত্ত হব

বিধিকৈঙ্কৰ্য্য কাক বোলে

লাগে বা কোনো কাৰ্য্যৰ পৰা নিবৃত্ত হব লাগে” বুলি বোধ জন্মে তেনেকুৱা বাক্যক বিধি বোলা হয়। বিধি শব্দৰ মুঠ অৰ্থ প্ৰেৰণা। যেনে—“ৰোগীয়ে পথ্য খাব লাগে”; “ৰোগীয়ে অপথ্য খাব নালাগে”, ধন লাগে যদি বেপাৰ কৰা, ‘সাপৰ মুখত আঙুলি নিদিবা’; এইবিলাকে বিধি।

যি পৰ্য্যন্ত মানুহৰ ৰাগ-দ্বেষ থাকে সেই পৰ্য্যন্ত সি, এইবিলাক বিধিমতে চলে, গতিকে তেতিয়ালৈ সি বিধিৰ অধীন। যিটো বস্তু

ভয়ে বিধি-কৰ্ত্তব্যৰ মূল

বা কৰ্ম্মৰ পৰা প্ৰাণীৰ তাৰ কিবা সুখ হব বুলি জানে তেনে বস্তু বা ক্ৰিয়াৰ প্ৰতি তাৰ অনুৰাগ আছে, তাৰ পৰা বিযুক্ত থাকিবলৈ সি ভয় কৰে; আৰু যিটো বস্তু বা ক্ৰিয়াৰ পৰা তাৰ কিবা দুঃখ হব বুলি জানে তাৰ প্ৰতি তাৰ দ্বেষ হয়, তাৰ লগত যুক্ত থাকিবলৈ সি ভয় কৰে। গতিকে দেখা যায় মানুহে যি কৰে আৰু যি নকৰে তাৰ মূলীভূত কাৰণ ভয়। এই ভয়ৰ অধীনতাই বিধিৰ অধীনতা বা বিধিকৈঙ্কৰ্য্য। দ্বৈতজ্ঞান অৰ্থাৎ আত্মপৰ-ভেদজ্ঞানৰ পৰাহে ভয় হয়। পূৰ্ব্বোক্ত নিগুৰ্ণ-ভক্তৰ ভেদজ্ঞান বা কৰ্ত্তৃত্ব-ভোক্তৃত্ব অভিমান আদি একো ভয়ৰ কাৰণ নাথাকে গতিকে সি বিধিৰ অধীন বা বিধিকিঙ্কৰ নহয়। এই ভয় নিবৃত্তিৰ কাৰণেই ভগৱন্তত একান্তশৰণ লব

লাগে। শাস্ত্ৰত কৈছে—

"ভয়ং দ্বিতীয়াভিনিবেশতঃ স্যাদীশাদপেতস্য বিপৰ্যায়োঽস্মৃতিঃ।
তন্মায়য়াতো বুধ আভজেত্তং ভক্ত্যৈকয়েশং গুৰুদেৱতাত্মা॥"

(ভঃ ৰঃ ধৃত ভাঃ ১১।২।৩৫)

অৰ্থাৎ ঈশ্বৰবিমুখ লোকে ভগৱানৰ মায়াত নিজৰ স্বৰূপ নাজানে গতিকে দেহকে আত্মা বুলি ভাৱে। এই দ্বৈতজ্ঞান বা ভেদবুদ্ধিৰ পৰাই তাৰ ভয় হয়। এই ভয় নহবৰ কাৰণে গুৰু আৰু দেৱতাত আত্মবুদ্ধি কৰি অব্যভিচাৰিণী-ভক্তিৰ দ্বাৰা ঈশ্বৰ ভজন কৰিব লাগে। ভগৱন্তত আত্ম, বুদ্ধি, মন—সমস্ত সমৰ্পিত হলে সেই অনন্যশৰণ-ভক্তিৰ দ্বাৰা পুৰুষৰ দ্বৈতজ্ঞান আৰু তাৰ কাৰ্য্য, ভয়ৰ নিবৃত্তি ঘটে আৰু লগে লগে বিধিকৈঙ্কৰ্য্য গুছে। সি তেতিয়া ৰাগ, দ্বেষ, ভয় আৰু বৈদিক, লৌকিক বিধিৰ শাসনৰ পৰা মুক্ত হয়।

ভগৱানৰ মায়াৰ বন্ধনৰ পৰা মুক্ত হৈ তেওঁৰ স্বৰূপানন্দ ভোগৰ অৰ্থে তিনিবিধ লোকে ভগৱানত ভক্তি কৰে (১) মুমুক্ষু (মুক্তিকামী), (২) জ্ঞাননিষ্ঠ (যিসকলে ব্ৰহ্মজ্ঞান লাভৰ ইচ্ছা কৰে) আৰু (৩) ভক্তিৰসিক (যিসকলে ভগৱদ্ভক্তিকে একমাত্ৰ কাম্য বুলি ভাবে)।

(১) য'ত য'ত বিষ্ণুমায়াৰ প্ৰবেশ আছে সেই সত্যলোক পৰ্য্যন্ত লোকত যি আনন্দ বা সুখ উপভোগ কৰিব পাৰি সেইবিলাক সুখৰ প্ৰতি মুমুক্ষু লোকৰ বাঞ্ছা নাথাকে। সমস্ত বিষয় সুখতে বিৰক্ত হৈ মুমুক্ষু ব্যক্তিয়ে আত্মস্থ বা স্বৰূপ-

আত্মাৰামৰ বিধি কৈঙ্কৰ্য্য নাথাকে

হৈ থাকিব খোজে। ভাগৱতধৰ্ম্ম আৰু ভগৱৎসমাধিৰ অনুষ্ঠানৰ দ্বাৰা তেওঁবিলাকৰ মনৰ পৰা বিষয়-বাসনা একেবাৰে বিলুপ্ত হলে অন্তঃকৰণটি স্বচ্ছ, নিৰ্ম্মল, শুদ্ধ-সত্বময় হৈ থাকিব। তাত প্ৰতি-বিম্বিত ভাৱে থকা ভগৱৎ চৈতন্যৰূপৰ তেতিয়া প্ৰকাশ হব আৰু সেই স্বৰূপস্থ পৰমানন্দতে তেওঁ ডুবি থাকিব, অহঙ্কাৰ, অভিমান বা ভেদজ্ঞান একোৱে নাথাকিব; গতিকে সি তেতিয়া আৰু বিধি অধীন হৈ নাথাকে। ইয়াকে "নামঘোষা"ত কৈছে—

"অবিদ্যাজনিত সুখ, সত্যলোক আদি কৰি, তাত নিৰপেক্ষ নিৰন্তৰ।
কেৱলে চিদাঙ্গশুদ্ধি, কৰণেসে মাত্ৰ জানা, পুৰুষাৰ্থ মুমুক্ষু জনৰ॥"
[ নাঃ ঘোঃ ]

মুমুক্ষুজনৰ যেবে, অবিদ্যাজনিত সুখে, বিৰকতি ভৈল অতিশয়।
কেৱলে আত্মাতে মাত্ৰ, সততে ৰমণ কৰে, তেবে বিধি কিঙ্কৰ গুছয়॥"
[ তথা ]

ভগৱানে গীতাত এনে লোকক স্থিতপ্ৰজ্ঞ বুলি কৈছে—
"প্ৰজহাতি যদা কামান্ সৰ্ব্বান্ পাৰ্থ মনোগতান।
আত্মন্যেবাত্মনা তুষ্টঃ স্থিতপ্ৰজ্ঞঃ স উচ্যতে॥"
[ গীতা ২য় অঃ ]

এই বিধৰ আদৰ্শ পুৰুষ ভাগৱতৰ ঋষভদেৱ।

(২) জ্ঞানী লোকৰ মায়িক বা অমায়িক কোনো সুখতে আসক্তি বা অভিলাষ নাই, কোনো ভেদজ্ঞান বা কৰ্ত্তৃত্বাদিৰ অভিমানো নাই, সমস্ত বস্তুতে তেনে পুৰুষে ভগৱানৰ সচ্চিদানন্দৰূপ উপলব্ধি কৰি থাকে। তেওঁৰ অন্তঃ-

ব্ৰহ্মজ্ঞানীৰ বিধি কৈঙ্কৰ্য্য গুছে

কৰণত জাগতিক বস্তু মাত্ৰই বিষ্ণু বা বাসুদেৱৰূপে প্ৰতীত হয়; গতিকে তেতিয়া বিধি-কৈঙ্কৰ্য্য গুচে অৰ্থাৎ বিহিত নিষিদ্ধ কোনো কৰ্ম্মতে অধিকাৰ নোহোৱা হয়।

"বিদ্যা অবিদ্যাজন্য সুখে, নিৰপেক্ষ হুয়া, কৰিল আপোন মন স্থিৰ।
বাসুদেৱময় মাত্ৰ, সমস্ত জগত ইটো, পুৰুষাৰ্থ জানিবা জ্ঞানীৰ॥"
[ নাঃ ঘোঃ ]

জ্ঞাননিষ্ঠজনে বিদ্যা, অবিদ্যা জনিত দুয়ো, সুখে বিৰকতি ভৈলা যেবে।
বাসুদেৱময় মাত্ৰ, সমস্ত জগত দেখে, বিধিৰ কিঙ্কৰ গুচে তেবে॥
[ নাঃ ঘোঃ ]

এই অৱস্থাৰ জ্ঞানীৰ কথা ভগৱদ্‌গীতাত কৈছে—

"বহূনাং জন্মনামন্তে জ্ঞানবান্ মাং প্ৰপদ্যতে।
বাসুদেৱঃ সৰ্ব্বমিতি স মহাত্মা সুদুৰ্লভঃ॥"

ভাগৱতত এই শ্ৰেণীৰ ভক্তদেৱী দেৱহুতি।

(৩) যিবিলাক ভক্ত, তেওঁবিলাকৰ ভগৱদ্‌ভক্তি সুখেই এক-মাত্ৰ কাম্য, আন কোনো সুখতে ৰতি নাথাকে। তেওঁবিলাকে নিজৰ বুলিবলৈ যি আছে তাক আৰু নিজকো ভগৱানত অৰ্পণ কৰি দিয়ে। তেতিয়া কৰ্ত্তৃত্বাদি অভিমান, ৰাগ দ্বেষ ভেদবুদ্ধি এই সকলো নোহোৱা হয়, ভগৱদ্‌ভক্তিৰ বাহিৰে আন একোৰে অনুভূতি বা স্ফুৰণ নাথাকে; গতিকে তেওঁৰ তেতিয়া বিধি-কৈঙ্কৰ্য্য বা কৰ্ম্মাচৰণৰ যোগ্যতা নোহোৱা হয়। কিন্তু কোনো বিধিৰ বলত নহলেও অন্তঃকৰণত ভগৱৎস্ফুৰ্ত্তিৰ ফলত, ভক্তিৰসৰ নিৰতিশয় আনন্দানুভূতিৰ উন্মাদনাতে তেওঁ ভগৱানৰ নাম-গুণৰ

একান্ত ভক্তৰ বিধি-কৈঙ্কৰ্য্য নাথাকে

শ্ৰৱণ-কীৰ্ত্তনত অনৱৰতে নিমগ্ন হৈ থাকে।

"সমস্ত সুখক তেজি, পুৰুষোত্তমৰ প্ৰেম, ভকতিক কৰিলা আশ্ৰয়।
ভকতজনৰ সেহি, পুৰুষাৰ্থ মনোনীত, আনো সুখ অধিক লভয়॥"

(নামঘোষা)

পুৰুষোত্তমৰ প্ৰেম, ভকতিৰসক মাত্ৰ, আশ্ৰয় কৰিলা যিটোজন।
শৰণ কালৰে পৰা, বিধিৰ কিঙ্কৰ গুছি, কৰে সদা শ্ৰৱণ কীৰ্ত্তন॥

(তথা)

একান্ত ভকত যাৰা হয় কিছু অৰ্থ তাৰা নবাঞ্ছয়
মহা অদভূত হৰিগুণ নামময়।
পৰম মঙ্গল কৃষ্ণ যশ যাত পৰে আন নাহি ৰস
পৰম আনন্দ সমুদ্ৰে মজি ৰহয়॥

(নাঃ ঘোঃ)

শৰণ শব্দৰ অৰ্থ পূৰ্ব্বোক্ত প্ৰকাৰে ভগৱন্তত আশ্ৰয় লাভ অৰ্থাৎ নিজৰ ৰক্ষণা-বেক্ষণকে আদি কৰি সকলোৰে ভাৰ ভগৱানত অৰ্পণ কৰি দি কায়মনোবাক্যে তেওঁকে একমাত্ৰ আশ্ৰয়ৰূপে গ্ৰহণ কৰা। এনে ভক্তৰ কথা, গীতাত কোৱা হৈছে—

সৰ্ব্ব-ধৰ্ম্মান্ পৰিত্যজ্য মামেকং শৰণং ব্ৰজ।
অহং ত্বাং সৰ্ব্ব-পাপেভ্যো মোক্ষয়িষ্যামি মাশুচঃ॥

ভাগৱতত এই শ্ৰেণীৰ ভক্ত মহাভাগৱত প্ৰহ্লাদ আৰু নাৰদ। এই শৰণৰে নামান্তৰ প্ৰপত্তি বা ন্যাস। এনেকুৱা ব্যক্তিৰ ভেদজ্ঞান বা পৰিচ্ছিন্ন-বস্তু বিষয়ৰ জ্ঞান নাথাকে কাৰণেহে, সি নিত্য-নৈমিত্তিক শাস্ত্ৰবিহিত কৰ্ম্মৰ অধিকাৰী নহয়। এই কথা

মাধৱদেৱৰ নিম্নোদ্ধৃত পদৰ তাৎপৰ্য্যৰ পিনে লক্ষ্য কৰিলেও বুজা যায়।

চৈতন্য আদিত্য, হৃদয় আকাশে, সৰ্ব্বদাই প্ৰকাশয়।
উদয়াস্ত নাহি, সন্ধ্যা উপাসনা, কৰিবো কোন সময়॥
(নাঃ ঘোঃ)

গতিকে এনে জ্ঞানী ভক্তৰ পক্ষে তিনি প্ৰসঙ্গ আদি নামৰ শ্ৰৱণ-কীৰ্ত্তনাদি বিধি পালনৰো যোগ্যতা নাথাকে। যাৰ এনেকুৱাকৈ হৃদয় আকাশত ভগৱৎ চৈতন্যৰ উদয় হোৱা নাই, নাইবা মাজে মাজে উদয় হৈ আকৌ অস্ত যায়, এনে অৱস্থাত আছে; তেনে সগুণ-ভক্তৰ বিধিকৈঙ্কৰ্য্য থাকে গতিকে নিত্য-নৈমিত্তিক কৰ্ম্মৰো নিবৃত্তি নঘটে।

"অনাচাৰ কৰি মোৰ অপৰাধী নুহি।
আন দেৱ পূজে যিটো সেহি মোৰ দ্ৰোহী॥" (১)
(ভঃ প্ৰঃ ৪)

ইয়াত অনাচাৰৰ বিধান বা অনুমতি দিয়া নাই বিষ্ণুক ত্যাগ কৰি অন্য দেৱতাৰ পূজা কৰাটো যে নিন্দনীয় তাকেহে কোৱা হৈছে—

"ভাতৰ তিতাই তিতা নহে—মাতৰ তিতাইহে তিতা।"
"ন গৃহং গৃহমিত্যাহুৰ্গৃহিণী গৃহমুচ্যতে"

---

(১) অনাচাৰ কৰি যিটো অপৰাধ নুহি।
বেভিচাৰ কৰে যিটো সেহি মোৰ দ্ৰোহী॥

কথা গুৰুচৰিতত এই পাঠান্তৰ আছে (কঃ চঃ পৃঃ ১৪৩)। এই পাঠ অধিক সঙ্গত।

ইত্যাদি স্থলত মাতৰ অধিক তীব্ৰতা আৰু গৃহিণীৰ অধিক উপকাৰিতাৰ হে কথা কোৱা হৈছে— ভাতৰ তিতাক যে তিতা বুলি বুজিব বা নকব আৰু ঘৰৰ সমস্ত কাৰ্য্যই যে গৃহিণীৰ দ্বাৰাই সম্পাদিত হব এই কথা কোৱা বুলি কোনোৱে বুজে। বিষ্ণুক এৰি আন দেৱতাৰ পূজা কৰা নিন্দনীয়, তাৰ কাৰণ পাচৰ পদতে স্পষ্টভাৱে কোৱা হৈছে। যেনে

"মহা মোক্ষদাতা মোত কৰি মুহি কেৱ।
তথাপিতো তেজি মোক পূজে আন দেৱ॥
যিটো মহা ম্লেচ্ছ খায় কুকুৰক মাৰি।
তাতো কৰি অপবিত্ৰ সি সি অহঙ্কাৰী॥"

(তথা ৩৫)

আৰু ইয়াতে মন কৰিবলগীয়া কথা এই যে, পৰম জ্ঞানী আৰু ভক্তত ভগৱৎস্বৰূপতাৰ প্ৰকাশ হয় গতিকে তেওঁৰ বেদ-প্ৰতিষিদ্ধ, ৰাষ্ট্ৰৰ সমাজৰ বা আন কোনো প্ৰাণীৰ উদ্বেগজনক, অসৎ কৰ্ম্মত প্ৰবৃত্তিয়ে হব নোৱাৰে; তেনে অসৎ কৰ্ম্মৰ অনুষ্ঠান কৰা দেখিলে বুজিব লাগিব যে তেওঁৰ ভগৱদনুভূতি হোৱা নাই। নিৰ্গুণ বা একান্ত ভকত অনৱৰতে ভগৱদনুভূতি সুখত মগ্ন থাকিও ভগৱানৰ দৰেই পৰম কাৰুণিক হয় গতিকে অজ্ঞ মায়াবদ্ধ জনসাধাৰণ যাতে বিপথে পৰিচালিত নহয় তাৰ কাৰণে লোক-সংগ্ৰহৰ বুদ্ধিত বৈদিক কৰ্ম্মবিলাকৰ আচৰণ কৰে; তেওঁবিলাকৰ দ্বাৰা বেদ-পথ নষ্ট হোৱাৰ কোনো আশঙ্কা নাই। ইয়াকে পৰমভক্ত মাধৱদেৱে কৈছে—

(পাৰ্শ্বটীকা: একান্ত ভক্তয়ো বেদ লঙ্ঘন নকৰে)

"কৃষ্ণ পদ মাত্ৰ সেৱা কৰে সমস্ত কামনা পৰিহৰে
কদাচিতো স্নেহব্যৱহাৰ নলভয় ।
কৃষ্ণ পদ সেৱা সুখ মনে অনুভৱ কৰে সৰ্ব্বক্ষণে
তাহাঙ্ক মহন্ত বুলি জানিবা নিশ্চয় ॥"
( নাঃ ঘোঃ )

"সৰ্ব্বক্ষণে কৃষ্ণ পদ সেৱা সুখ অনুভৱ কৰে" বুলি কোৱাৰ দ্বাৰা এওঁ যে একান্ত ভক্ত সেইটো বুজা গৈছে । ভগৱানেও যে লোক-সংগ্ৰহৰ অৰ্থে, অজ্ঞ জনসাধাৰণৰ বুদ্ধিভেদ নোহোৱাকৈ ৰাখিবৰ কাৰণে কৰ্ম্মত প্ৰবৃত্ত হয়, এই কথা গীতাত কোৱা হৈছে—

একান্ত ভক্তয়ো লোক-সংগ্ৰহাৰ্থে কৰ্ম্ম কৰে

ন মে পাৰ্থাস্তি কৰ্ত্তব্যং ত্ৰিষু লোকেষু কিঞ্চন ।
নানবাপ্তমবাপ্তব্যং বৰ্ত্ত এব চ কৰ্ম্মণি ॥
( গীতা )

যদি হ্যহং ন বৰ্ত্তেয়ং জাতু কৰ্ম্মণ্যতন্দ্ৰিতঃ ।
মম বৰ্ত্মানুবৰ্ত্তন্তে মনুষ্যাঃ পাৰ্থ সৰ্ব্বশঃ ॥
( গীতা ) ইত্যাদি ।

আচাৰ্য্য ভট্টদেৱেও,—

জ্ঞাননিষ্ঠো বিৰক্তো বা মদ্ভক্তো বা নপেক্ষকঃ ।
সলিঙ্গানাশ্ৰমাংস্ত্যক্ত্বা চৰেদবিধি গোচৰঃ ॥
[ ভঃ বিঃ ধৃত ভাঃ ১১।১৮।২৮ ]

এই ভাগৱতৰ বাক্য আৰু "ন বুদ্ধিভেদং জনয়েদজ্ঞানাং কৰ্ম্ম সংঙ্গিনাম্" ইত্যাদি গীতাৰ বাক্য তুলি জ্ঞানী পৰম ভক্তয়ো যে বৈদিক, লৌকিক সৎ কৰ্ম্মৰ আচৰণ কৰে, এই সিদ্ধান্তত উপনীত হৈছে ।

"জ্ঞাননিষ্ঠো বিৰক্তো মদ্‌ভক্তোঽনপেক্ষকঃত্রিদণ্ডাদি লিঙ্গ সহিতানাশ্ৰমাংস্তক্ত্বা অবিধিগোচৰো বিধিকৈঙ্কৰ্য্যৰহিতো লোক-সংগ্ৰহাৰ্থং যথোচিত-স্নান-শৌচাচমনাদিধৰ্ম্মানাচৰেৎ।"

ভঃ বিঃ শ্লোক ১৪৪ ]

ভক্তপ্ৰৱৰ গোবিন্দ মিশ্ৰই এই কথাৰ অৰ্থ বৰ্ণনা কৰি কৈছে যে—

জ্ঞান অভ্যাসত, নিষ্ঠে বিৰেকত, আৰো নিৰপেক্ষ ভক্ত।
সৰ্ব্ব ধৰ্ম্ম এৰি বিধিৰ কিঙ্কৰ নহৈবেক দুয়ো সক্ত॥
লোক শিক্ষা অৰ্থে, স্নান আচমন, আদি কৰ্ম্ম আচৰিব।
অজ্ঞানীক কৰ্ম্ম, ত্যাগ উপদেশ, দিয়া বুদ্ধি নচালিব॥

(ভক্তিবিবেক পদ ১৮৪)

সেই কাৰণেই ভক্তলোকেও দেৱ-প্ৰতিমাপুজা, তীৰ্থ-সেৱা দান ব্ৰত আৰু নানা প্ৰকাৰ লোকহিতকৰ কৰ্ম্ম কৰি

বৈষ্ণৱেও প্ৰতিমা তীৰ্থ আদি মানে

সাধাৰণ লোকৰ মাজত সৎ আদৰ্শ প্ৰচাৰ কৰে। দেৱ প্ৰতিমা তীৰ্থ আদি বৈষ্ণৱসকলে নমনা নহয়। য'ত দেৱ প্ৰতিমা, আদিৰ হেয়তা কোৱা হৈছে তাৰ দ্বাৰা একান্ত বৈষ্ণৱ ভক্তৰ অধিক প্ৰাশস্ত্য মাত্ৰ কীৰ্ত্তন কৰা হৈছে—

"প্ৰতিমাত কৰে দেৱতা বুদ্ধি।
তীৰ্থ বুলি কৰে জলত শুদ্ধি॥
বৈষ্ণৱত নাহি ইসব মতি।
গৰুতো অধম কৃষ্ণ বদতি।"

( কীঃ )

ইয়াত বৈষ্ণৱত দেৱতা-বুদ্ধি আৰু তীৰ্থ-বুদ্ধি নকৰা লোকক হে 'গৰুতো অধম' বোলা হৈছে। প্ৰাকৃত ভক্তৰ পক্ষে প্ৰতিমাতে হৰিৰ আৰাধনাৰ বিধান দিয়া হৈছে —

সুপূজে ভক্তক মান্য নকৰে প্ৰাণীক।
একে প্ৰতিমাত মাত্ৰ আৰাধে হৰিক॥
সেইজন জানিবাহা প্ৰাকৃত ভকত।
আৰূঢ় হৈয়াছে তেহোঁ ভক্তিৰ পথত॥
অনুক্ৰমে উত্তম হৈবেক সিয়োজন।
একোমতে নোহে জানা নিন্দাৰ ভাজন॥

[ নিঃ নঃ ৮২-৮৩ ]

মল্লিঙ্গ-মদ্ভক্তজন-দৰ্শন-স্পৰ্শনাৰ্চ্চনম্।
পৰিচৰ্য্যাস্তুতিঃ প্ৰহ্ব গুণকৰ্ম্মানুকীৰ্ত্তনম্॥

[ ভঃ ৰঃ ধৃত ৬।১১।৩৪ ]

"মল্লিঙ্গং মৎপ্ৰতিমা"—ইতি টীকা।

[ ভঃ ৰঃ ১০।২৫ ]

বেদৰ বিহিত যত প্ৰতিমাদি চয়।
সকলো প্ৰকাৰে মোক পূজিবে লাগয়॥

( ভঃ ৰঃ পঃ ১৩।১৭ )

কৃষ্ণৰ মূৰ্ত্তিক যিটো দেখে অধম।
তাৰ চক্ষু সম্যকে মৈৰাৰ চঁকা সম॥
কৃষ্ণৰ স্থানক যিটো নকৰে গমন।
বৃক্ষশিলা সম তাৰ দুখানি চৰণ॥

( ১ম স্কঃ ৪৫৩-৫৪ )

ইয়াত কৃষ্ণ-মূৰ্ত্তি অৰ্থাৎ কৃষ্ণ-প্ৰতিমা চাবলৈ আৰু বৈষ্ণৱ-তীৰ্থলৈ যাবলৈ বিধান দিয়া হৈছে। তীৰ্থ আৰু প্ৰতিমাৰ মাহাত্মাৰ বিষয়ে মাধৱ দেৱেও ভাগৱতৰ অনুসৰণ কৰি কৈছে —

"সিও তীৰ্থ হয় জলময় তীৰ্থ যত।
শিলাৰ প্ৰতিমা সিও দেৱ স্বৰূপত॥
কিন্তু দেৱে তীৰ্থে চিৰকালে কৰে শুদ্ধি।
দেখিলাতো মহন্তে নিৰ্ম্মল কৰে বুদ্ধি॥

( নমাঃ ৪০৯-১০ )

বিষ্ণুক নিবেদিত দ্ৰব্যৰ দ্বাৰাই বৈষ্ণৱৰ পিতৃ-শ্ৰাদ্ধ আৰু অন্য-দেৱতা পূজাৰ বিধান দিয়া হৈছে। যেনে —

বিষ্ণোৰ্নিবেদিতান্নেন যষ্টব্যং দেৱতান্তৰম্।
পিতৃভ্যশ্চাপি তদ্দেয়ং তদানন্ত্যায় কল্পতে॥

( পুঃ বঃ ধৃত ১০।৩১)

দেৱতা পিতৃক দেই বিষ্ণুৰ অন্নক।
ভুঞ্জিয়া অনন্ত সুখ পায় সন্তোষক॥

( ভঃ ৰঃ পঃ ১৫।৩৬

বিষ্ণুৰ জগত অভেদে ভাবি নিত্য নৈমিত্তিক কৰ্ম্মত অন্য দেৱতা পিতৃ আদিৰ অৰ্চ্চনা কৰিলে এক শৰণ ধৰ্ম্মৰ ব্যাঘাত নঘটে।

"বুলিবাহা কৰ্ম্ম কৰে, তাতো নানা দেৱপূজে, একশৰণতো কৈত হয়।
ইহাৰ উত্তৰ যিটো, মোক্ষ চায় কাম্যকৰ্ম্ম, নিষিদ্ধকো এৰিবে নিশ্চয়॥
নিত্যনৈমিত্তিক মাত্ৰ, কৰ্ম্ম কৰিবেক সিটো, তেৱে তাক বিধিনি নপাইব।
নিত্যনৈমিত্তিক কৰ্ম্মে, যি দেৱ পূজয় তাক, হৰিৰূপ মনত মানিব॥

হৰিৰ আজ্ঞাক মানি, দেৱ পূজিলাতো দোষ, নাহিকয় কৈলোঁ নিষ্টকৰি।
যুধিষ্ঠিৰ অন্নবিষে, এহিমত কৰ্ম্ম কৰি, মুক্তি সাধিলন্ত ভক্তি কৰি॥
এহি সদাচাৰ আত, শৰণৰ ভ্ৰষ্ট নাই, বুজিবাহা আক সুনিশ্চয়।
তান দেশ কাল পাত্ৰ হৰি নিবেদিত অন্ন, হৰিৰূপ মানি যিটো দেয়॥
সেই দানে ইহলোকে, সৰ্ব্বকাম বৰিষয়, পৰলোকে অক্ষয় হৈবেক।
দেৱ ঋষি পিতৃ ভূত আপুনাৰ স্বজনক অন্ন ভাগ কৰিয়া দিবেক॥
সবাকে হৰিৰ ৰূপ, মনত মানিব যেৱে, এক শৰণত তেৱে ৰৈব।
বিষ্ণু নিবেদিত অন্ন. দেৱতা পিতৃক দিব, তেবে দেৱ পিতৃ তুষ্ট হৈব॥"

ইত্যাদি

( গোবিন্দমিশ্ৰ, পদ ভক্তি বিবেক ২০৫-২০৮ )

জাতিভেদ বা বৰ্ণাশ্ৰম ধৰ্ম্মও যে এওঁবিলাকে নামানিছিল তাৰ কোনো প্ৰমাণ নাই। বৰঞ্চ স্মৃতি পুৰাণ আদিত বৰ্ণিত অনুসাৰেই তেওঁবিলাকে জাতিভেদ আৰু বৰ্ণাশ্ৰম-ধৰ্ম্মৰ অধিকাৰ ভেদ আদি মানাৰ প্ৰমাণ আছে। তেওঁবিলাকৰ মতেও বৰ্ণভেদ জন্মগত। ভগৱদ্-ভক্তিয়ে জাতি-বৰ্ণৰ পৰিবৰ্ত্তন নকৰে কিন্তু অপূজ্যকো পূজ্যতম কৰে; অশুচিকো শুদ্ধ কৰে; পৰম পাতকীকো পাপৰ পৰা উদ্ধাৰ কৰে। বেদৰ বৃহদাৰণ্যকোপনিষদত কোৱা হৈছে যে সুসুপ্তিত জীৱ পৰমতত্ত্ব ব্ৰহ্ম স্বৰূপে থাকে গতিকে তাৰ জাতি পৰিচ্ছেদ, কৰ্ম্ম পৰিচ্ছেদ বা সম্বন্ধ পৰিচ্ছেদ আদি একোৱে নাথাকে। সি তেতিয়া এই সকলো বিলাকৰে অতীত হৈ ব্ৰহ্ম-স্বৰূপতা প্ৰাপ্ত হয়—"অত্ৰ পিতাঽপিতা ভৱতি, মাতাঽমাতা, লোকা

অসমীয়া বৈষ্ণৱে ও জাতিভেদ মানে

একান্ত ভক্ত হলেমানুহ মাত্ৰেই পূজ্য হয়।

অলোকাঃ, দেবা অদেবাঃ। অত্র স্তেনোঽস্তেনো ভবতি, ভ্রূণহাঽভ্রূণহা, চাণ্ডালোঽচাণ্ডালঃ, — পৌল্‌কসোঽপৌল্কসঃ, শ্রমণোঽশ্রমণস্তাপসোঽ-তাপসোঽনন্বাগতং পুণ্যেনানন্বাগতং পাপেন, তীর্ণোহি তদা সর্ব্বাঞ্চোকান্‌ হৃদয়স্য ভবতি। [ বৃঃ আঃ উঃ ৪।৩।২৩ ]

এই পৰম সত্য, চিৰ প্ৰচলিত সিদ্ধান্তই স্মৃতি পুৰাণ তন্ত্ৰ আদিতো স্বীকৃত আৰু সমৰ্থিত হৈছে। ভাগৱত সাত্বত-তন্ত্ৰ আদি নানা বৈষ্ণৱ শাস্ত্ৰৰ যোগেদি আহি সেই কথাই আমাৰ বৈষ্ণৱ মহাত্মা সকলৰ বাণীৰ ভিতৰত প্ৰতিষ্ঠা লাভ কৰিছেহি।

কিৰাত হূণান্ধ্ৰ পুলিন্দ পুক্কশা আভীৰ শুহ্মা যবনাঃ খসাদয়ঃ।
যেঽন্যে চ পাপা যদপাশ্ৰয়াশ্ৰয়াঃ শুধ্যন্তি তস্মৈ প্ৰভবিষ্ণবে নমঃ॥
( ভঃ ৰঃ ধৃত ভাঃ ২।৪।১৭ )

কিৰাত কচাৰি, খাছি গাৰো মিৰি, যৱন কঙ্ক গোৱাল।
অসম মলুক, ৰজক তুৰক, কুবাচ মেচ চণ্ডাল॥
আনো যত নৰ, কৃষ্ণ সেৱকৰ, সঙ্গত পবিত্ৰ হয়।
ভকতি লভিয়া, সংসাৰ তৰিয়া, বৈকুণ্ঠে সুখে চলয়॥
( ২য় স্কঃ ৫৪ )

যন্নামধেয়-শ্ৰৱণানুকীৰ্ত্তনাৎ যৎ প্ৰহ্বনাদ্‌ যৎ স্মৰণাদপি ক্বচিৎ।
শ্বাদোঽপি সদ্যঃ সৱনায় কল্পতে কুতঃ পুনস্তে ভগবন্নু দৰ্শনাৎ॥
অহো বত শ্বপচোঽতো গৰীয়ান্‌ যজ্জিহ্বাগ্ৰে বৰ্ত্ততে নাম তুভ্যম্।
তেপুস্তপস্তে জুহুবুঃ সস্নুৰাৰ্য্যা ব্ৰহ্মানূচুৰ্নাম গৃণন্তি যে তে॥
( ভঃ ৰঃ ধৃত ভাঃ ৩।৩৩।৬-৭ )

"সিটো চণ্ডালক গৰিষ্ঠ মানি।
যাৰ জিহ্বাগ্ৰে থাকে হৰি বাণী॥
( কীৰ্ত্তন ১৭২ )

ব্ৰহ্মবধী গুৰুবধী যতেক।
পিতৃ-মাতৃ বধী পাপী অনেক ॥
কুকুৰ খায় হেন ম্লেচ্ছগণে।
সিও শুদ্ধ হোৱে হৰি কীৰ্ত্তনে ॥

(কীৰ্ত্তন ১১৮)

চণ্ডালো হৰিনাম লৱে মাত্ৰ।
কৰিবে উচিত যজ্ঞৰ পাত্ৰ ॥

(কী: ১১৯

"যিটো চণ্ডালৰ, জিহ্বাৰ অগ্ৰত, হৰিগুণ নাম বীজে।
তাৰে তপ জপ, যজ্ঞ হোম দান, জানা প্ৰতি নিতে সিজে ॥
কুকুৰকো খায়, হেন ম্লেচ্ছসবো, হৰিনাম লৱে মাত্ৰ।
এতেকে তেখনে, সিওসৱ হোৱে, যজ্ঞ কৰিবাৰ পাত্ৰ ॥"

(১০ম, ১৯৮৩)

যি সকল বৰ্ণাশ্ৰম ধৰ্ম্মৰ অধিকাৰী নহয় সেইবিলাকৰ পক্ষে শ্ৰুতিস্মৃত্যুক্ত মানৱ ধৰ্ম্ম আচৰণপূৰ্ব্বক ভগৱদ্‌ভক্তিয়ে একমাত্ৰ কৰ্ত্তব্য আৰু মুক্তিৰ পথ।

ভক্তিৰ শ্ৰেষ্ঠতা

যি সকল কোনো গুৰুতৰ পাপাচৰণ কৰাৰ কাৰণে পতিত হৈ বৰ্ণাশ্ৰম ধৰ্ম্মৰ অধিকাৰচ্যুত হৈছে সেই বিলাকৰ পক্ষেও একমাত্ৰ ভগবদ্‌ভক্তিয়ে আশ্ৰয় স্থান। ইপিনে বৰ্ণাশ্ৰমী লোকৰ পক্ষেও ভগবদ্‌ভক্তি-ব্যতিৰেকে বৰ্ণাশ্ৰম-বিহিত ধৰ্ম্মই অকলে মুক্তি নিদিয়ে গতিকে ভগবদ্‌ভক্তি তেওঁবিলাকৰো আশ্ৰয়ণীয় পথ। এই কাৰণেই ভক্তিপথ সৰ্ব্বশ্ৰেষ্ঠ।

"পৰম নিৰ্ম্মল ধৰ্ম্ম, হৰিনাম কীৰ্ত্তন, সমস্ত প্ৰাণীৰে অধিকাৰ।
এতেকেসে হৰিনাম সমস্ত ধৰ্ম্মৰ ৰাজা, এহি সাৰ শাস্ত্ৰৰ বিচাৰ ॥"
(নাঃ ঘোঃ ১২২)

ভক্তি নিজে পৰম আনন্দৰসময়, ধন, জন, সাধন, ফল আদি সকলোৰে মূলীভূত কাৰণ ভক্তি; সকলো ধৰ্ম্মই ভক্তি সহকাৰে অনুষ্ঠিত হলেহে ফল দিব পাৰে গতিকে ভক্তি শ্ৰেষ্ঠ।

"তপ জপ তীৰ্থ স্নান, নলাগে ধাৰণা ধ্যান, কেৱলে ভকতি গতি সাধে।
কৰন্তে নাহিকে কষ্ট, অল্পবো নাহিকে নষ্ট, আক একো বিধিনি নবাধে॥
হেনিও লোকক যাৰ ভকতিক পাৰে আৰ, নাহি নাহি আক জানা নিষ্ট।
নৰগত ৰূপ ধৰৈ, বদনে নামক স্মৰৈ সি সি জন মহন্ত বিশিষ্ট ॥"
(১ম ১৭৪।৫)

ইয়াৰ শেষৰ কথাটো বিশেষভাৱে মনকৰিবলগীয়া।

ভকতিসে মাতা, ভকতিসে পিতা, ভকতিসে বন্ধুজন।
ভকতি সুহৃদ, সোদৰ বিধাতা, ভকতিসে মহাধন॥
ভকতিসে গতি, ভকতিসে মতি, ভকতিসে দেৱ দ্বিজ।
ভকতিসে চিত্ত, ভকতিসে বিত্ত, ভকতিসে মোক্ষৰ বীজ॥
ভকতি সদায়, সহায় ভকতি, জীৱন যৌৱন প্ৰাণ।
ইহ পৰ লোকে, ভকতি বিনাই, নাই নাই গতি আন।
[১০ম ২২১।২২]

যথাৰীতি অপৰাধহীনভাৱে উচ্চাৰিত হলে ভগৱন্নামে সমস্ত ফলকে দিব পাৰে; তেনেভাৱে উচ্চাৰিত নামৰতো কথাই নাই নামাভাসৰ দ্বাৰাও অসংখ্য মহাপাপ

ভগৱন্নাম-মাহাত্ম্য

নষ্ট হয়। কিন্তু তাতে অসুবিধা এই যে— যাৰ পাপ বৰ্ত্তমান থাকে তাৰ পক্ষে তেনেভাৱে নামৰ উচ্চাৰণটোৱে দুঃসাধ্য হৈ পৰে। বহু জনমৰ সঞ্চিত পুণ্যৰ ফলতহে মানুহে সেই নাম উচ্চাৰণ কৰিব পাৰে।

অপৰাধহীনকহে নামে তৰায়

শুদ্ধ বা অশুদ্ধ এক নাম বোলে বা শুনে বা মনে স্মৰে
অপৰাধহীন পুৰুষক সন্তে তাৰে।
দেহ ধন জন অৰ্থলোভে পাষণ্ড বুদ্ধিয়ে যিটো লোৱে
সেহি হৰিনামে তাৰিতে শীঘ্ৰে নপাৰে॥

[ নাঃ ঘোঃ ৬৫৫ ]

পুণ্যৱন্তইহে নাম লব পাৰে

শুনিলাহা সামাজিক মহিমা নামৰ।
আৰ কহোঁ যুগুতি শুনিয়ো আতপৰ॥
বোলে কোনোজনে বহু প্ৰয়াসে সাধিত।
বাড়বাৱিষিক আদি মুখ্য প্ৰায়শ্চিত্ত॥
হৰিনাম উচ্চাৰণ অতি সুখকৰ।
সিটো প্ৰায়শ্চিত্ত নোহে জানা শ্ৰেষ্ঠতৰ॥
ইটো বচনত পৰে নাহি মহামন্দ।
নকৰিবা তুমিসবে ইহাত আনন্দ॥
অনেক জনমে যিটো কৰি মহাশ্ৰম।
পুণ্যৰ সমূহ সাধি আছে যেক সম॥
নাম উচ্চাৰিতে পাৰে সি সি মহাজনে।
লৈয়ো আৰ সাক্ষী অজামিলৰ বচনে॥

[ বত্না ৮০২-৮০৩ ]

ওপৰৰ পদত " নামাপৰাধহীন " বুলি নকৈ সাধাৰণতে 'অপৰাধহীন' বুলি কোৱা হৈছে গতিকে শাস্ত্ৰান্তৰোক্ত নামাপৰাধ, ভগৱদপৰাধ আৰু বৈষ্ণৱৰ অপৰাধ এই তিনি বিধৰ কোনো অপৰাধ নাথাকিলেহে তাক নামে তৰায় বুলি বুজিব লাগিব। নামাপৰাধ দহোটা বিষ্ণুৰ অপৰাধ বত্ৰিশটা আৰু যি কোনো প্ৰকাৰে বিষ্ণু-ভক্তৰ অৱমাননা (১) ৰূপ বৈষ্ণৱৰ অপৰাধৰ পৰা মুক্ত থকাটো সংসাৰী জীৱৰ পক্ষে সহজ কথা নহয়। অনৱৰত উচ্চাৰিত নামে হলে মানুহক নামাপৰাধৰ পৰাও মুক্ত কৰে—

অনৱৰত উচ্চাৰিত নামে সমস্ত ফল দিয়ে

"সততে ফুৰে হৰিনাম গাই।
তেবেসে নামৰ দ্ৰোহ এৰাই॥"

[ কীঃ ৬২ ]

এই কাৰণে তেনেভাৱে নামোচ্চাৰণৰ বিধান দিয়া হৈছে—

জানিয়া হৰিক সততে স্মৰ।
ক্ষণেকো ন পাসৰিবাহা নৰ॥
যত মহাপুণ্য মহা পাতেক।
ই দুইৰো কিঙ্কৰ জানা প্ৰত্যেক॥

[ কীঃ ৮৬ ]

"হৰিক সততে স্মৰা প্ৰজা সমস্ত ধৰ্ম্মৰে ইসে ৰাজা
হৰিক স্মৰণে সিজয় পুণ্য কিঙ্কৰ।

(১) উক্ত অপৰাধবিলাকৰ বৰ্ণনা পদ্মপুৰাণ আৰু সাত্বততন্ত্ৰ আদি নানা গ্ৰন্থত আছে; নামাপৰাধৰ বৰ্ণনা কীৰ্ত্তনতো দিয়া আছে। অনুসন্ধিৎসুসকলে বিচাৰি লব।

নাপাসৰিবাহা কদাচিত শুনা কথা ইটো বিপৰীত
হৰি পাসৰিলে সিজে পাপ নিৰন্তৰ ॥"

[ নাঃ ঘোঃ ৬০৪ ]

দ্বাদশবাৰ্ষিকাদি শাস্ত্ৰোক্ত প্ৰায়শ্চিত্তৰ বিধান সেই কাৰণেই নিৰৰ্থক নহ'ল। অজ্ঞানী কৰ্ম্মী বা সংসাৰী লোকৰ চিত্ত সৰ্ব্বদায় বিক্ষিপ্ত হৈ থাকে। গতিকে সি নামাপৰাধৰ পৰা মুক্ত থকা সম্ভৱপৰ নহয়।

তদুপৰি শিয়াল খেদিবৰ কাৰণে সিংহক নিযুক্ত কৰিলে যিদৰে সিংহৰ বল বিক্ৰমক অৱমাননা কৰা হয় সেইদৰে প্ৰায়শ্চিত্তৰূপে, পাপ ক্ষয়ৰ উদ্দেশ্যে, ভগৱন্নাম ললেও নামৰ শক্তি আৰু মহিমাৰ অৱমাননা কৰা হয়; কাৰ্য্যতঃ, পাপক্ষয়কাৰক-ৰূপে বিহিত যাগ-যজ্ঞ আদি ধৰ্ম্মৰ লগত তাক সমব্যৱহাৰ কৰা হয়। তেনেকুৱা কৰাটো নামৰ অপৰাধ।

প্ৰায়শ্চিত্ত বিধিৰ সাৰ্থক্য

জানিয়ো হৰিৰ, নাম নকৈবাৰ, আৰো আছে অভিপ্ৰায়।
যেন কোনজনে, কুকুৰ শৃগাল, খেদাইবাক মাত্ৰ চায় ॥
তাক লাগি যেন, পোষণ সিংহক, মেলি নেদে কদাচিত।
সেহিমতে অতি, তুচ্ছ ছাড় ইটো, কোন পাপ প্ৰায়শ্চিত্ত ॥
পৰম মঙ্গল, হৰিনাম ধৰ্ম্ম, মুকুতৰো যাত ৰতি।
পাপ প্ৰায়শ্চিত্ত, অৰ্থে মহাজনে, নকৈলা নাম সম্প্ৰতি ॥

[ বস্থা ৭৮৮-৭৯০ ]

যিটো পাপী কৰে গুৰুক হেলা।
ব্ৰহ্মকো নিন্দে যদি কোনো বেলা ॥

× × ×

ধৰ্ম্ম হোম ব্ৰত তীৰ্থত স্নান।
যতেক আছে মহা যজ্ঞ দান॥
আক এবে কৰে নামক সৰি।
কতনো যাতনা ভুঞ্জিবে মৰি॥
নামৰ কীৰ্ত্তন কৰন্তে আনে।
আন মন কৰি নুশুনে কানে॥
অধোক যাই সিও হুইবে কলা।
বাইবেক কাণত তপত শলা॥
নাহিকে শ্ৰদ্ধা নাপাতয় কাণ।
তাক যিটো দেই নামৰ দান॥
নামৰ দ্ৰোহী নাহি তাত পৰে।
ভুঞ্জাইবে যাতনা যমকিঙ্কৰে॥
শুনিয়া নামৰ মহিমা নীতি।
তথাপি নামত নকৰে প্ৰীতি॥
নামৰ দ্ৰোহী সিও অহঙ্কাৰী।
ভুঞ্জিবেক কাকে জিহ্বা উভাৰি॥

[ কী: ৫১—৫৭ ]

নামক অৱমাননা কৰা, বেদ নমনা, নামত অৰুচি, অশ্ৰদ্ধা এইবিলাক নামাপৰাধৰ পৰা ৰক্ষা পাবৰ কাৰণেই শ্ৰৌত-স্মাৰ্ত্ত সমস্ত কৰ্ম্ম যথাবিধি কৰিব লগা হয়। যজ্ঞিকে পাপক্ষয়ৰ কাৰণে শাস্ত্ৰোক্ত প্ৰায়শ্চিত্তৰ আচৰণ কৰি নামৰ শ্ৰৱণ-কীৰ্ত্তন-স্মৰণেৰে সম্পাদনৰ দ্বাৰা তাক (প্ৰায়শ্চিত্তৰূপ কৰ্ম্মক) পাপক্ষয়শক্তিযুক্ত

কৰিব লাগে। তেতিয়া হে নামৰ মহিমা আৰু শক্তিৰ প্ৰতি শ্ৰদ্ধা দেখুৱা হয়। যেনে— কোনো ক্ষুদ্ৰ কাৰ্য্য সিদ্ধিৰ কাৰণে ৰজাক নিযুক্ত নকৰি তেওঁৰ (ৰজাৰ) শক্তিৰে শক্তিমান্ ৰাজকৰ্ম্মচাৰীক নিয়োগ কৰিলে ৰজাৰ শক্তি আৰু মহিমাও অক্ষুণ্ণ থাকিল, তাৰ প্ৰতি কোনো তুচ্ছ ব্যৱহাৰো কৰা নহ'ল বৰঞ্চ অধিক সম্মান বা শ্ৰদ্ধাহে দেখুৱা হ'ল; ঠিক সেইদৰে ইয়াতো যাগ-যজ্ঞ, ব্ৰতাদি প্ৰায়শ্চিত্তৰ নিজৰ কোনো শক্তি নাই নামৰ সম্পৰ্কত, নামৰ শক্তিৰ দ্বাৰাহে সিহঁতে শক্তিমান্ হৈ পাপক্ষয় কৰে বুলি মানা হ'ল। তাৰ দ্বাৰা ভগৱন্নাম যে সমস্ত ধৰ্ম্মৰ সাৰভূত এই কথা স্বীকাৰ কৰা হ'ল; অথচ যাগাদিৰ লগত তাৰ তুলনা বা যাগাদিৰ কাৰ্য্যত তাৰ প্ৰয়োগ কৰাৰ দোষো নঘটিল। ভক্ত বা জ্ঞানী লোকে ইচ্ছা কৰি কেতিয়াও পাপত প্ৰবৃত্ত নহয়, প্ৰমাদবশতঃ অজ্ঞাতসাৰে যদি তেওঁৰ দ্বাৰা কোনো পাপকৰ্ম্ম সম্পাদিত হয় তেন্তে অনৱৰত উচ্চাৰিত হৰিনামৰ পৰা সেইবিলাক পাপ বাসনা সহ সমূলঞ্চে দগ্ধ হৈ যায়।

"সিটো মহাজনে, চেতনে পাপত, নকৰিবে অভিলাষ।
যদি প্ৰমাদত, সিজে কদাচিত, কীৰ্ত্তনে কৰিবে নাশ॥"

[ৰত্না ৭৯৮]

নাম আৰু পাপ—বাসনাবিলাক পোহৰ আৰু অন্ধকাৰৰ দৰে পৰস্পৰ বিৰোধী; যিমান সময় নাম উচ্চাৰিত শ্ৰুত বা হৃদয়ত স্মৃত হৈ থাকে সিমান সময় সি নোহোৱা হয়; নামৰ বিৰাম হলেই আকৌ আহি আৱৰি ধৰে; গতিকে অনৱৰতে নামৰ স্ফুৰণ

হৈ থকা অৱস্থাতহে পাপ-বাসনা বা বিষয়াসক্তিৰ একান্তভাৱে নিবৃত্তি ঘটিছে বুলি বুজিব লাগে।

"শুনা যমদূত কহো নামৰ নির্ণয়।
লৈলে একবাৰ নাম পাপ হোৱে ক্ষয়॥

যেন বহুকাল ঘোৰ আন্ধাৰ আছয়।
একবাৰ প্রদীপ জ্বালিলে নষ্ট হয়॥

সেহিমতে হৰিনাম লৈলে একবাৰ।
অনাদি জন্মৰ পাপ হোৱয় সংহাৰ॥

পুনৰপি পাপ আসি চাপয় সমীপ।
বেঢ়ে অন্ধকাৰে যেন নিমাইলে প্রদীপ॥

নামৰ আবৃত্তি নেৰে এতেকে মহন্তে।
নাসে অন্ধকাৰ যেন প্রদীপ থাকন্তে॥

সদা নাম লোৱন্তে বাসনা হোৱে ক্ষয়।
নোপজয় পাপ পুনু চিত্ত শুদ্ধি হয়॥

এতেকেসে শাস্ত্রে কহে সদায় স্মৰণ।
কহিলোঁ সমস্ত তোত নামৰ লক্ষণ॥

[ বস্থা ৭৫১ – ৭৫৪ ]

নামৰ কীর্ত্তন-স্মৰণ আদিয়ে যিদৰে পাপক্ষয় কৰে তাৰ বিস্মৰণত

অবিস্মৃতভাৱে নাম লোৱাৰ বিধান

আকৌ সেইদৰে মহাপাপৰাশি পুঞ্জীভূত হৈ পৰে; এই কাৰণে অবিস্মৃতভাৱে নাম শ্রৱণাদিৰ বিধান দিয়া হৈছে— অবিৰত নাম-কীর্ত্তনৰ দ্বাৰা সাতটা কার্য্য হয়। যেনে—

"শুনিয়োক অভিপ্রায় আত পৰে পুণ্য নাই
হোৱে শুদ্ধ মহা অন্ত্য জাতি।

পৰম বান্ধৱ নাম যিটো লয়ে অবিশ্ৰাম
তাৰ সাত কাৰ্য্য সাধে আতি ॥
(১) দহয়ে পাতকগণ
(২) পুণ্য কৰে উপাৰ্জ্জন
(৩) বিৰকতি মিলৈ বিষয়ত।
(৪) কৃষ্ণৰ চৰণে প্ৰেম, ভকতিক উপজায়ে,
(৫) পায়ে বিষ্ণু—জ্ঞান মহাতত্ত্ব ॥
(৬) মায়াকো দহয়ে তাৰ কৰৈ মহা উপকাৰ,
দেখা কেনে ধৰম একান্ত।
(৭) যিটো পূৰ্ণানন্দ হৰি, তেন্তে এৰে
একে কৰি, থৈয়া নাম হোয়ে উপশান্ত ॥

আন ঠাইত আকৌ একান্তভাৱে অনৱৰত ভগৱৎ-স্মৰণৰ পৰা ভগৱদ্‌ভক্তি, বিষয়-বিৰক্তি আৰু ভগৱত্তত্ত্বজ্ঞান, এই তিনিটা ফল যুগপৎ একে সময়তে হয় বুলি কোৱা হৈছে—

ভজে মাধৱক নাম স্মৰে সৰ্ব্বক্ষণ।
একেবাৰে সিজে তাৰ তিনি প্ৰয়োজন ॥
প্ৰথমে উপজে প্ৰেম লক্ষণ ভকতি।
গৃহ শৰীৰতো পাছে মিলে বিৰকতি ॥
প্ৰেমৰ আস্পদ কৃষ্ণমূৰ্ত্তি স্ফুৰ্ত্তি হয়।
একুকালে মিলে আসি সম্পদ ত্ৰিতয় ॥
অতিশয় ক্ষুধাৰ্ত্ত ভুঞ্জন্তে যেন মতে।
সিজে তিনি প্ৰয়োজন প্ৰত্যেক গ্ৰাসতে ॥

হোৱে তুষ্ট দেহ পুষ্ট ক্ষুধা গুছি যায়।
প্ৰেম ভকতিৰ বাঞ্চা শুনা অভিপ্ৰায় ॥"

(নিঃ নঃ ৭২—৭৪)

প্ৰায়শ্চিত্তাদিৰ বিধান সাংসাৰিক লোকত থাকিব

অদ্বৈত জ্ঞানীৰ পক্ষে প্ৰায়শ্চিত্তাদি নানা কৰ্ম্মৰ বিধান, নিৰৰ্থক হলেও যিদৰে দ্বৈতদৃষ্টি-সম্পন্ন সকলৰ পক্ষে সেইবিলাক অনুষ্ঠেয় হোৱাৰ কাৰণে সাৰ্থক হয়, সেইদৰে ভেদদৃষ্টিহীন অভিমানশূন্য একান্ত ভক্তৰ পক্ষে প্ৰায়শ্চিত্তাদি কৰ্ম্মৰ বিধান নিৰৰ্থক বা নিষ্প্ৰয়োজন হলেও ভেদদৃষ্টিসম্পন্ন বিষয়ী লোকৰ পক্ষে সি অৱশ্য আচৰণীয় হোৱাৰ কাৰণে সাৰ্থক হৈ পৰিল।

"তথাপিতো অপ্ৰ, মাণ নকৰিলে, আন প্ৰায়শ্চিত্ত যত।
যেহেন ব্ৰেতত, যাগ-যোগ আদি, কহি আছে প্ৰথমত ॥
পাচত সমস্ত, কৰ্ম্মক মৰ্দ্দিয়া, অদ্বৈত জ্ঞান কহিল।
সেহি মতে আগে, প্ৰায়শ্চিত্ত কহি, পাচত নাম বিহিল ॥
সকলে কৰ্ম্মক, আচৰিয়া নৰে, পাছত নাম স্মৰৰে।
হৰিৰ নামেসে, জানিবা নিশ্চয়, কৰ্ম্মকো সুসাঙ্গ কৰে ॥

× × × ×

এতেকে অজ্ঞানী মনুষ্যৰ পদে প্ৰায়শ্চিত্ত ৰাখিলন্ত।
কৃষ্ণৰ নামক নানাবিধ শাস্ত্ৰে নিবন্ধি থৈয়া আছন্ত ॥
অনেক জন্মৰ, যিটো মহন্তৰ, পৰম পুণ্য আছয়।
স্বস্তাৱে নামক, বিচাৰি পাইবেক, সিটো সাধু মহাশয় ॥

(বস্ত্ৰ ১৯২—১৯৭)

পূৰ্ব্বোক্ত শ্ৰৱণ কীৰ্ত্তনৰ দ্বাৰাই ভক্তি আৰম্ভ হয় গতিকে এয়ে ভক্তিৰ বীজাধান। কলি যুগত প্ৰাণী অল্প শক্তি, অল্প-প্ৰাণ আৰু তাৰ বিষয়াভিনিবেশ বেচি, পাপ বা অবিশুদ্ধিৰ বাটো বহুত; গতিকে অধিক কষ্টসাধ্য তপস্যাদি ক্ৰিয়াৰ অনুষ্ঠান এই যুগৰ মানৱৰ পক্ষে সম্ভৱপৰ নহয়। সেই কাৰণে করুণাময় ভগৱানৰ ইচ্ছাতে নানা দোষৰ আকৰ স্বৰূপ কলি যুগৰ, ভক্তিৰ উপযোগী উৰ্ব্বৰা শক্তি অধিক হৈছে।

*কলি যুগৰ বৈশিষ্ট্য।*

এই কাৰণে ইয়াত ভক্তিবীজ উপ্ত হলেই কাল প্ৰভাৱত সহজেই অঙ্কুৰিত পল্লৱিত পুষ্পিত আৰু ফলিত হয়। এই কাৰণে কলি যুগৰ পক্ষে শ্ৰৱণ কীৰ্ত্তনেই, ভক্তিৰ ভিতৰত শ্ৰেষ্ঠ বুলি কোৱা হৈছে। উৰ্ব্বৰাভূমিত বীজ-বপন কৰিলে যে অঙ্কুৰাদিক্ৰমে তাৰপৰা ফলোৎপত্তি হয় এই কথা সহজবোধ্য।

*কলিত শ্ৰৱণ-কীৰ্ত্তনৰ প্ৰাধান্য*

অন্যান্য যুগত ধ্যান, যজ্ঞ, পূজাৰ পৰা যি ফল হৈছিল কলিত সম্যক্‌ভাৱে ভগৱন্নাম শ্ৰৱণ-কীৰ্ত্তন কৰিলেই সেই ফল পোৱা যায়। সত্যাদি যুগত সমস্ত কৰ্ম্মকে ভাগৱত ধৰ্ম্মত পৰিণত কৰিবলৈ হলে বা অচ্ছিদ্ৰ কৰিবলৈ হলে ক্ৰমে ভগৱানৰ ধ্যান, যজ্ঞ আৰু পূজাৰ বিধান আছিল। কলি যুগত ভগৱন্নাম কীৰ্ত্তনেহে সকলো কৰ্ম্মক সাঙ্গ অৰ্থাৎ ফলদানযোগ্য কৰে। কৃতাদি যুগত ধ্যান পূজাদিয়ে সৰ্ব্বত্ৰ ভক্তি ধৰ্ম্মৰ অব্যভিচাৰী ৰূপ আছিল। কলিত ভগৱন্নাম কীৰ্ত্তনেই ধৰ্ম্মৰ অব্যভিচাৰীৰূপ অৰ্থাৎ নাম-কীৰ্ত্তন ব্যতিৰেকে কোনো ধৰ্ম্মৰে সাৰ্থকতা নাই। কৃতাদি যুগত ধ্যান আদি আছিল

ভাগৱত ধৰ্ম্মৰ স্বৰূপ, নাম-কীৰ্ত্তনাদি অন্যান্য বিলাক আছিল অঙ্গ, কলিত নাম-কীৰ্ত্তনেই ভাগৱত ধৰ্ম্মৰ স্বৰূপ বা প্ৰধান, বাকী বিলাকহে অঙ্গ। গতিকে অন্যান্য যুগত নাম-কীৰ্ত্তনৰ স্থান বা উপযোগিতা যেনেকুৱা আছিল কলিত আন বিলাক তেনে ভাবে থাকিব।

কলিং স ভাজয়ন্ত্যাৰ্য্যা গুণজ্ঞাঃ সাৰভাগিনঃ।
যত্ৰ সংকীৰ্ত্তনেনৈৱ সৰ্ব্বঃ স্বাৰ্থো হি লভ্যতে॥
( ভঃ বিঃ ধৃত ভাঃ ১১।৫।৩৬ )

"কলিৰ গুণক মহাজ্ঞানী যিটো জানে।
চাৰি যুগ মাজত কলিক শ্ৰেষ্ঠ মানে॥
কলিত সততে যিটো গুণ-নাম গাৱে।
এতেকে সমস্তে সিদ্ধি সিটোজনে পাৱে॥"
( নিঃ নঃ ৩৮৯ )

কৃতে যদ্ধ্যায়তো বিষ্ণুং ত্ৰেতায়াং যজতো মখৈঃ।
দ্বাপৰে পৰিচৰ্য্যায়াং কলৌ তদ্ধৰিকীৰ্ত্তনাৎ॥
[ ভঃ বিঃ ধৃত ভাঃ ১২।৩।৫২ ]

ধ্যায়ন্ কৃতে যজন্ যজ্ঞৈস্ত্ৰেতায়াং দ্বাপৰেহৰ্চ্চয়ন্।
যদাপ্নোতি-তদাপ্নোতি কলৌ সংকীৰ্ত্ত্য কেশৱম্॥
[ ভঃ বিঃ ধৃত বৃঃ নাঃ পুঃ ৩৮।৯৭ ]

সত্যযুগে ধ্যান কৰি যজ্ঞত ত্ৰেতাত।
যেন ফল পাৱে নৰে দ্বাপৰে পূজাত॥
কলিত কীৰ্ত্তন কৰি পাৱে তেন গতি।
ব্ৰহ্মা আদি দেৱে তাক নপাৱন্ত সম্প্ৰতি॥
[ নিঃ নঃ ৩৯০ ]

"ইদনীং তু কলেঃ পৰম ধৰ্ম্মো নিৰূপ্যতে × × ×
কৃষ্ণবৰ্ণং ত্বিষা কৃষ্ণং সাঙ্গোপাঙ্গাস্ত্ৰ পাৰ্ষদম্।
যজ্ঞৈঃ সংকীৰ্ত্তনপ্ৰায়ৈৰ্যজন্তি হি সুমেধসঃ ॥

[ ভাঃ ১১।৫।২৯ ]

× × ×

যজ্ঞৈৰচ্চৰ্ণৈঃ সংকীৰ্ত্তনং নামোচ্চাৰণং স্তুতিশ্চ তৎপ্ৰধানৈঃ।"

[ ভঃ ৰঃ ২১।১ ]

সত্যযুগে ধ্যান, ত্ৰেতাযুগে যজ্ঞ, দ্বাপৰযুগত পূজা।
কলিত হৰিৰ, কীৰ্ত্তন বিনায়, আৰৰ নাহিকে দুজা ॥

[ নাঃ ঘোঃ ৩৯৯ ]

ইয়াত "আৰৰ নাহিকে দুজা" এই কথাৰ দ্বাৰা সজাতীয় দ্বিতীয়ৰহে অভাৱ বুজোৱা হৈছে; যেনে—"আমাৰ ইয়াত তেওঁৰ বাহিৰে দ্বিতীয় মানুহ নাই" বুলি কলে তেওঁৰ সমকক্ষ ব্যক্তিৰহে নিষেধ বুজা যায়। এনে স্থলত সজাতীয় বিজাতীয় দ্বিতীয়ৰ অভাৱ বুজাবলৈ গলে নিজৰ কথাৰ লগতে বিৰোধ ঘটে। কাৰণ আন নহলেও নাম-কীৰ্ত্তন ব্যতিৰিক্ত ভগৱানৰতো অস্তিত্ব নমনাকৈ কোনোমতে নোৱাৰি; গতিকে তেওঁৰ অস্তিত্ব স্বীকাৰৰ দ্বাৰাই বিজাতীয় দ্বিতীয়ৰ নিষেধ ব্যাহত হৈ পৰে।

"কলিত হৰিৰ, কীৰ্ত্তনত পৰে, অন্যত্ৰ ধৰ্ম্ম আচৰে।
মিছাতে কেৱল, শ্ৰমমাত্ৰ পায়ে, একোৱে ফল নধৰে ॥"

( নাঃ ঘোঃ ৪০০ )

ইয়াৰ দ্বাৰা সকলো কৰ্ম্মতে হৰি-কীৰ্ত্তন সম্বন্ধৰ বিধান দিয়া হৈছে। হৰি-কীৰ্ত্তনৰ সম্বন্ধ ব্যতিৰিকে যে আন ধৰ্ম্মই ফল জন্মাব

নোৱাৰে এই কথাকেহে ইয়াত আন ভঙ্গাত কোৱা হৈছে।

"কলিত হৰিৰ, কীৰ্ত্তন এৰিয়া, আনমতে চাহে গতি।
যেন কুলবধূ, নিজ স্বামী তেজি, ভজে গৈয়া উপপতি॥"

(নাঃ ঘোঃ ৪০১)

ইয়াত হৰি-কীৰ্ত্তন ত্যাগ কৰি আন কৰ্ম্মৰ দ্বাৰা গতি বিচৰাক নিন্দা কৰা হৈছে— হৰি-কীৰ্ত্তনযুক্ত আন যথাবিহিত কৰ্ম্মক নিন্দা কৰাটো এই পদত বুজা নাযায়।

"হৰে ৰাম হৰে ৰাম এ মূলমন্ত্ৰ।
কলিত নাহিকে তপ-জপ-যজ্ঞ-যন্ত্ৰ॥

(কীঃ ঘোঃ)

ইয়াতো 'হৰে ৰাম' নামৰ সম্বন্ধবিহীন তপ-জপ আদিৰহে অভাৱ বুজোৱা হৈছে। "হৰে ৰাম"ক মন্ত্ৰ বুলি উল্লেখ কৰাৰ দ্বাৰা এতৎসম্বন্ধযুক্ত তপ-জপ আদি যে অৱশ্য কৰণীয় সেইটোহে বুজা যায়। কাৰণ যিবিলাক শব্দ, জপ যজ্ঞাদিৰ অঙ্গৰূপে ব্যৱহৃত হয় তাকেহে মন্ত্ৰ বোলা হয়। ভগৱন্নামো জপ যজ্ঞাদিৰ অঙ্গৰূপে [কীৰ্ত্তন আদিও জপেই] ব্যৱহৃত হলেহে ফলদায়ক হয়; সেই কাৰণে তাক মন্ত্ৰ বুলি উল্লেখ কৰা হৈছে; নহলে শাস্ত্ৰস্থ হৰি-নামে যথাস্থিতভাৱেই (শ্ৰৱণ-কীৰ্ত্তনাদি বিনাই) ভক্তি, মুক্তি, ফল দি থাকিল হেতেন। কীৰ্ত্তনাদি বিধানৰো কোনো প্ৰয়োজন নাছিল।

"তন্ত্ৰ মন্ত্ৰ আনো দ্ৰব্য অনেক।
দেশ কাল পাত্ৰ ছিদ্ৰ যতেক॥

পূৰ্ণ সুহি যন্ত যজ্ঞৰ অঙ্গ ।
হৰিনামে কৰৈ সবে সুসাঙ্গ ॥

( কীঃ ১২৪ )

এইবিলাক কথাৰ দ্বাৰা হৰি-নামযুক্ত যজ্ঞাদি সমস্তৰে কৰ্ত্তব্যতা প্ৰতিপাদন কৰা হৈছে। এইদৰে অধিক অদৃষ্ট কল্পনা, বাক্যভেদ আদি দোষ নঘটাকৈ, সামান্য-বিশেষভাৱ বিবেচনা কৰি, অন্যান্য বাক্যৰো পৰস্পৰ বিৰোধভঞ্জন কৰিব লাগে।

---

## অষ্টম অধ্যায়

### ভগৱদ্‌ভক্তিৰ ৰস-ৰূপতা

শ্ৰুতিত আছে যে—"ৰসো বৈ সঃ ৰসংহেৱায়ং লব্ধ্বানন্দী ভৱতি; কো হেৱান্যাৎ কঃ প্ৰাণ্যাৎ যদেষ আকাশ আনন্দো ন স্যাৎ।" [ তৈত্তিৰীয়োপনিষৎ ২।৬ ] সেই ভূমৰূপ পৰমাত্মাই ৰস; জীৱ-জগৎ সেই ৰসকে লাভ কৰি আনন্দময় হয়; এই সংসাৰত কোনে চলা-ফুৰা কৰিলে হেতেন যদি এই নিৰাৱৰণ পৰমানন্দস্বৰূপ আকাশ (আত্মা) নাথাকিল হেতেন।

ৰসাত্মক ব্ৰহ্ম

"তদেতৎ প্ৰেয়ঃ পুত্ৰাৎ, প্ৰেয়ো বিত্তাৎ, প্ৰেয়োঽন্যস্মাৎ সৰ্ব্বস্মাদন্তৰতৰং যদয়মাত্মা।" [ বৃহদাৰণ্যকোপনিষৎ ১।৪।৮ ] এই যে অন্তৰতৰ আত্মা, এৱে পুত্ৰতকৈ প্ৰিয়, বিত্ততকৈ প্ৰিয় আৰু অন্যসকলোতকৈ প্ৰিয়।

আনপিনে তেৱেঁই পৰম সুখস্বৰূপ বুলিও কোৱা হৈছে। ছান্দোগ্য উপনিষদত ব্ৰহ্মবিত্তম মহৰ্ষি সনৎকুমাৰে নাৰদক উপদেশ দি কৈছে যে—"মানুহে য'ত সুখলাভ হয় বুলি বুজে তেন্তে সেই কাৰ্য্য কৰে; যদি তাত সুখলাভ নহয় বুলি জানে তেন্তে সেই কাৰ্য্য নকৰে। গতিকে সুখকে প্ৰথমে জানিব লাগে।"

তেতিয়া নাৰদে "সুখৰ স্বৰূপ কি" বুলি সোধাত গুৰু সনৎকুমাৰে কৈছে যে—"যিটো ভূমা সেয়ে সুখ, অলপত সুখ

নাই ; একমাত্র ভূমাই সুখস্বৰূপ গতিকে ভূমাকে জানিব লাগে।” নাৰদে সুধিলে—“ভূমা কি তাকেই জানিব খোজো।” ইয়াৰ উত্তৰত ঋষিয়ে কৈছে যে— “য’ত আন একো দেখা নাযায়, আন একো শুনা নাযায়, আন একো জানা নাযায়, অন্য সমস্তৰে জ্ঞান লুপ্ত হৈ যায় সেয়ে ভূমা আৰু য’ত আন কিবা দেখা যায়, আন কিবা শুনা যায়, আন কোনো বস্তুৰ জ্ঞান থাকে সেযে অল্প। যি ভূমা সেয়ে অমৃত আৰু যি অল্প সেয়ে মর্ত্ত্য বা মৰণশীল।” (১)

ইয়াৰ পাচত, এই ভূমাই যে স্বপ্রতিষ্ঠ, সৰ্ব্বান্তর্য্যামী, সর্ব্ব-ব্যাপক, পৰমাত্মা আৰু তেওঁক দেখিলে বুজিলে তথা উপলব্ধি কৰিলে যে মানুহে স্বপ্ৰকাশ পৰমসুখ বা আত্মানন্দ লাভ কৰে— এই কথা কোৱা হৈছে। (২)

(১) যদা বৈ সুখং লভতে হথ কৰোতি, না সুখং লব্ধ্বা কৰোতি, সুখমেৱ লব্ধ্বা কৰোতি, সুখংত্বেৱ বিজিজ্ঞাসিতব্যমিতি। সুখং ভগৱো বিজিজ্ঞাস ইতি॥ যো বৈ ভূমা তৎসুখং, নাল্পে সুখমস্তি, ভূমৈৱ সুখং, ভূমাত্বেৱ বিজিজ্ঞাসিতব্য ইতি। ভূমানং ভগৱো বিজিজ্ঞাস ইতি॥ যত্ৰ নান্যৎ পশ্যতি, নান্যচ্ছৃণোতি, নান্যদ্ বিজানাতি স ভূমা, অথ যত্রান্যৎ পশ্যত্যন্যচ্ছৃণোতি অন্যদ্ বিজানাতি তদল্পং, যোবৈ ভূমা তদমৃতমথ যদল্পং তন্মর্ত্ত্যং স ভগৱঃ কস্মিন্ প্রতিষ্ঠিত ইতি, স্বে মহিম্নি, যদি বা ন মহিম্নীতি॥

[ ছাঃ উঃ ৭।২২-২৪ ]

(২) অথাত আত্মাদেশ এৱ আত্মৈৱাধস্তাদাত্মোপৰিষ্টাদাত্মা পশ্চাদাত্মা পুৰস্তাদাত্মা দক্ষিণত আত্মোত্তৰত আত্মৈৱেদং সৰ্ব্বমিতি। স ৱা এষ এবং পশ্যন্নেৱং মন্বান এবং বিজানন্নাত্মৰতিৰাত্মক্রীড়

এই শ্ৰুতিপ্ৰতিপাদ্য পৰম ৰসস্বৰূপ পৰম সুখাত্মক ভূমাই পৰংব্ৰহ্ম, পৰমাত্মা। এৱেঁই আমাৰ পৰম উপাস্য ভগৱান্ শ্ৰীকৃষ্ণ।

ৰসাত্মক ব্ৰহ্মই শ্ৰীকৃষ্ণ — তেওঁৰ আস্বাদন বা স্বৰূপোপলব্ধিৰ কাৰণেই আমাৰ অন্তঃকৰণ-বৃত্তি আৰু ইন্দ্ৰিয়সমূহ, জাগতিক ভোগ্য-সমূহত—নদী নিৰ্ঝৰ, তৰু-লতা, পৰ্ব্বত-প্ৰান্তৰ, নীলাকাশ, শাৰদচন্দ্ৰ, তাৰ স্নিগ্ধোজ্জ্বল অমৃতবৰ্ষী, কিৰণমালা, কোকিলৰ কলধ্বনি, ভ্ৰমৰৰ গুঞ্জন, মল্লিকা, মালতী, যুথি, জাই, গোলাপ, পদুম আদি কুসুমৰ সৌৰভ, মলয়া-পৱন, কামিনী-কাঞ্চন প্ৰভৃতি বিষয়বোৰত আসক্ত হয়।

এইবিলাকৰ মাজেদি যি সেই পৰমাত্মাৰ স্বৰূপানন্দ বা স্বৰূপ

বিষয় সুখ — সুখৰ উপলব্ধি হয় তাকেই বোলা হয় বিষয় সুখ বা সাংসাৰিক সুখভোগ।

যিবিলাক বস্তু লোকত ৰতি, ক্ৰোধ, শোক আদিৰ কাৰণ হয় সেইবিলাকে কবিৰ কল্পনাৰ পটত অঙ্কিত হৈ কাব্যৰ দ্বাৰা

বিভাৱ — বা নাট্যৰ দ্বাৰা অভিব্যক্ত হলে 'বিভাৱ' নাম পায় (১); আৰু মানৱৰ হৃদয়ত চিৰসঞ্চিতভাৱে থকা ৰতি, ক্ৰোধ, শোক আদি স্থায়ীভাৱৰাশিক জগাই নতুনকৈ সমুজ্জ্বলিত কৰি তোলে।

আত্মমিথুন আত্মানন্দঃ স স্বৰাড্ ভৱতি, তস্য সৰ্ব্বেষু লোকেষু কামচাৰো ভৱতি॥ [ছাঃ উঃ ৭।২৫।২]

(১) তত্ৰ লৌকিক-ৰত্যাদেঃ কাৰণং লৌকিকং তু যৎ।
কাব্যোপদৰ্শিতংতত্তু বিভাৱ ইতি কথ্যতে॥
[ভক্তিৰসায়ণ ৩।৭]

লোকত ৰতি, ক্ৰোধ, শোক আদি ভাৱোদ্ৰেকৰ দ্বাৰা মানৱ-দেহত যিবিলাক বিকৃতি অৰ্থাৎ ৰোমাঞ্চ, কম্পন, অশ্ৰুপাত আদি

অনুভাৱ — শাৰীৰিক চেষ্টা প্ৰকট হয় সেইবোৰেই কাব্য বা নাট্য আদি কলাৰ জৰীয়তে অভিব্যক্ত হলে তাক কোৱা হয় অনুভাৱ। (১) ইয়াৰ দ্বাৰা সামাজিকৰ হৃদয়ত জাগ্ৰত হোৱা ৰত্যাদি ভাৱ পৰিপুষ্ট বা উপলব্ধিযোগ্য হয়।

লোকত, ৰতি, ক্ৰোধ, শোক আদি ভাৱ হৃদয়ত উদ্ৰিক্ত হৈ উঠিলে জলমধ্যস্থ তৰঙ্গৰ দৰে তাৰ (স্থায়ীভাৱৰ) ওপৰেদি

সঞ্চাৰী বা ব্যভিচাৰী ভাৱ — কিছুমান সঞ্চৰণশীল ভাৱ যেনে,— সন্তোষ, অসূয়া, চিন্তা, লজ্জা, দৈন্য, নিৰ্ব্বেদ আদি বিচ্ছিন্নভাৱে অভিব্যক্ত হৈ উঠে। ইয়াৰ দ্বাৰা মানুহজনৰ ৰত্যাদি প্ৰধান ভাৱটি অতি সমৃদ্ধ হৈ উঠে। সেইবোৰেই কাব্য, নাট্য আদি কলাৰ সহযোগত সামাজিকৰ বোধগম্য হলে তাৰ নাম হয় সঞ্চাৰী বা ব্যভিচাৰী ভাৱ। (২)

কাব্য বা নাট্যৰ দ্বাৰা উপস্থাপিত এই বিভাৱ, অনুভাৱ আৰু সঞ্চাৰী ভাৱ কলাৰ ব্যাপাৰৰ দ্বাৰা সাধাৰণী-কৃত হয়;

---

(১) লৌকিকমেৱ ৰত্যাদের্লোকে যৎ কাৰ্য্যমীক্ষিতম্।
কাব্যোপদৰ্শিতং তৎস্যাদনুভাৱ পদাস্পদম্॥
[ তথা ৩।৮ ]

(২) লৌকিকস্যৈৱ ৰত্যাদে যে ভাৱাঃ সহকাৰিণঃ।
কাব্যোপদৰ্শিতাস্তেতু কথ্যন্তে ব্যভিচাৰিণঃ॥
[ ভক্তিৰসায়ণ ৩।৯ ]

বস

অৰ্থাৎ লোকত এইবিলাক পদাৰ্থত, 'মোৰ বা আনৰ ৰতি, মোৰ বা আনৰ ৰোমাঞ্চ, মোৰ বা আনৰ হৰ্ষ'— এনেকুৱা আত্মপৰ ভেদবোধ থাকে ; কিন্তু কলাৰ দ্বাৰা উপস্থাপিত বিভাৱ আদি পদাৰ্থ সহৃদয সামাজিকৰ মনত 'মোৰ' বা 'আনৰ' এনেকুৱা সম্বন্ধ বা ব্যক্তিগত ভাৱটিক এৰি সাধাৰণভাৱে পৰস্পৰে মিলিত হৈ প্ৰতীত হয। ইয়াৰ ফলত সামাজিকৰ অন্তঃকৰণ-বৃত্তি ৰত্যাদিভাৱাকাৰে আকাৰিত বা পৰিণত হয আৰু তাত প্ৰতিবিম্বিত সচ্চিদানন্দৰূপ আত্মাই তাক ( ৰত্যাদিভাৱক ) নিজতকৈ অনতিৰিক্ত-ৰূপে প্ৰকাশ কৰে ; তেতিযা তাৰ নিজৰ স্বৰূপভূত আনন্দই প্ৰকাশিত বা আস্বাদিত হয়। এই কাব্য ব্যাপাৰৰ দ্বাৰা নিবাৰৰণ-ৰূপে অভিব্যক্ত ৰত্যাদিৰূপ চিত্ত-বৃত্তিত প্ৰতিফলিত (ৰত্যাদ্যৱচ্ছিন্ন) আত্মচৈতন্যই 'কলানন্দ' বা 'ৰস'। গতিকে যি স্বৰূপানন্দ বিষয়ৰ মাজেদি প্ৰকাশ হৈ বিষয় সুখ নামেৰে অভিহিত হয় সেয়ে আকৌ লৌকিকবিষয়বিমুক্ত চিত্তত বিভাৱ, অনুভাৱ. সঞ্চাৰী ভাৱৰ দ্বাৰা অভিব্যক্ত হৈ 'ৰস' নামৰ বাচ্য হয়।

আলঙ্কাৰিক সকলৰ লগত অসমীয়া বৈষ্ণৱৰ ঐকমত্য

আমাৰ দেশৰ বৈষ্ণৱসকলৰ মতে যে ভগৱান্ সচ্চিদানন্দ বিগ্ৰহ, সমস্ত সুখ বা আনন্দৰ স্বৰূপভূত, প্ৰাণীমাত্ৰৰে আত্মা, পৰম প্ৰিয় ; তেওঁৰ স্বৰূপানন্দই যে বিষয়ৰ মাজেদি প্ৰকট হলে বিষয় সুখ বুলি প্ৰতীত হয় আৰু তেৱেঁই যে সমস্ত ৰসৰ আকৰ ; এইবিলাক কথা আগেয়ে কোৱা হৈছে। এক ভূমানন্দ বা স্বৰূপানন্দৰূপ তত্ত্বই যে বিষয়ানন্দ, কলানন্দ বা ৰসৰূপে আস্বাদিত হয় — এই কথা

আলঙ্কাৰিকসকলেও মুক্তকণ্ঠে স্বীকাৰ কৰিছে। বিষয়ানন্দৰ ক্ষেত্ৰত সেই স্বৰূপানন্দ মায়িক বিষয়ৰ দ্বাৰা অৱচ্ছিন্ন বা উপহিত হৈ প্ৰতীত হয়; তাৰ ভূমভাৱটি অবিদ্যা বা ৰত্যাদি ভাৱৰ কাৰণী-ভূত মায়াৰ আৱৰণ শক্তিৰ দ্বাৰা আবৃত থাকে; সেই কাৰণে সি নিৰৱচ্ছিন্ন বা অখণ্ড নহয়। "ৰসগঙ্গাধৰ"ত পণ্ডিতৰাজ জগন্নাথে আৰু "ভগৱদ্ভক্তিৰসায়ন"ত মধুসূদন সৰস্বতীয়ে এইবিলাক কথা স্পষ্টভাৱে কৈছে। (১)

---

(১) ......"প্ৰমাত্ৰা স্বপ্ৰকাশতয়া ৱাস্তৱেন নিজস্বৰূপানন্দেন সহ গোচৰী-ক্ৰিয়মাণঃ প্ৰাগ্‌বিনিবিষ্ট-বাসনাৰূপো ৰত্যাদিৰেৱ ৰসঃ", × × × ইত্থং চাভিনৱগুপ্ত-মম্মটভট্টাদি-গ্ৰন্থস্বাৰস্যেন ভগ্নাৱৰণচিদ্‌বিশিষ্টো ৰত্যাদিস্থায়ীভাৱো ৰস ইতি স্থিতম্। ৱস্তুতস্তু ৱক্ষ্যমান-শ্ৰুতিস্বাৰ-স্যেন ৰত্যাদ্যৱচ্ছিন্না ভগ্নাৱৰণ-চিদেৱ ৰসঃ, সৰ্ব্বথৈৱ চাস্যা বিশিষ্টাত্মনো বিশেষণং বিশেষ্যং বা চিদংশমাদায় নিত্যত্বং স্বপ্ৰকাশত্বং চ সিদ্ধং ৰত্যাদ্যংশমাদায় ত্বনিত্যত্বমিতৰভাস্যত্বং চ; চৰ্ব্বণা চাস্য চিদ্গতা-ৱৰণভঙ্গ এৱ প্ৰাগুক্তা তদাকাৰান্তঃকৰণবৃত্তিৰ্ব্বা" ইত্যাদি।

[ ৰসগঙ্গাধৰ, ১ম আনন ]

ভগৱান্ পৰমানন্দস্বৰূপঃ স্বয়মেৱ হি।
মনোগতস্তদাকাৰ ৰসতামেতি পুষ্কলম্॥
কান্তাদি-বিষয়েহপ্যস্তি কাৰণং সুখচিদ্‌ঘণম্।
কাৰ্য্যাকাৰতয়া ভেদেহপ্যাবৃতং মায়য়া স্বতঃ॥

[ ভক্তিৰসায়ন ১।১০, ১১ ]

স্বপ্ৰকাশস্বৰূপত্বাৎ ত্বাধাৰো ন বিদ্যতে।
তদ্ব্যোম্নিকায়া মুক্তেষু মায়াজিত-মনঃ প্ৰতি।

( তথা ৩।৩ )

আচাৰ্য্য অভিনৱ গুপ্তপাদে, শান্তৰসকে সৰ্ব্বোত্তম আৰু প্ৰকৃতি বা মুলৰস বুলি কয়। তেওঁৰ অভিপ্ৰায় এই যে "শম" বা শান্ত অৱস্থা হ'ল,—বিষয় সংস্পৰ্শবিৰত চিত্তত সচ্চিদানন্দাত্মক আত্মাৰ স্বৰূপাৱস্থান; শান্তৰসৰ স্থায়ীভাৱ শম, তত্ত্ব-জ্ঞান বা আত্মজ্ঞান। এই আত্মজ্ঞান আৰু আত্মা অভিন্নবস্তু; আত্মা স্বৰূপতে আনন্দময় বা ৰসস্বৰূপ; ফলতঃ এই আত্মস্বৰূপেই শান্ত-ৰসৰ স্থায়ীভাৱ। এই আত্মস্বৰূপক ভিত্তি কৰিয়ে বাকী সমস্ত ৰস আৰু ভাৱৰ স্ফুৰণ হয়। বাকী ভাৱবিলাক সকলো ইয়াৰ (শম বা আত্মস্ফুৰণৰ) লগত ব্যভিচাৰী (১)। সমস্ত ৰসতে আত্মাৰ স্বৰূপানন্দৰ ভান হয় গতিকে, সকলোতে শান্ত বা শম ভাৱৰ সংস্পৰ্শ অৱশ্যম্ভাৱী। অভিনৱে কৈছে যে, সকলো ৰসৰে আস্বাদ শান্ত-ৰসৰ দৰে হয়; কাৰণ, সকলোতে চিত্তৰ বহিৰ্বিষয়-নিবৃত্তি থাকে,

*সৰ্ব্বৰসৰ মূল শান্তৰস*

---

(১) "ইহ তত্ত্বজ্ঞানমেৱ তাৱন্মোক্ষসাধনমিতি তস্যৈৱ মোক্ষে স্থায়িতা যুক্তা। তত্ত্বজ্ঞানং নামাত্মজ্ঞানমেৱ।" × × × তেনাত্মৈৱ জ্ঞানানন্দাদি-বিশুদ্ধ-ধৰ্ম্মযোগী পৰিকল্পিত-বিষয়োপভোগ-ৰহিতোঽত্ৰ স্থায়ী। ন চাস্য স্থায়িতয়া স্থায়িত্বং ৱচনীয়ম্। ৰত্যাদয়ো হি তত্তৎকাৰণান্তৰোদয়-প্ৰলয়োৎপদ্যমান-নিৰুধ্যমানবৃত্তয়ঃ কিঞ্চিৎ কাল-মাপেক্ষিকতয়া স্থায়িৰূপাত্মভিত্তিসংশ্ৰয়াঃ সন্তঃ স্থায়িন ইতি উচ্যন্তে। তত্ত্বজ্ঞানং তু সকল ভাৱান্তৰ ভিত্তিস্থানীয়ং সৰ্ব্বস্থায়িভ্যঃ স্থায়ি-তমং সৰ্ব্বাং ৰত্যাদিকা চিত্তবৃত্তিঃ ব্যভিচাৰী ভাৱয়ন্নিসৰ্গত এৱ সিদ্ধ-স্থায়ীভাৱমিতি × × × শম আত্মস্বভাৱঃ; স শম শান্তেন মুনিনা প্ৰতিপাদিতঃ।

[ অভিনৱ ভাৰতী ]

চিত্ত বহিৰ্বিষয়-নিবৃত্ত নহলে কোনো ৰসৰে স্ফুৰণ নহয় (১)।

সেই সেই বিভাৱ, অনুভাৱ আদি নিজ নিজ কাৰণৰ দ্বাৰা শান্তৰ পৰাই আনবিলাক ৰস ওপজে আৰু সেই কাৰণবোৰ নাইকিয়া হলে শান্ততে লয় পায়।

"স্বং স্বং নিমিত্তমাদায় শান্তাদুৎপদ্যতে ৰসঃ।
পুনৰ্নিমিত্তাপায়ে তু শান্ত এৱ প্ৰলীয়তে॥

[ অভিনৱভাৰতী ]

অভিনৱগুপ্তপাদে ভগৱদ্ ভক্তিক শান্তত‌কৈ বেলেগ ৰস বুলি গণ্য নকৰি শান্ত ৰসৰে অঙ্গ বুলি স্বীকাৰ কৰিছে। "অতএব ঈশ্বৰ প্ৰণিধান বিষয়ে ভক্তিশ্ৰদ্ধে স্মৃতিমতি-ধৃত্যুৎসাহাদ্যনুপ্ৰৱিষ্টে অন্যথৈৱাঙ্গম্ (শান্তস্য) ইতি ন তয়োঃ পৃথগ্ ৰসত্বেন গণনম্।" [ অভিনৱভাৰতী—নাট্যশাস্ত্ৰ—৬।১০৯ ]

ভক্তি অতিৰিক্ত ৰস নহয়

ঈশ্বৰ প্ৰণিধান-বিষয়ক ভক্তি আৰু শ্ৰদ্ধা, স্মৃতি-মতি-ধৃতি আৰু উৎসাহ প্ৰভৃতিৰে অনুপ্ৰৱিষ্ট হৈ শান্ত ৰসৰে অঙ্গ হয়; সেই কাৰণে সিহঁতক পৃথক্ ৰস বুলি গণনা কৰা নহ'ল। ইয়াত আচাৰ্য্যই যে "ঈশ্বৰ-বিষয়ক ভক্তি শ্ৰদ্ধা" নুবুলি "ঈশ্বৰ-প্ৰণিধান-বিষয়ক ভক্তি শ্ৰদ্ধা" বুলিছে সেইটো অৱশ্য লক্ষণীয়। ঈশ্বৰ-প্ৰণিধান বা ঈশ্বৰাভিধ্যানৰূপ যি ভক্তি অৰ্থাৎ ইশ্বৰ বিষয়ক ধাৰাবাহিক চিত্তবৃত্তি ( যাক আমি ভক্তি বুলিছোঁ ) তাৰ প্ৰতি যি আগ্ৰহ ( তাকে পাবৰ কাৰণে চিত্তৰ ব্যগ্ৰতা বিশেষ ) তাকেই

(১) তত্ৰ সৰ্ব্বৰসানাং শান্তপ্ৰায় এৱাস্বাদঃ বিষয়েভ্যো বিপৰিবৃত্ত্যা।
( অভিনৱ ভাৰতী )

ইয়াত ‘ভক্তি’ শব্দৰ দ্বাৰা কোৱা হৈছে। গতিকে ঈশ্বৰ প্ৰণিধান বা নিৰ্গুণা—ভক্তিৰ সাধনৰূপ তেনে সগুণা-ভক্তিকহে শান্ত ৰসৰ অঙ্গ বুলি কোৱা হৈছে।

অতিনৱৰ অভিপ্ৰেত শম বা আত্মজ্ঞানটি আমাৰ বৰ্ণিত নিৰ্গুণা-ভক্তিৰ ভিতৰতে পৰে; এই কথা পাচত স্পষ্ট হব।

ভগৱদ্ভক্তিৰ শমভাৱৰূপতা

ইয়াৰ দ্বাৰা এইটো কথা সিদ্ধ হ'ল যে আমি যাক সচ্চিদানন্দৰূপ পৰমাত্মা, ব্ৰহ্ম নাইবা ভগৱান্ বুলিছোঁ৷ ৰসবাদী-সকলেও তাকে যি কোনো প্ৰকাৰে সৰ্ব্ব ৰসৰ মূলীভূত পৰম ৰসস্বৰূপ বুলি স্বীকাৰ কৰিছে।

সাহিত্যিকৰ পৰিভাষা মতে ‘ৰস’ শব্দই যাক বুজায় সি হৈছে কাব্যাদি কলাৰ দ্বাৰা উপস্থাপিত, সাধাৰণীকৃত বিভাৱাদি কাৰণৰ সমবায়ত উপনীত, ভাৱাভিষিক্ত চিত্তত নিজ স্বৰূপৰ আনন্দাংশৰ প্ৰকাশ; গতিকে যিমান পৰ কলাৰ দ্বাৰা উপস্থাপিত অৰ্থৰ অৱলম্বন বা উপলব্ধি অথবা তাৰ ধ্বনিৰ আলোড়ন থাকে সিমান পৰলৈয়ে সেই আস্বাদন স্থায়ী হয়। কলাৰ দ্বাৰা উপস্থাপিত অৰ্থক অৱলম্বন নকৰাকৈ তাৰ প্ৰকাশ নহয়।

কলানন্দ

জ্ঞানীসকলে যেতিয়া অদ্বৈত তত্ত্বৰ উপলব্ধি কৰি সেই স্বৰূপানন্দৰূপতা প্ৰাপ্ত হয় তেতিয়া তেওঁ সেই মহানন্দত ডুবি যায় আৰু অনৱৰত কেৱল সেই ৰসাস্বাদ বা ৰসৰ স্ফুৰণেই একমাত্ৰ থাকে। এয়ে ব্ৰহ্মবিদ্যা বা অদ্বৈত জ্ঞানানন্দ।

ব্ৰহ্মানন্দ

ইয়াত স্বব্যতিৰিক্ত কোনো বাহ্য অৱলম্বন নাই গতিকে ই নিৰালম্বন, নিৰ্ব্বিকল্প, স্বপ্ৰতিষ্ঠ আৰু নিঃসীম। অভিনৱে ইয়াকে শান্ত ৰসৰ স্থায়ীভাৱ 'শম' বুলি কৈছে।

পৰম ৰসাত্মক ভগৱানৰ প্ৰতি যি আকৰ্ষণ বা ধাৰাবাহিক ভাৱে প্ৰৱহমান, ভগৱদাকাৰে আকাৰিত, দ্ৰৱীভূত চিত্তবৃত্তি, সেয়ে ভগৱৎ-প্ৰেমানন্দ ই ভক্তি বা ভগৱদ্‌ৰতি। বাস্তৱিকতে ব্ৰহ্ম বা আত্মাৰ লগত অভিন্ন বিভু নিত্য পৰিপূৰ্ণ সুখবোধাত্মক ভগৱন্তই ইয়াৰ আলম্বন, বিষয়-সংস্পৰ্শ মুঠেও নাই; গতিকে আত্ম-সাক্ষিক সেই তন্ময় চিত্তবৃত্তি, উচ্চল আনন্দ পৰিপূৰ্ণ তত্ত্বৰূপেই অৱস্থান কৰে। এই জ্ঞানাত্মিকা ভক্তি ভগৱন্মাত্ৰাৱলম্বন, সবিকল্পক, নিঃসীম আৰু নিৰতিশয়। ব্ৰহ্মানন্দতকৈ ইয়াত সচ্চিদানন্দৰূপ ভগৱানৰ প্ৰকাশ বা আনন্দাংশৰ আস্বাদ কোনো প্ৰকাৰে ন্যূন বা হীন নহয়। ব্ৰহ্মানন্দত চিত্তৰ দ্ৰৱীভাৱ নাথাকে, ভক্তিৰ আনন্দত চিত্ত দ্ৰৱীভূত হয়; গতিকে ব্ৰহ্মবিদ্যাৰ আনন্দ গৌৰৱমণ্ডিত পৰ্ব্বতৰাজ হিমালয়ৰ দৰে স্থিৰ, নিশ্চল আৰু ভগৱদ্‌ভক্তিৰ আনন্দ উত্তালতৰঙ্গবিকম্পিত মহাসমুদ্ৰৰ দৰে চল গম্ভীৰ। প্ৰকৃতিস্থ সূৰ্য্যৰ ৰশ্মি যিদৰে অধিক শক্তিশালী, স্বচ্ছ আৰ্চ্চিত প্ৰতিফলিত হলে অতি তীব্ৰভাৱে আমাৰ চকুত লাগে, সেইদৰে ভগৱৎস্বৰূপানন্দও ভক্তৰ দ্ৰৱীভূত চিত্তত প্ৰতিফলিত হলে ব্ৰহ্মানন্দতকৈও তীব্ৰতৰ-ভাৱে অনুভূত বা আস্বাদিত হয়। সেই কাৰণেই ব্ৰহ্মজ্ঞান-পৰিতৃপ্ত, আত্মাৰাম জ্ঞানীসকলেও স্বেচ্ছাই ভগৱদ্‌ভক্তিৰ আস্বাদত মগ্ন হৈ থাকে।

"আত্মাৰামাস্তু মুনয়ঃ নিৰ্গ্ৰন্থা অপ্যুৰুক্ৰমে।
কুৰ্ব্বন্ত্যহৈতুকীং ভক্তিমিত্থম্ভূতগুণো হৰিঃ॥" [ভাগৱত

"ঐকান্তিক মহামুনি যত নিবর্ত্তিয়া বিধি নিষেধত
নিৰ্গুণ ভাৱত থিতি হুয়া নিৰন্তৰে।
জানি পুৰুষাৰ্থ সাৰ তত্ত্ব কৃষ্ণ কথামৃত সাগৰত
কথনে মথনে সদাই ৰমণ কৰে॥
হৰিৰ গুণৰ দেখা বল লভিলেক যিটো মোক্ষ ফল
তাহাৰা সবৰো চিত্তক আনয় টানি।
এতেকে নিপুন যিটোজন কৃষ্ণৰ চৰণে দিয়া মন
হৰিৰ গুণক নছাৰিবা সাৰ জানি॥
[ নাঃ ঘোঃ ৩৪৭—৬৪৮ ]

এয়ে পৰম প্ৰেমাত্মিকা নিৰ্গুণা-ভক্তি বা ৰসময়ী ভক্তি—ৰসময়ী ৰসস্বৰূপা অৰ্থাৎ ভগৱৎস্বৰূপভূতা ভক্তি। কাব্য, নাট্য আদি কলাৰ দ্বাৰা ব্যঞ্জিত পাৰিভাষিক নৱৰসতকৈও অধিক মধুৰ, অধিক প্ৰকাশময় আৰু পৰিপূৰ্ণ। ইয়াকে মধুসূদন সৰস্বতীয়ে কৈছে—

ভগৱদ্ভক্তি পাৰপূৰ্ণ ৰসস্বৰূপা

"কান্তাদিৱিষয়া বা যে ৰসাদ্যাস্তত্ৰ নেদৃশম্।
ৰসত্বং পুষ্যতে পূৰ্ণসুখাস্পৰ্শিত্বকাৰণাৎ॥
পৰিপূৰ্ণৰসা ক্ষুদ্ৰ-ৰসেভ্যো ভগৱদ্ৰতিঃ।
খদ্যোতেভ্য ইৱাদিত্য-প্ৰভেৱ বলৱত্তৰা॥"
[ ভক্তিৰসায়ন ২।৭৭-৭৮ ]

কান্তাদি-বিষয়ক যি ৰস আৰু ভাৱ আদি প্ৰকটিত হয় সেইবিলাকৰ ভিতৰত পূৰ্ণ আনন্দৰ বিকাশ নাথাকে; এই কাৰণে সেইবিলাকত এনেকুৱা অৰ্থাৎ ভগৱদ্‌বিষয়ক ৰতিত যেনেকুৱা ৰস-পুষ্টি ঘটে তেনেকুৱা ৰসপুষ্টি নহয়। কান্তাদি-বিষয়ক যি ৰস

সেইবিলাক ভগৱদ্বিষয়ক ৰতিৰ তুলনাত, আদিত্য প্ৰকাশৰ তুলনাত জোনাকী পৰুৱাৰ দৰে ক্ষুদ্ৰ আৰু ভগৱদ্ৰতি আদিত্য প্ৰকাশৰ দৰে মহিম-মণ্ডিত। অসমীয়া বৈষ্ণৱ সাধুসকলেও এই কথাকে প্ৰকাৰান্তৰে বাৰম্বাৰ ৰিঙিয়াই কৈছে—

"কৃষ্ণৰ ভকতি সুখ সাগৰ সঙ্কাশ।
অমৃততো অধিক স্বাদ নাহিকে প্ৰয়াস।"

[ শ্ৰীশঙ্কৰ ১০ম স্কঃ ]

"হেন তযু পদে অখণ্ডিত ৰতি হৌক।
শ্ৰৱণ কীৰ্ত্তন ৰসে কদাপি নেৰোক॥"

[ তথা ]

"তেবেসে লোকৰ, হৈবেক কৃষ্ণৰ, চৰণত প্ৰেম ৰস।"

[২য় স্কঃ ]

"মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময়ী মাগোহো ভকতি।"

"হৰি কথা অমৃতৰ সমাকে আলাপ ৰসে।"

"হৰি কীৰ্ত্তনৰ মহা আনন্দ সুখক আশে
কতো কতো সব মহাজনে।
মুকুতি সুখকো তেজি মহন্ত জনৰ সঙ্গে
খোজে অতি কৃষ্ণৰ চৰণে॥"

কিন্তু ইটো মহা ধৰ্ম্ম মাধৱৰ জন্ম কৰ্ম্ম
বেদে যাৰ নপাৱে মহিমা।
হৰিনাম কীৰ্ত্তনত মিলে মোক্ষ আদি যত
কীৰ্ত্তন সুখৰ নাহি সীমা॥

মধুৰৰো সুমধুৰ, হৰিৰ কীৰ্ত্তন ৰস, মঙ্গলৰো পৰম মঙ্গল।
এতেকেসে মুকুতিকো, ত্যজি হৰি গুণ গায়া, ফুৰে মহা মহন্তসকল॥

[ নামঘোষা ]

পৰম নিপুন সবো বুজিয়া শাস্ত্ৰৰ তত্ত্ব
পৰিপদি পঙ্কজে ভজিয়া।
হৰি কীৰ্ত্তনৰ মহা নিৰ্ভৰ আনন্দে মজি
থাকে সুখে মুকুতি তেজিয়া॥"

"হৰিনাম প্ৰেম ৰস অমৃত নিধিক বান্ধি
গুপ্ত কৰি থৈলা দেৱগণে।"

'পৰম মঙ্গল কৃষ্ণ যশ যাত পৰে আন নাহি ৰস
পৰম আনন্দ সমুদ্ৰে মজি ৰহয়।"

( নাঃ ঘোঃ )

"এহিমতে ভক্তিৰস মিলিল যাহাৰ।
লভে মহা আনন্দ গুছয় অহঙ্কাৰ॥"
"ভক্তিৰস বঢ়াই নাশ কৰিয়ো সংসাৰ।"
"ভকতি ৰসত পূৰ্ণ হুয়া থাকে হিয়া॥"
"সমস্ত লোকৰ তাপহাৰী কৃষ্ণ যশ।
তাহাক শাৱন্তে মিলে মহা প্ৰেম ৰস॥"

( গোপালচৰণ—৩য় স্কন্ধ )

"ঝৰিলা লোতক নয়নৰ বিপৰীত।
মহা প্ৰেমৰসে ৰাজা ভৈলা আকুলিত॥
ব্ৰহ্মানন্দ সুখত মজিলা পৃথুৰায়।
ভকতি ৰসত ভৈলা ভৰুধ পৰায়॥

( ৪ৰ্থ স্কন্ধ )

এনেকৈ নানা স্থলত সাধুসকলে ভক্তিক ৰস, আনন্দ বা নিঃসীম সুখস্বৰূপ বুলি উল্লেখ কৰিছে। কিন্তু এই ৰস যে শৃঙ্গাৰ আদি প্ৰসিদ্ধ ৰসৰ অন্যতম বা তাতকৈ অতিৰিক্ত এক প্ৰকাৰ নাইবা শৃঙ্গাৰ আদি ৰসেই ভগৱদ্‌বিষয়ক হলে ভক্তিৰস হয় অথবা শৃঙ্গাৰ আদি ৰসৰে মূলীভূত ৰস ভক্তি—এই কথা স্পষ্টকৈ ক'তো কোৱা নাই।

ৰস শব্দই পাৰিভাষিকভাৱে কাব্যানন্দ বা কলাৰ দ্বাৰা ব্যঞ্জিত আনন্দক বুজায়। তাৰ যৌগিক অৰ্থ লৈ—"ৰস্যতে ইতি ৰসঃ।" [ সাহিত্যদৰ্পণ— ১।৩ ] এই ব্যুৎপত্তি অনুসাৰে উচ্চল আনন্দ মাত্ৰতে 'ৰস' শব্দৰ ব্যৱহাৰ চলে ; যেনে— 'ৰতিৰস' ইত্যাদি। অসমৰ বৈষ্ণৱ সাহিত্যত এই যৌগিক অৰ্থতে 'ভক্তি'ত ৰস শব্দ প্ৰয়োগ কৰা হৈছে।

(ভক্তিত ৰস শব্দৰ অৰ্থ যৌগিক)

খৃষ্টীয় ত্ৰয়োদশ শতকৰ মহাৰাষ্ট্ৰী পণ্ডিত আৰু ভক্ত বোপদেৱ গোস্বামীয়ে "মুক্তাফল" গ্ৰন্থত বিষ্ণু ভক্তৰ লক্ষণ আৰু ভেদ নিৰ্ণয় কৰিবলৈ গৈ কৈছে যে, এক ভক্তি-ৰসেই হাস্য শৃঙ্গাৰ কৰুণ ৰৌদ্ৰ বীৰ ভয়ানক বীভৎস অদ্ভুত আৰু শান্ত এই ন-প্ৰকাৰে আস্বাদিত হয় হেতুকে তদনুসাৰে ভক্তও ন-বিধ (১)। হেমাদ্ৰিৰ নামত প্ৰচলিত, মুক্তাফলৰ টীকাত এই কথাৰ ব্যাখ্যা কৰি কোৱা হৈছে যে, ভক্তি-ৰসৰ অনুভৱ হয় যাৰ তাকে ভক্ত বোলা হয় ; যেনেকৈ তৃপ্তি অনুভৱ কৰোতাজনক তৃপ্ত বুলি কোৱা হয়।

(বোপদেৱৰ দৃষ্টিত ভক্তি-ৰস)

(১) "স নবধা ভক্তঃ। ভক্তিৰসস্যৈৱ হাস্য-শৃঙ্গাৰ-কৰুণ-ৰৌদ্ৰ-ভয়ানক বীভৎস-শান্তাদ্ভুত-বীৰৰূপেণানুভৱাৎ"। ( মুক্তাফল ১১।১, বৃত্তি )

সেই ভক্তিৰ অনুভৱ হাস্যাদিভঙ্গিভেদে ন-প্ৰকাৰ। হাস্য প্ৰভৃতিয়ে ভগৱন্তত প্ৰযুক্ত হলে ভক্তিলক্ষণাক্ৰান্ত হয় হেতুকে ভক্তিৰসৰূপতা প্ৰাপ্ত হয় (১)। ইয়াৰ পাচত বোপদেৱে কৈছে যে ব্যাসাদিৰ দ্বাৰা বৰ্ণিত বিষ্ণুৰ বা বিষ্ণু ভক্তসকলৰ নৱ-ৰসাত্মক চৰিত্ৰৰ শ্ৰৱণাদিৰ পৰা হৃদয়ত যি চমৎকাৰ আনন্দ ওপজে সেয়ে ভক্তি ৰস (২)।

গৌড়ীয় বৈষ্ণৱসকলৰ মতে কাব্য-ৰসিকৰ দৃষ্টিত বৈষ্ণৱ সাহিত্যৰ ৰস এটা মাত্ৰ, সেইটো হৈছে ভক্তি-ৰস। মূলীভূত ভক্তিৰস মুখ্য গৌণভেদে দুই ভাগে বিভক্ত। শ্ৰীকৃষ্ণ-বিষয়ক শান্ত দাস্য সখ্য বাৎসল্য আৰু মধুৰ (ভগৱদ্ বিষয়ক শৃঙ্গাৰ) এই পাঁচ প্ৰকাৰ মুখ্য ভক্তিৰস, শ্ৰীকৃষ্ণ-বিষয়ক হাস্য অদ্ভুত বীৰ করুণ ৰৌদ্ৰ বীভৎস আৰু ভয় এই সাত প্ৰকাৰ গৌণ ভক্তিৰস (৩)।

গৌড়ীয় বৈষ্ণৱৰ দৃষ্টিত ভক্তি-ৰস

(১) "ভক্তিৰসানুভবাচ্চ ভক্তঃ। যথা তৃপ্ত্যনুভবাত্তৃপ্ত ইত্যুচ্যতে। স চানুভবো নবধা হাস্যাদিভঙ্গিভেদেন। হাস্যাদয় এব হি ভগৱতি প্ৰযুজ্যমানাঃ "তস্মাৎকেনাপ্যুপায়েন মনঃ কৃষ্ণে নিবেশয়েদি" তি ভক্তিলক্ষণাক্ৰান্তত্বাদ্ "ভক্তিৰস" পদবীমাসাদয়ন্তীতি ভাৱঃ।"

(মুক্তাফল টীকা)

(২) "ব্যাসাদিভিৰ্বৰ্ণিতস্য বিষ্ণোৰ্বিষ্ণুভক্তানাং বা চৰিত্ৰস্য নৱৰসাত্মকস্য শ্ৰৱণাদিনা জনিতশ্চমৎকাৰো ভক্তিৰসঃ।"

(মুক্তাফল ১১শ অধ্যায়)

(৩) "ভক্তিভেদে ৰতিভেদ পঞ্চ পৰকাৰ।
শান্ত ৰতি দাস্য ৰতি সখ্য ৰতি আৰ ॥

এওঁবিলাকে যিদৰে ভগৱদ্ বিষয়ক শৃঙ্গাৰ আদি ৰসকহে ভক্তি ৰসমূলক বুলি কৈছে আৰু কাব্য-ৰসিকৰ প্ৰসিদ্ধ শান্তাদি সমস্ত ৰসেই ভগৱদ্ বিষয়ক হলে ভক্তি-ৰস হয় বুলি স্পষ্টকৈ কৈছে অসমীয়া বৈষ্ণৱসকলে সেইদৰে স্পষ্ট-ভাৱে এনেকুৱা কথা ক'ভো কোৱা নাই। প্ৰাণীয়ে যে নিজক ভাল পায়; সেই আত্মপ্ৰীতি আৰু জাগতিক বিষয়ক ভালপোৱা-ৰূপ সৰ্ব্ব বিষয়ক ৰতিৰে মূল উৎস যে ভগৱৎপ্ৰীতি এই কথা এওঁবিলাকেও স্পষ্টকৈ কৈছে। যেনে—

অসমীয়া বৈষ্ণৱৰ সম্মত ভক্তি-ৰস

"সমস্তৰে আত্মা নাৰায়ণ, আত্ম সুখে ৰতি সৰ্ব্বক্ষণ।"

"যি হেতু চৈতন্যপূৰ্ণ পৰমাত্ম ৰূপে হৰি
হৃদয়ত আছন্ত প্ৰকাশি।
তাতেসে ইন্দ্ৰিয়গণ ভূত প্ৰাণ বুদ্ধি মন
প্ৰৱৰ্ত্তে যতেক জড়ৰাশি॥"

---

বাৎসল্য ৰতি মধুৰ ৰতি পঞ্চ বিভেদ।
ৰতি ভেদে কৃষ্ণ ভক্তিৰস পঞ্চ ভেদ॥
শান্ত দাস্য সখ্য বাৎসল্য মধুৰ ৰস নাম।
কৃষ্ণ ভক্তিৰস মধ্যে এপঞ্চ প্ৰধান॥
হাস্যাদ্ভুত বীৰ কৰুণ ৰৌদ্ৰ বীভৎস ভয়।
পঞ্চবিধ ভক্তে গৌণ সপ্তৰস হয়॥
পঞ্চৰস স্থায়ী ব্যাপি ৰহে ভক্ত মনে।
সপ্ত গৌণ আগন্তুক পাইয়ে কাৰণে॥
(শ্ৰীচৈতন্য চৰিতামৃত, মধ্যলীলা ১৯ পৰিচ্ছেদ)

"জগততে কৃষ্ণ, কৰিছা নিবাস, জগতে তাস্তে ৰময়।
এতেকেসে তাঙ্ক, বুলি বাসুদেৱ. নামৰ ইটো নির্ণয়॥"
"যি হেতু কৃষ্ণেসে আত্মা এতেকেসে জীৱৰাশি
নিৰন্তৰে আনন্দ লভয়।"

[ নামঘোষা ]

ইয়াৰ দ্বাৰা এইটো স্পষ্ট হৈছে যে, লৌকিক আনন্দই বোলক বা কলাৰ ৰসেই বোলক সকলো সুখৰে স্বৰূপভূত তত্ত্ব হ'ল ভগৱান্ আৰু প্ৰীতি বা ভালপোৱাৰ স্বৰূপভূত বস্তু হৈছে সেই মূলীভূত ভগৱৎপ্ৰীতি, আত্মপ্ৰীতি বা ভক্তি। এই আত্মপ্ৰেম বা ভগৱদ্ ৰতি বিষয় আদিৰ মাজেদি প্ৰকাশিত হলে তাৰ আচল ৰূপটি মায়াবৃত থাকে আৰু সাহিত্যাদি কলাৰ প্ৰভাৱত উদ্দিক্ত ৰতি, শোক আদি স্থায়ী ভাৱক লৈ প্ৰকাশিত হলেও তাত বাস্তাদি বিষয়ক ৰত্যাদি ভাৱৰ সংশ্ৰৱ থাকে গতিকে তাতো তাৰ আচল ৰূপটি প্ৰকট নহয়। সেই কাৰণে য'ত জ্ঞাতসাৰেই হ'ক বা অজ্ঞাতসাৰেই হ'ক ভগৱদ্ ৰতিয়ে মায়িক বিষয়ৰ সংস্পৰ্শহীনভাৱে কেৱল বিষ্ণু বিষয়ক হৈ উঠিব তেতিয়া ভগৱৎস্বৰূপানন্দৰ ওপৰৰ মায়াৰ আৱৰণ খুলকি পৰিব আৰু পৰিপূৰ্ণ আনন্দৰূপতা প্ৰকট হৈ উঠিব। সেইহে যেতিয়া ভগৱান্ শ্ৰীকৃষ্ণই বৃন্দাৱনত ব্ৰহ্মা'ৰ মোহৰ অৰ্থে গোৱৎস দামুৰী ৰূপ ধৰিছিল তেতিয়া সেইবিলাকৰ প্ৰতি অকল সিহঁতৰ মাক-বাপেকৰ নহয় আনৰো প্ৰীতি বা স্নেহ পৰিপুষ্ট হৈ উচ্চল আনন্দত হৃদয় ভৰি গৈছিল—

"বিদুৰৰ পৰা পাচে বৎসক দেখিল।
মিলিল আনন্দ মন চেতন হৰিল॥

আনন্দতে আপুনাকো পাসৰি লয়ৰে।
বেগে ঝাম্প দিয়া পৰ্ব্বতৰ পৰা পৰে॥

× × ×

গিলে যেন অঙ্গক চেলেকে সৰ্ব্ব গায়।
পুলকিত তনু উপজিলা প্ৰেম ভায়॥
আনন্দ সাগৰে মন মজিল একান্ত।
গোৱালৰ শুনা আৰে যি ভৈলা বৃত্তান্ত॥

× × ×

দৰশনে পুত্ৰক জুৰাই গোপগণ।
স্নেহ ৰস সাগৰত নিমজিল মন॥

× × +

ঝৰে নীৰ হৰিষতে তনু ৰোমাঞ্চিত।
মিলে ব্ৰহ্মানন্দ দেখো কিনো বিপৰীত॥
জগতৰে আত্মা কৃষ্ণ তাস্ত যেন মতে।
অনুক্ষণে যিটো স্নেহ আছিল পূৰ্ব্বতে॥
সেহিমত নিজ তনয়ত বাঢ়ে স্নেহ।
আসম্বাৰ দেখো আজি পৰম সন্দেহ॥
মোৰ কিয় আসম্বাত অতিৰেক দয়া।
দেৱে কি অসুৰে কিবা পাতি আছে মায়া॥

(১০ম স্কন্ধ)

সমস্ত ৰসেই যদি ভক্তি-ৰসৰে প্ৰকাশবিশেষ হয় তেন্তে তাক নানা ৰসৰ ভিতৰৰ অন্ততম বুলি কব নোৱাৰি, আত্মপ্ৰীতি

ভগৱত্‌ৰতি বা ভক্তি আৰু ৰস বস্তুতঃ একেই, উপাধিভেদে এয়ে নানা ৰসস্বৰূপে প্ৰতীত হয়। গতিকে জীৱাত্মাৰ ভিতৰত পৰমাত্মাৰ দৰে; ভিন্ ভিন্ কাপোৰত সূতাৰ দৰে, নানা জলাশয়ত প্ৰতিবিম্বিত সূৰ্য্য-বিম্বৰ দৰে সমস্ত কাব্য, নাট্য আদিৰ ৰসতে অনুস্যূতভাবে থাকিও ই অতি উৰ্দ্ধত অৱস্থিত; পৰমাত্মাৰ স্বৰূপজ্ঞান হলে যিদৰে জীৱাত্মাবোৰ অপূৰ্ণ, অসত্য বা মায়িক বুলি প্ৰতীত হয় ভক্তি-ৰসৰ আস্বাদ পালে সেইদৰে অন্যান্য ৰস বা সুখবিলাক অপূৰ্ণ অসত্য আৰু মায়িক বুলি প্ৰতীত হয়। গতিকে আলঙ্কাৰিকৰ দৃষ্টিত প্ৰসিদ্ধ নৱৰসৰ বাহিৰে 'ভক্তি-ৰস' নামৰ অতিৰিক্ত এবিধ ৰস স্বীকাৰৰ প্ৰয়োজনীয়তা এওঁবিলাকে উপলব্ধি কৰা নাছিল।

দ্বিতীয় স্কন্ধৰ পদত শ্ৰীশঙ্কৰে প্ৰাৰ্থনা কৰিছে। যে—

"সেহি কৃপাময়, মোৰ বাক্যচয়, অলঙ্কৃত কৰন্তোক।
শৃঙ্গাৰাদি নানা, ৰসে ব্যক্ত হৌক. আনন্দে লোকে শুনোক॥"

এই পদটি "সোঽলঙ্ক্‌ষীষ্টাখিলকৃদ্‌ৰচাংসি মে" এই ভাগৱত শ্লোকাংশৰ অনুবাদ। মূল শ্লোকত শৃঙ্গাৰাদি ৰসৰ কথা নাই; টীকাত শ্ৰীধৰস্বামীপাদে কৈছে যে—

"ইদানীং স্বৱাচং শ্ৰোতৃজনাহ্লাদিনীং শৃঙ্গাৰ করুণাদিশোভাং প্ৰাৰ্থয়তে

ইয়াৰ দ্বাৰা ভাগৱত-কথাই যে আলঙ্কাৰিকসকলৰ অভিমত শৃঙ্গাৰ আদি ৰসৰে পৰিবেশন কৰিব তাৰেহে ইঙ্গিত দিয়া হৈছে—তাৰ পৰা ব্যঞ্জিত ৰসক 'ভক্তি-ৰস' বুলি উল্লেখ কৰা নাই।

"শৃঙ্গাৰ ৰসে যাৰ আছে ৰতি।
আৰু শুনি হৌক নিৰ্ম্মল মতি॥"          [ কীৰ্ত্তন ]

ইয়াতো শৃঙ্গাৰ-ৰসৰ আস্বাদ লাভৰ কাৰণেহে 'ৰাসক্রীড়া-কথা' শ্রৱণ কৰিবলৈ উপদেশ দিয়া হৈছে। ভগৱদ্ বিষয়ক কথাৰ পৰা ব্যঞ্জিত হোৱা শৃঙ্গাৰ-ৰসাস্বাদৰ দ্বাৰা চিত্ত নিৰ্ম্মল বা ভগৱদ্-ভক্তিৰ উপযোগী হয় বুলি যদিও কোৱা হৈছে তথাপি তাৰ দ্বাৰা ৰাসক্রীড়াকথা যে সাক্ষাদ্ভাৱে ভক্তি-ৰস বা প্রেম-ৰসৰ হেতু এই বিষয়ে কোনো ইঙ্গিত দিয়া হোৱা নাই। যদি অতিৰিক্ত 'ভক্তি-ৰস' মানোতাসকলৰ দৰে ভাগৱদ্বিষয়ক শৃঙ্গাৰ আদিয়ে ভক্তি-ৰস বুলি এওঁবিলাকেও ভাবিলেহেঁতেন তেন্তে ইয়াত ভাগৱত শ্রৱণ ৰসক 'ভক্তি-ৰস' বুলি স্পষ্টভাৱে উল্লেখ কৰিলে হেঁতেন।

এই বিষয়ে আনন্দবৰ্দ্ধনাচাৰ্য্যৰ সম্মতি

ভক্তি যে কবিপ্রসিদ্ধ ৰসৰ উৰ্দ্ধত অৱস্থিত এই বিষয়ে সৰ্ব্বশ্রেষ্ঠ আলঙ্কাৰিক আৰু অন্যতম দাৰ্শনিক আনন্দবৰ্দ্ধনাচাৰ্য্যৰো পূৰ্ণ সম্মতি পোৱা যায়।

"যা ব্যাপাৰৱতী ৰসং ৰসয়িতুং দৃষ্টিঃ কৱীনাং নৱা
দৃষ্টিৰ্যা পৰমাৰ্থৱস্তু বিষয়োন্মেষা চ বৈপশ্চিতী।
তে দ্বে অপ্যৱলম্ব্য বিশ্বমখিলং নিৰ্ণয়ন্তো ৱয়ম্
শ্রান্তা নৈৱ তু লব্ধমাব্ধিশয়ন ত্বদ্ভক্তিতুল্যং সুখম্॥
(ধ্বন্যালোকবৃত্ত)

'নানা ৰসৰ আস্বাদ কৰিব আৰু কৰাবৰ অৰ্থে ব্যাপৃত কবি-সকলৰ নৱ নৱ দৃষ্টি আৰু পৰমাৰ্থবস্তুৰ প্রকাশত ব্যাপৃত দাৰ্শনিক সকলৰ তাত্ত্বিক দৃষ্টি — এই উভয় দৃষ্টিতে আমি সমগ্র বিশ্বক বুজিছোঁ আৰু তাৰ (বিশ্বৰ) স্বৰূপ বৰ্ণনা কৰিছোঁ। আজীৱন এইদৰে বিশ্বদৰ্শন আৰু বিশ্ববৰ্ণন কৰি কৰি এতিয়া আমি পৰিশ্রান্ত হৈ

পৰিছোঁ। কিন্তু, হে জলশায়িনাৰায়ণ! তোমাক ভালপোৱা ৰূপ ভক্তিত যি সুখ তেনে সুখলাভ আমাৰ ভাগ্যত নঘটিল।' সাহিত্য বা কাব্য-নাট্য আদিৰ সহায়ত উপলব্ধ ৰসৰ তুলনাত যে ভক্তিসুখ অধিক এই কথাকে ইয়াত কোৱা হৈছে।

ইয়াতে আপত্তি এই যে, কান্তাদিবিষয়ক ৰতি আদি স্থায়িভাৱৰ, শৃঙ্গাৰ আদি ৰস স্বীকাৰ কৰাৰ দৰে ভগৱৎবিষয়ক ৰতি

অসমীয়া বৈষ্ণৱ সাহিত্যৰ ৰস বিচাৰ

বা ভক্তি স্থায়িভাৱৰ, 'ভক্তিৰস' স্বীকাৰ নকৰিলে বৈষ্ণৱ কবিসকলৰ প্ৰণীত এই বিপুল বৈষ্ণৱ সাহিত্যৰ ব্যৱস্থা কি হব? যদি এই বিলাকৰ দ্বাৰা কবিপ্ৰাণৰ, সাহিত্যৰ প্ৰাণস্বৰূপ ৰসৰ স্ফুৰণ নহয় বুলি কোৱা হয় তেন্তে এই বিলাকক সাহিত্য বোলা হব কি যুক্তিত? যদি সাহিত্যই হয় তেন্তে তাৰ পৰা কোনো ৰসৰ স্ফুৰণ নহব কিয়? গতিকে সেই বিলাককো ৰসাত্মক সাহিত্য বুলি বুজিবলৈ হলে তাৰ পৰা কি কি ৰস ব্যক্তি হয় সেইটোৰ বিচাৰ একান্ত আৱশ্যক।

এই আপত্তিৰ উত্তৰত বক্তব্য এই, শান্তৰসৰ স্থায়ীভাৱ

শান্ত ৰসৰ স্বৰূপ

শম বা নিৰ্ব্বেদ অৰ্থাৎ যি অৱস্থাত একো বাহ্য বিষয়ৰ প্ৰতি আকৰ্ষণ বা আসক্তি নাথাকে। নাট্যশাস্ত্ৰত কোৱা হৈছে যে,—

> ন যত্ৰ সুখং ন দুঃখং ন দ্বেষো নাপিমৎসৰঃ।
> সমঃ সৰ্ব্বেষু-ভূতেষু স শান্তঃ প্ৰথিতো ৰসঃ॥
>
> [ নাট্যশাস্ত্ৰ ৬।১০৬ ]

'য'ত সুখ, দুখ, দ্বেষ-মাৎসৰ্য্য একো নাথাকে সৰ্ব্বভূতত

সমদৃষ্টিৰূপ সেয়ে শান্তৰস। আনন্দবৰ্দ্ধনে এই শমভাৱকে 'তৃষ্ণাক্ষয়' সুখ; ৰুদ্ৰটে সম্যক্ জ্ঞান; অভিনৱগুপ্তই মোক্ষৰ হেতুভূত-তত্বজ্ঞান, আত্মজ্ঞান বা আত্মস্বৰূপ বুলিছে। গতিকে আত্মাৰাম যোগী, সমস্তকে বিষ্ণুৰূপে উপলব্ধি কৰোতা জ্ঞানী, আৰু একান্ত ভগৱদ্ভক্ত—এই তিনিৰো এই শম ভাৱটি অনুস্যূতভাৱে থকা দেখা যায়। এই তিনিও অৱস্থাতে চিত্তৰ শম নামৰ ভাৱটি চিদানন্দৰূপ আত্মাৰ উপাধিৰূপে থাকে গতিকে এই তিনি বিধেই শান্ত অৱস্থা। এতদনুসাৰে সাহিত্যৰ দ্বাৰা অভিব্যক্ত শান্তৰসো তিনিবিধ হব পাৰে। যেতিয়া সাহিত্য বা কৱিৰ উপলব্ধিৰ দ্বাৰা উপস্থাপিত, সাধাৰণীকৃত সেই সেই বিভাৱ অনুভাৱ আৰু সঞ্চাৰী ভাৱৰ সহযোগত সামাজিকৰ হৃদয়স্থ সেই শম ভাৱটি উদ্ৰিক্ত বা আস্বাদিত হয় তাকে বোলা হয় শান্তৰস।

ভাগৱতৰ চতুৰ্থস্কন্ধত যোগীশ্বৰ ভগৱান্ ঋষভৰ কথা বৰ্ণনা কৰা হৈছে—

ঋষভদেৱৰ যোগানন্দত শান্তৰসৰ প্ৰকাশ

"শৰীৰ বাজৰ বৃত্তি আছে যত যত।
সবাকো তেজিয়া পাছে ভৈলা উপগত॥
নাহি অনুসন্ধান কিঞ্চিতো শৰীৰত।
প্ৰমত্তৰ গাৱে যেন আৰিলেক বস্ত্ৰ॥
সেহিমতে শৰীৰকো নেদেখিল আৰ।
উপাধি ভাঙিল জীৱ ভৈল আত্মপৰ॥"

[ অনিৰুদ্ধ ৪ৰ্থ স্কন্ধ ]

ইয়াত উপস্থাপিত শৰীৰ আদি বাহ্য বিষয় বিলাক আলম্বন বিভাৱ: তাৰ অনিত্যতা দুঃখময়তা আদি ধৰ্ম্মবোৰ উদ্দীপন—

বিভাব (১)। উন্মত্ত লোকৰ দৰে চলন-ফুৰণবিলাক অনুভাৱ, সংসাৰৰ প্ৰতি হেয় ভাৱ বা বিণ আদি সঞ্চাৰীভাৱ, আৰু আত্ম-জ্ঞান তৃষ্ণাক্ষয় যিয়ে হ'ক সেই আত্মস্বৰূপেই শম নামৰ স্থায়ীভাৱ। এই বৰ্ণনা শুনোতা সহৃদয় সামাজিকৰ চিত্তস্থ শম ভাৱটি উক্ত বিভাব আদিৰ সহযোগত উদ্ৰিক্ত হৈ আস্বাদিত বা ৰসতাপ্ৰাপ্ত হয়। গতিকে এই কাব্য শান্তৰসাত্মক হৈছে।

তৃতীয় স্কন্ধত দেৱহূতি দেৱীৰ বৰ্ণনাত যি বিভাব আদি ব্যঞ্জিত হয় তাতো এই শমভাৱক লৈ শান্ত ৰসৰ লক্ষণ যায়।

দেৱহূতিৰ জ্ঞানানন্দত শান্ত ৰসৰ প্ৰকাশ

"বদতি মৈত্ৰেয় মুনি বিদুৰ থাকিও শুনি
দেৱহূতি কৰিলন্ত যত।
ব্ৰহ্মাক দেখিয়া মনে দেহে গেহে তেতিক্ষণে
ভৈল অতিশয় বিৰকত॥
× × ×
হেন দিব্য আশ্ৰমত ভৈলা দেৱী বিৰকত
কাকো কিছু বাক্য নোবোলন্ত।
কপিল প্ৰভুক মাত্ৰ ৰাত্ৰি দিনে সুমৰন্ত
মনে ধৰি চিন্তিয়া থাকন্ত॥
× × ×

(১) ৰত্যাদি স্থায়ীভাৱে যিটো বস্তুক অৱলম্বন কৰে তাকে আলম্বন বিভাব বোলে। যেনে "অভিজ্ঞান শকুন্তলা" নাটকত ৰজা দুষ্মন্তৰ ৰতি বা অনুৰাগৰ আলম্বন আছিল শকুন্তলা। যিবি-লাকৰ সহায়ত ৰত্যাদিভাৱ উদ্দীপিত হয় তাকে বোলে উদ্দীপন বিভাব। যেনে ৰজা দুষ্মন্তৰ শকুন্তলা বিষয়ক ৰতিৰ উদ্দীপক বসন্ত কাল, আশ্ৰমৰ নিৰ্জ্জনতা, ভ্ৰমৰ গুঞ্জন ইত্যাদি।

আপোনাক নিৰন্তৰে সমস্ত প্ৰাণীত দেখে
দূৰ ভৈল ভেদভাৱ চয়।
জীৱৰ আশ্ৰয় যিটো ব্ৰহ্মৰূপী ভগৱন্ত
তাত্ত মতি নিমজিল তয় ॥

× × ×

প্ৰাৰব্ধ কৰ্ম্মৰ ফলে দেহক পালয় আতি
দেৱহুতি নিশ্চল থাকন্ত।
ৱাসুদেৱ ঈশ্বৰত প্ৰৱেশি থাকয় মতি
দেহ গেহ কিছু নজানন্ত ॥"

[ গোপালচৰণ ৩য় স্কন্ধ ]

ইয়াত দেহ-গেহ আদি বা ব্ৰহ্মজ্ঞান আলম্বন বিভাৱ; কপিলৰ উপদেশ আদি উদ্দীপনা বিভাৱ, দেহ-গেহৰ প্ৰতি অনাস্থা প্ৰদৰ্শন আদি অনুভাৱ, তাৰ প্ৰতি ঘিণ আদি সঞ্চাৰী ভাৱ আৰু বৈৰাগ্য বা আত্মজ্ঞানৰূপ শম স্থায়ীভাৱ।

প্ৰহ্লাদৰ ভগৱৎ-প্ৰেমত শান্ত ৰসৰ প্ৰকাশ

সপ্তম স্কন্ধত যি পৰম ভাগৱত প্ৰহ্লাদৰ ভক্তিভাৱৰ বৰ্ণনা কৰা হৈছে — তাতো এই শম স্থায়ীভাৱৰ শান্ত ৰসৰে স্ফুৰণ হয়। যেনে—

"ইহ পৰলোকে, যত সুখ ভোগ, দৃষ্ট শ্ৰুত আছে মানে।
বিষ্ঠা প্ৰায় যেন, কৰিলন্ত তেন, দৈত্য সুত সৰ্ব্বজ্ঞানে ॥

× × × ×

নৈসৰ্গিক নামে ৰতি, প্ৰহ্লাদৰ ভৈল আতি, ঈশ্বৰত তান মাত্ৰ মন।
বালক কালত যত, ক্ৰীড়াদ্ৰব্য নানা মত, দৈত্য সুতে এড়িলা যতন ॥

× × × ×

ভোজন সময় বেলা জলপান বাক্য বোলা
এতেকত চিত্ত নাহিকয়।
গোবিন্দক হৃদয়ত মনে মনে এক কৰি
নিশেষ কাৰ্য্যত প্ৰৱৰ্ত্তয়॥
প্ৰেমভাৱে অতিশয় কোনো বেলা কান্দে ৰয়
ধাৰে নীৰ নেত্ৰৰ বহুৰে।
বৈকুণ্ঠ চিন্তাযে অতি ক্ষোভিত হৈবয় মন
চেতন নথাকে তান গাবে।"

[কেশৱচৰণ পদ সন্ধ]

ভগৱদ্ভক্তিৰ শান্ত ৰসত্ব-প্ৰাপ্তি বিষয়ে আপত্তিৰ উত্তৰ

ইয়াতে আপত্তি হয এই যে, উক্ত উদাহৰণত বাঞ্ছিত প্ৰহ্লাদৰ ভগৱদ্ভক্তি হ'ল ভগৱানৰ প্ৰতি অনুৰাগস্বৰূপ, শান্ত ৰসৰ স্থায়ীভাৱটি বৈৰাগ্যস্বৰূপ। গতিকে ই শান্ত ৰস হয় কেনেকৈ? ভগৱদ্বিষয়ক অনুৰাগ বা ভক্তি স্থায়ীভাৱৰ, এটা অতিৰিক্ত 'ভক্তি-ৰস' স্বীকাৰ নকৰি ইয়াক হেঁচি-খেদি শান্ত ৰসৰ ভিতৰত সোমাই থোৱা হ'ল কিয়? ইয়াত আমাৰ বক্তব্য এই— বৈৰাগ্য বোলক, নিৰ্ব্বেদ বোলক, তৃষ্ণাক্ষয় বোলক বা সুখ-দুখ আদিৰ অভাৱেই বোলক বহিৰ্ব্বিষয়-পৰাঙ্মুখ চিত্তবৃত্তিয়ে যি শম বা শান্ত ৰসৰ স্থায়ীভাৱ এই কথা সৰ্ব্ববাদি-সম্মত। প্ৰহ্লাদৰ ভগৱদ্বিষয়ক চিত্তবৃত্তিও বহিৰ্ব্বিষয়-পৰাঙ্মুখভাৱে আছে যেতিয়া তাক শান্ত নুবুলি অতিৰিক্ত ৰসৰূপে স্বীকাৰ কৰাৰ কোনো আৱশ্যক নাই। নাট্য শাস্ত্ৰত যে শান্তত সুখ-দুখৰ অভাৱৰ কথা কোৱা হৈছে— সেই সুখ-দুখ প্ৰাকৃত বৈষয়িক

সুখ-দুখ হে। (১) ভগৱদ্‌বিষয়ক আকৰ্ষণৰূপ ভক্তি পৰম সুখ-স্বৰূপ হলেও অপ্ৰাকৃত আৰু আত্মস্বৰূপৰ লগত অভিন্ন গতিকে তাত বৈষয়িক সুখৰ কোনো সংস্পৰ্শ নাই। সেইদৰে 'তৃষ্ণাক্ষয়' মানেও বিষয় তৃষ্ণাৰ অভাবহে, ভগৱান্‌ পৰমাত্মাৰ প্ৰতি যি তৃষ্ণা বা অনুৰাগ সেইটো আত্মাৰ স্বভাব; সেই কাৰণেই ইয়াক 'নৈসৰ্গিক' (স্বাভাৱিক) ৰতি' বোলা হৈছে; গতিকে সি নিত্য তাৰ ক্ষয়ৰ সম্ভাৱনাই নাই। য'ত ভগৱানৰ ভগৱদ্‌ভাৱ আবৃত্ত নাথাকে অথচ আত্মৰূপে প্ৰকাশিত নহৈ স্বামী, প্ৰেমিক, সখা, মাতা, পিতা, পুত্ৰ আদি ৰূপে মায়িক ব্যক্তিগত ঘনিষ্ঠ সম্পৰ্কৰ সহযোগত প্ৰকাশ পায় তাতো চিত্তৰ বহিৰ্বিষয়-পৰাঙ্মুখতা বা মোক্ষসাধনৰূপ তত্ত্বজ্ঞানাত্মতা অথবা শমভাৱ থাকে কাৰণে তাতো শান্তৰ লক্ষণ যাব। তাত আত্মৰূপ ভগৱানেই অনুৰাগৰ বিষয়ৰূপে প্ৰকাশ হয়, গতিকে তদ্বিষয়ক ৰতিও বাস্তৱিক আত্মৰতিয়ে—বিষয়ানুৰাগ নহয়। শৃঙ্গাৰ আদি যেই সেই ৰসেই ভগৱদ্‌বিষয়ক হলে তাৰ আলম্বনটি অধিক মহিমান্বিত হোৱাৰ কাৰণে যদি ৰসটিক 'ভক্তি-ৰস' বোলা হয় তেন্তে তাত আন আপত্তি নাথাকিলেও আলম্বনৰ ভেদ অনুসাৰে ৰসৰ নামভেদ স্বীকাৰ কৰা হ'ল; গতিকে নামতহে ভেদ হ'ল বস্তু একেই থাকিল অৰ্থাৎ নৱৰসৰ অতিৰিক্ত 'ভক্তি-ৰস নামৰ ৰস-বিশেষ সিদ্ধ নহ'ল, নৱৰসৰ বিশেষ এবিধৰ নামহে সেইটো (ভক্তি-ৰস) থোৱা হ'ল। এনে হলে তাত আমাৰ আপত্তি কৰিবৰ একো নাই।

---

(১) "ৰুচ্যাদিবৎ সুখাভাৱোঽপ্যুক্তঃ; তস্য বৈষয়িক-সুখপৰত্বাৎ বিৰোধঃ।" [সাহিত্যদৰ্পণ—৩।২৫৩]

গতিকে পুৰণি অসমীয়া বৈষ্ণৱ-সাহিত্যত ভগৱদ্‌ৰতিৰূপ 'শম' স্থয়ীভাৱৰ শান্ত ৰসেই মূল, প্ৰধান বা অঙ্গী ৰস। ভগৱদ্‌-ৰতি ব্যঞ্জিত হোৱাৰ কাৰণে তাকেই ভক্তসকলে 'ভক্তি-ৰস' বুলিও উল্লেখ কৰিছে। 'ৰাসক্ৰীড়া, হৰিশ্চন্দ্ৰ উপাখ্যান' আদি ভিন্ ভিন্ কাব্য বা নাট্যত শৃঙ্গাৰ, করুণ আদি ভিন্ ভিন্ ৰস আছে যদিও সেইবিলাক উক্ত শান্ত ৰসৰ অঙ্গ বা পৰিপোষকভাৱে ব্যভিচাৰী ৰসৰূপেহে প্ৰতীত হয়। যেনে—

অসমীয়া বৈষ্ণৱ-সাহিত্যত শান্ত ৰসেই প্ৰধান

"কেলিগোপাল" নাটখনত গোপী-কৃষ্ণৰ সম্ভোগ আৰু বিৰহ-শৃঙ্গাৰৰস ব্যঞ্জিত হৈছে যদিও সি তাত প্ৰাধান্য লাভ কৰিব পৰা নাই। ইয়াত শ্ৰীকৃষ্ণ অকল এজন শৃঙ্গাৰ-ৰসৰ নাট্যৰ নায়ক হিচাবে উপস্থিত হোৱা নাই, তেওঁ ভগৱান্, জগতৰ সৃষ্টি-স্থিতি-লয়-কৰ্ত্তা পৰমপুৰুষ, তেওঁৰ ৰূপ, কাৰ্য্য, শক্তি সকলো লোকাতীত অপ্ৰাকৃত লীলামাত্ৰ। গোপী-সকলো অকল শৃঙ্গাৰ-ৰসৰ নাট্যৰ নায়িকা নহয়, তেওঁলোকে ভগৱান্ শ্ৰীকৃষ্ণক অকল নায়কোচিত প্ৰণয়ৰ খাতিৰেই যে ভাল পাইছিল এনে নহয়, তেওঁ ভগৱান্ পৰমাত্মা সমস্ত আনন্দৰ আকৰস্বৰূপ বুলিহে। এই কথা কবিয়ে নানা স্থলত প্ৰকাশ কৰিছে। (১)

'কেলিগোপাল' নাটৰ উদাহৰণ

(১) "সূত্ৰ—যে সকল সুৰাসুৰ-বন্দিত পাদপদ্ম, সকল সংসাৰ যাকৰ স্ৰজনা, যাকেৰি নামে মহাপাপী সব সংসাৰ নিস্তৰে সোহি পৰমেশ্বৰ শ্ৰীশ্ৰীগোপাল" ইত্যাদি।

"হে সখি। তোহো যশোদানন্দন নহ, জগত ৰাখিতে ব্ৰহ্ম প্ৰাৰ্থল, সে নিমিত্ত তোহো সৰ্ব্ব অন্তৰ্য্যামী শ্ৰীকৃষ্ণ বেকত ভয়াছ।" ইত্যাদি।

শ্ৰীকৃষ্ণৰ প্ৰতি যি প্ৰেম বা ভালপোৱা সেইটো নায়কৰ প্ৰতি নায়িকাৰ প্ৰেম নহয়, নদীৰ প্ৰতি জুবিৰ টান নহয়—ভূমাৰ প্ৰতি অল্পৰ টান, মহাসমুদ্ৰৰ প্ৰতি নদ-নদীৰ সোঁত, পৰমাত্মাৰ প্ৰতি জীৱাত্মাৰ আকৰ্ষণ। এই নাটকৰ দ্বাৰা ভগৱদ্ ভক্ত সামাজিকৰ কান্তাদি-বিষয়ক ৰতি উদ্ৰিক্ত নহয়, সমস্ত বিষয়-বাসনা বিগলিত হয়, বাহ্যবস্তুৰ প্ৰতি যি প্ৰাকৃত অনুৰাগ তাৰ স্ফুৰণ নাথাকে; গতিকে চিত্ত বহিৰ্ব্বিষয়-বিৰক্ত হৈ পৰম নিৰ্ম্মলভাৱে অৱস্থান কৰে। ভগৱানৰ ৰূপ কাৰ্য্য আদি সকলো অলৌকিক, লৌকিক নাট্যৰ লৌকিক ৰূপ কাৰ্য্য আদিৰ দ্বাৰা তাৰ অনুকৰণ বা অভিনয় সৰ্ব্বতোভাৱে সম্ভৱপৰ নহয়। ইফালে গোপীসকলৰ পৰিদৃশ্যমান ৰূপ কাৰ্য্যাদিৰ দ্বাৰা তেওঁবিলাকৰ হৃদয়স্থ যি কান্ত-বিষয়ক ৰতি-ভাৱৰ সন্ধান পোৱা যায়, তাতকৈ, শ্ৰুত ৰূপ আৰু কাৰ্য্যৰ দ্বাৰা তাৰ বিপৰীত 'শম' ভাৱৰ প্ৰকাশটোহে অধিক স্পষ্ট হৈ উঠে। গতিকে উক্ত নাটকত বিভাৱ আদি যিৰূপে দেখা গৈছে আৰু শুনা গৈছে। এই দুটা ৰূপৰ পৰস্পৰে মিল নাই। দেখা ৰূপটি প্ৰাকৃত বা লৌকিক, গতিকে অভিনেয়, আৰু শুনা ৰূপটি অপ্ৰাকৃত বা লোকাতীত, গতিকে অভিনয়ৰো অতীত। দেখা ৰূপটিয়ে শৃঙ্গাৰ ৰস ব্যঞ্জিত কৰে যদিও, শুনা ৰূপটিয়ে শৃঙ্গাৰ ৰসৰ প্ৰতিঘাত শান্তৰসৰ প্ৰাণ-প্ৰতিষ্ঠা কৰে। অভিনৱ গুপ্তৰ সংগৃহীত শ্লোকত শান্তৰসক মোক্ষৰ

---

'শ্ৰীকৃষ্ণ— ভকত বৎসল মোক জানি।
ভকতক দুঃখ দেখি হৃদি সহে নাহি॥
[কেঃ গোঃ]

হেতু বুলি কৈছে (১)। এই নাটকৰ কবিযেও ইয়াক (নাটখনক) মোক্ষৰ হেতু বুলিছে (২)। ইয়াৰ দ্বাৰা এই নাটকত যে শান্ত-ৰসেই প্ৰধান আৰু শৃঙ্গাৰ ৰস তাৰ ব্যভিচাৰী বা অঙ্গৰূপে থাকি তাৰেই পুষ্টি সাধন কৰিছে—সেইটো বুজা যায়। গতিকে ইয়াত শৃঙ্গাৰ ৰস শমভাব বা শান্তৰসৰ পোষক-হেতুৰূপে প্ৰকাশ হৈছে কবিৰ অভিপ্ৰেত। শৃঙ্গাৰ ৰসটি যাতে অধিক সমৃদ্ধ আৰু পৰিপুষ্ট হৈ শান্তৰসৰ ওপৰ উঠি নাযায় তাৰ বাবে কবিৰ প্ৰয়াস নানা দিশেদি স্পষ্ট হৈ উঠিছে।

অনেক ৰসৰ সমাবেশ বিষয়ে ধ্বনিকাৰৰ উক্তি। সাহিত্যত অনেক ৰসৰ সমাবেশ বিষয়ত ধ্বনিকাৰে কৈছে যে "কোনো এটা ৰসক অঙ্গী বা প্ৰধান কৰি তাৰ বিৰোধীয়ে হ'ক বা অবিৰোধীয়ে হ'ক আন কোনো ৰসক, অঙ্গীৰসৰ সমানে পৰিপুষ্ট কৰি তুলিব নালাগে; তেতিয়াহে অঙ্গাঙ্গী ৰসৰ অবিৰোধ বা যথোচিত সামঞ্জস্য ৰক্ষিত হয়" (৩)। অসমীয়া বৈষ্ণৱসকলৰ প্ৰণীত অঙ্কীয়া নাট বা বৈষ্ণৱ

(১) অত্ৰ সংগ্ৰহকৰিকা—

মোক্ষাধ্যাত্ম নিমিত্তস্তত্ত্বজ্ঞানাৰ্থহেতুসংযুক্তঃ।
নিঃশ্ৰেয়সধৰ্মযুতঃ শান্তৰসো নাম বিজ্ঞেয়ঃ॥
[ অভিনৱভাৰতী—শান্তৰস প্ৰকৰণ ]

(২) ভো ভো সভাসদা যূয়ং শৃণুত সাৱধানতঃ।
কেলিগোপালং নামেদং নাটকং মোক্ষসাধকম্॥
[ কেলিগোপাল ]

(৩) অবিৰোধী বিৰোধী বা ৰসোঽঙ্গিনি ৰসান্তৰে।
পৰিপোষং ন নেতব্য স্তথা স্যাদবিৰোধিতা॥
[ ধ্বন্যালোক ৩।২৪ ]

সাহিত্যত এই নীতি বঢ়িয়াকৈ অনুসৰণ কৰা হৈছে,—অৰ্থাৎ শৃঙ্গাৰাদি ৰস বা ভাৱৰ দ্বাৰা ভগৱদ্‌ভক্তিৰ বা শান্তৰসৰ পুষ্টি-সাধন কৰা হৈছে, শৃঙ্গাৰ আদি আন ৰসে যাতে অতি সমৃদ্ধ হৈ নিজৰ প্ৰাধান্যেৰে সমগ্ৰ বৈষ্ণৱ সাহিত্যৰ প্ৰধানভূত শান্তৰসৰ মহিমা ক্ষুণ্ণ কৰিব নোৱাৰে, তাৰ বাবে মাজে মাজে জাগতিক বস্তুমাত্ৰৰে হেয়তা, ভগৱত্তত্ত্বৰ পৰম উপাদেয়তা, বিষ্ণুৰ নাম গুণ কৰ্ম্মৰ উপাস্যতা, আৰু বিষ্ণু ভক্তজনৰ শ্ৰেষ্ঠতা উপস্থাপনৰ দ্বাৰা শৃঙ্গাৰ আদি ৰসান্তৰৰ ধাৰা প্ৰতিহত কৰা হৈছে। সেই কাৰণে অঙ্কীয়া নাটবিলাক আন পৰিপূৰ্ণাঙ্গ নাটকৰ তুলনাত বিকলাঙ্গ হৈ পৰিছে যদিও তাৰ প্ৰতি কৰিয়ে ভ্ৰূক্ষেপ কৰা নাই। ইয়াত পাত্ৰ-পাত্ৰীৰ কথা বা অভিনয়তকৈ সূত্ৰধাৰৰ কথাই বেচি স্থান অধিকাৰ কৰি আছে, গতিকে নাট্যতকৈ কাব্যাংশ অধিক হৈ পৰিছে আৰু লগে লগে নাটকৰ মহিমা ক্ষুণ্ণ হৈছে। তথাপি শান্তৰসৰ প্ৰাধান্য ৰক্ষাৰ কাৰণেই ই নাটৰ দূষণ নহৈ ভূষণ হৈ হৈছে। যদি ইয়াত শান্ত ভিন্ন আন ৰসক মুখ্য বুলি ধৰা হয় তেতিয়াহে এই নাটক বিকলাঙ্গতা-দোষদুষ্ট হৈ পৰিব।

শান্তৰস অভিনয় যোগ্য নহয় অথচ শ্ৰেষ্ঠ।

প্ৰাচীন আলঙ্কাৰিক সকলৰ কোনো কোনোৱে শান্তৰস অভিনয়ৰ অযোগ্য বুলি ভাবিছিল। তেওঁবিলাকৰ মতে সেই কাৰণেই মহামুনি ভৰতে শান্তক নাট্য-ৰস ৰূপে পৰিগণিত কৰা নাই।

নাট্যৰ দ্বাৰা শমভাৱৰ পুষ্টি নঘটে—তাৰ অনুভাৱ অৰ্থাৎ যিটো শৰীৰত অভিব্যক্ত হৈ হৃদয়ত শমভাৱৰ উদ্ৰেক বুজাব পাৰে তেনে নিয়ত অব্যভিচাৰী ভাৱোদয়ৰ চিহ্ন ইয়াত নাই। গতিকে ই অভিনেয় নহয়; এই কাৰণেই এই ৰস বিকলাঙ্গ, কিন্তু

বিকলাঙ্গ হলেও ৰস-সৌন্দৰ্য্যৰ পিনেদি শ্ৰেষ্ঠ। (১)

ৰতি, শোক আদি অন্যান্য ভাৱবিলাক কলাৰ সহযোগত ঐকান্তিক সুখস্বৰূপে আৰু প্ৰাকৃত লৌকিক ৰতি শোক আদি ভাৱতকৈ অধিক মধুৰভাৱে ব্যঞ্জিত হয়। কিন্তু ভগৱদ্ভক্তিৰূপ শম ভাৱটি স্বৰূপতে পৰম আনন্দৰূপ, গতিকে কলাৰ সহযোগত ব্যঞ্জিত হলেও তাত প্ৰকৃত শমতকৈ কোনো অতিশয় বা ৰূপান্তৰ নঘটে অৰ্থাৎ প্ৰকৃত শান্তমতি ভগৱদ্ভক্তৰ ভক্তিৰূপ চিত্ত-বৃত্তিটি যি পৰিমিত উজ্জ্বল, মধুৰ আৰু আস্বাদ্যস্বৰূপ তাৰ তুলনাত কাব্য-নাট্য আদিৰ দ্বাৰা উপস্থাপিত বিভাৱ আদিৰ সহযোগত উদ্ৰিক্ত সামাজিকৰ ভগৱদ্ৰতিৰ উজ্জ্বলতা, বা মধুৰতা অধিক নহয়। এই কাৰণে বিকলাঙ্গ ৰসৰ নাটক বিকলাঙ্গ হোৱাটো দোষৰ নহয়—বৰঞ্চ গুণৰহে কথা।

এনেকৈ পুৰণি অসমৰ বৈষ্ণৱ—সাহিত্যত সুদীৰ্ঘ কবিভনিতা আৰু বিষ্ণু-বৈষ্ণৱৰ মাহাত্ম্য—প্ৰকাশৰ দ্বাৰা সাহিত্যৰ অন্যান্য ৰসৰ ধাৰা প্ৰতিহত কৰি তাৰ ওপৰেদি শান্ত ৰসৰ ধাৰা বেচি প্ৰবলভাৱে প্ৰবাহিত কৰা হৈছে। তেনে বৰ্ণনাৰ দ্বাৰা শৃঙ্গাৰ আদি আন ৰসৰ মহিমা ক্ষুণ্ণ কৰি

(বৈষ্ণৱ-সাহিত্যত অন্যান্য ৰসক শান্তৰ মাজত ডুবাই ৰখা হৈছে)

(১) "শমমপি কেচিৎ প্ৰাহুঃ, পুষ্টিৰ্নাট্যেষু নৈতস্য।" [দশৰূপক ৪।৩৫]
অতোঽস্থভাৱ-ৰাহিত্যান্ন নাট্যেঽভিনয়ো ভবেৎ।
ততোঽষ্টৌ স্থায়িনো ভাৱা নাট্যস্যৈৱোপযোগিনঃ॥
[ভাৱপ্ৰকাশন ১ম অধিকাৰ]

"তস্মাচ্ছান্তৰসস্যৈৱং বিকলাঙ্গত্বমুচ্যতে।
অতোঽয়ং বিকলপ্ৰায়স্তথাপি শ্ৰেষ্ঠ উচ্যতে॥"
[তথা ৬ষ্ঠ অধিকাৰ]

শান্ত ৰসক অধিক মহিমান্বিত আৰু গৌৰৱোজ্জ্বল কৰি তোলা হৈছে। শৃঙ্গাৰ আদি আন ৰসে যাতে অতিশয় পৰিপুষ্ট হৈ তেওঁবিলাকৰ সাহিত্যৰ প্ৰধানীভূত 'শান্ত ৰস'ৰ গতিৰোধ কৰিব নোৱাৰে—তাৰ বাবেই তেনেকৈ আন ৰসৰ পুষ্টিত বাধা দিয়া হৈছে। তেওঁবিলাকৰ ভাগৱত-ধৰ্ম্মৰ আদৰ্শ বা নীতি আদিক যিদৰে শান্ত ৰসৰ মাজত বুৰাই ৰখা হৈছে অন্যান্য ৰসকো সেইদৰে তাৰ ভিতৰতে বুৰাই ৰখাৰ ব্যৱস্থা কৰা হৈছে। ত'ত বৰ্ণিত কথা-বস্তু শান্ত ৰসৰ পোষক হোৱাৰ কাৰণে তাৰ দ্বাৰা শান্ত ৰসৰ প্ৰবাহ প্ৰতিহত হোৱা নাই।

প্ৰাকৃত সাংসাৰিক মানৱৰ শান্ত ৰসোচিত বাসনাৰ বল কম থাকে, শৃঙ্গাৰ আদি আন ৰসৰ উপযোগী বাসনা স্বভাৱতে প্ৰবলতৰ ;

অকীয়া নাটৰ বিফলাত্মতা প্ৰভীতিৰ হেতু

গতিকে তেওঁলোকৰ দৃষ্টিত শান্ত ৰসৰ মহিমাটি অস্পষ্ট থাকে কাৰণে, তাৰ ভিতৰত কাব্যৰ কথা-বস্তুৰ স্বৰূপটি সম্পূৰ্ণভাৱে ডুবি নাযায় ; সেইহে শৃঙ্গাৰ আদি ৰসৰ মহিমাৰ লগে লগে আমাৰ মন আৰু সাহিত্যৰ মহিমাও ক্ষুণ্ণ হোৱা যেন লাগে। আচলতে হলে শান্ত ৰসক আশ্ৰয় কৰি সেই সাহিত্যৰ স্বৰূপ আৰু মহত্ত্ব সম্পূৰ্ণ উজ্জ্বলভাৱেই থাকে।

এই সাহিত্যত বিষ্ণু-বৈষ্ণৱৰ চৰিত্ৰ আৰু মাহাত্ম্য বাচ্য ;

বৈষ্ণৱ-সাহিত্যৰ বাচ্য লক্ষ্য আৰু ব্যঙ্গ্য

বৈষ্ণৱ-ধৰ্ম্মৰ শ্ৰেষ্ঠতা আৰু উপাদেয়তা লক্ষ্য আৰু 'শান্ত ৰস' ব্যঙ্গ্য হোৱাৰ কাৰণে ইয়াৰ পৰিপূৰ্ণতা আৰু ৰসৱত্তাত কোনো সন্দেহৰ অৱকাশ নাই।

উপনিষদৰ অদ্বৈত-ব্ৰহ্মবাদৰ ভিত্তিত প্ৰতিষ্ঠিত ; স্মৰণাতীত কালৰ পৰা নিৰৱচ্ছিন্নভাৱে প্ৰবাহিত সাম্প্ৰদায়িক মৰ্য্যাদানুসাৰে

গ্ৰন্থৰ উপসংহাৰ

প্ৰতিস্থাপিত মঠ, মন্দিৰ, সত্ৰ, সনাহ, সংসঙ্গ, মহোৎসৱ আদি সুবিস্তৃত পৰিখা-পৰিবেষ্টিত, শ্ৰীশঙ্কৰাচাৰ্য্য, শ্ৰীধৰস্বামী, বিষ্ণুপুৰী আদি দাৰ্শনিক ভক্তসকলৰ গৃহীত যুক্তিময় সুদৃঢ় প্ৰাচীৰ-পৰিবৃত; গীতা, ভাগৱত, বিষ্ণুপুৰাণ, পদ্মপুৰাণ আদি সুবিপুল বৈষ্ণৱ-শাস্ত্ৰৰূপ দৃঢ়স্তম্ভোপৰি বিধৃত, পৰম বৈষ্ণৱ সাধুসকলৰ দ্বাৰা আচৰিত শ্ৰৌত-স্মাৰ্ত্ত আদি নানাবিধ ক্ৰিয়াত্মক বিষ্ণুধৰ্ম্মৰূপ প্ৰস্তৰৰাশি-গ্ৰথিত; শ্ৰীশঙ্কৰ, দামোদৰ, হৰিদেৱ, মাধৱদেৱ, ভট্টদেৱ আদি পৰম ভাগৱতসকলৰ উপলব্ধি-সঞ্জাত ৰত্নৰাজি-খচিত; তেওঁবিলাকৰ দ্বাৰা সমাহৃত, উদ্ভাৱিত, উচ্চাৰিত, প্ৰণীত, প্ৰচাৰিত কাব্য, নাট্য, নৃত্য, গীত, বাদ্য, স্থাপত্য, ভাস্কৰ্য্য আদি নানাবিধ কলা-কৌশল-নিৰ্ম্মিত, শৃঙ্গাৰ আদি নানাবিধ ৰস ভাৱৰূপ-ভাৱনা-ভাৱিত; শান্ত ৰসাত্মক সুধা-ধৱলিত; এই ভাগৱত ধৰ্ম্মৰূপ মহা সৌধৰ বিস্তৃত বৰ্ণনা বা সম্পূৰ্ণভাৱে তত্ত্ব বিশ্লেষণ এই গ্ৰন্থত সম্ভৱপৰ নহয়। গতিকে, ইয়াত কেৱল অসমৰ বৈষ্ণৱসকলৰ গৃহীত দাৰ্শনিক দৃষ্টিৰ বিষয়েহে যথাসম্ভৱ সংক্ষিপ্ত আলোচনা এটি দেশৰ নিৰপেক্ষ দৰ্শনানুৰোদী সজ্জনসকলৰ সেৱাৰ অৰ্থে আগবঢ়োৱা হ'ল। গ্ৰন্থ-বিস্তৰ—ভয়ে বিস্তৃত আলোচনাৰ পৰা বিৰত থাকিলোঁ।

ক্বাহং মন্দমতিঃ ক্বেয়ং প্ৰক্ৰিয়া সাধুসম্মতা।
তথাপি ভগৱৎপ্ৰীত্যৈ ব্যাপৃতা মে সৰস্বতী।

॥ শ্ৰীভগৱদ্বাসুদেৱচৰণে সমৰ্পিতমস্তু

# গ্ৰন্থত উল্লিখিত গ্ৰন্থ আৰু গ্ৰন্থকাৰৰ নাম

| গ্ৰন্থনাম— | | গ্ৰন্থকাৰ— |
|---|---|---|
| অঙ্গিৰস্ সংহিতা | ... | |
| অনাদি পাতন | ... | শ্ৰীশঙ্কৰদেৱ। |
| অভিনৱ ভাৰতী | ... | অভিনব গুপ্ত পাদ। |
| অমৰকোষৰ টীকা | ... | ৰায়মুকুট |
| আই কনকলতা চৰিত | ... | শ্ৰীযুত ৰমাকান্ত [illegible]। |
| আচাৰ্য্য সংহিতা | ... | ... |
| একাদশ স্কন্ধ ভাগৱত | ... | শ্ৰীশঙ্কৰদেৱ। |
| ঋগ্ বেদ সংহিতা | ... | ... |
| কঠোপনিষৎ | ... | ... |
| কথা-ভাগৱত | ... | শ্ৰীভট্টদেৱ। |
| কথা-গীতা | ... | শ্ৰীভট্টদেৱ। |
| কথা গুৰুচৰিত | ... | ... |
| কল্পদ্ৰুম | ... | অনন্ত কন্দলি। |
| কান্তিমালা ভক্তিৰত্নাৱলী টীকা | | বিষ্ণুপুৰীস্বামী। |
| কামৰূপ শাসনাৱলী | ... | মঃ মঃ পদ্মনাথ ভট্টাচাৰ্য্য। |
| কালকৌমুদী | ... | নীলাম্বৰাচাৰ্য্য। |
| কালিকাপুৰাণ | ... | ... |
| কাব্যালঙ্কাৰ | ... | ৰুদ্ৰট। |
| কীৰ্ত্তন ... | ... | শ্ৰীশঙ্কৰদেৱ। |

| গ্ৰন্থনাম— | গ্ৰন্থকাৰ— |
|---|---|
| কুৰুক্ষেত্ৰ ... ... | শ্ৰীশঙ্কৰদেৱ। |
| কেলিগোপাল নাট ... | ,, |
| গঙ্গাজল ... ... | দামোদৰ মিশ্ৰ। |
| গুৰুচৰিত ... ... | ৰামচৰণ ঠাকুৰ। |
| গুৰুচৰিত ... ... | ভূষণ দ্বিজ। |
| গুৰুচৰিত ... ... | দ্বিজ ৰামানন্দ। |
| চতুৰ্থ স্কন্ধ ভাগৱত ... | অনিৰুদ্ধ। |
| ছান্দোগ্যোপনিষৎ ... | ... |
| জয়দ্ৰথ বধ ... | কৱিৰত্ন সৰস্বতী। |
| তৈত্তিৰীয়াৰণ্যক ... | ... |
| তৈত্তিৰীয়োপনিষৎ ... | ... |
| তোড়ল তন্ত্ৰ ... | ... |
| তৃতীয় স্কন্ধ ভাগৱত ... | গোপাল চৰণ দ্বিজ। |
| দশম ... ... | শ্ৰীশঙ্কৰদেৱ। |
| দশৰূপক ... ... | ধনঞ্জয়। |
| দীপিকা প্ৰৱৰ্ত্তিনী ... | ... |
| দেৱজিৎ ... ... | মাধৱ কন্দলি। |
| দ্বাদশ স্কন্ধ ভাগৱত ... | শ্ৰীশঙ্কৰদেৱ। |
| দ্বিতীয় স্কন্ধ ভাগৱত ... | ,, |
| দ্বৈতভক্তি-সুধোদয় ... | ৱাসুদেৱতীৰ্থ। |
| ধ্বন্যালোক } | ধ্বনিকাৰ, |
| ধ্বন্যালোক বৃত্তি } | আনন্দ ৱৰ্দ্ধনাচাৰ্য্য। |

| গ্ৰন্থনাম— | | গ্ৰন্থকাৰ-- |
|---|---|---|
| নাম ঘোষা | ... | শ্ৰীমাধৱদেৱ। |
| নাট্যশাস্ত্ৰ | ... | মহামুনি ভৰত। |
| নিমি নৱসিদ্ধ সম্বাদ | ... | শ্ৰীশঙ্কৰদেৱ। |
| পঞ্চম স্কন্ধ ভাগৱতপদ | ... | অনিৰুদ্ধ। |
| পঞ্চদশী | ... | বিদ্যাৰণ্যমুনি। |
| পদ্মপুৰাণ | - | .. |
| পাৰিজাত হৰণ | | শ্ৰীশঙ্কৰদেৱ। |
| প্ৰয়োগ ৰত্নমালা | | শ্ৰীপুৰুষোত্তম বিদ্যাবাগীশ। |
| প্ৰহ্লাদ চৰিত | | হেম সৰস্বতী। |
| প্ৰথম স্কন্ধ ভাগৱত | | শ্ৰীশঙ্কৰদেৱ। |
| বঙ্গীয় সাহিত্য-পৰিষৎ পত্ৰিকা | | ম মঃ ডা° হৰপ্ৰসাদ শাস্ত্ৰী। |
| বৰগীত | | শ্ৰীশঙ্কৰদেৱ। |
| বৰগীত | | শ্ৰীমাধৱদেৱ। |
| বৰ্ষ প্ৰদীপ | | শ্ৰীধৰ ভট্ট। |
| বভ্ৰুবাহণৰ যুদ্ধ | ... | শ্ৰীহৰিৱৰ বিপ্ৰ। |
| বিষ্ণুপুৰাণ | | |
| বৃহদাৰণ্যকোপনিষৎ | | |
| বেদান্ত দৰ্শন | | ... |
| ভক্তিৰসায়ন | .. | মধুসূদন সৰস্বতী। |
| ভক্তিৰত্নাকৰ | | শ্ৰীশঙ্কৰদেৱ। |
| ভক্তিবিবেক | | শ্ৰীভট্টদেৱ। |
| ভক্তি ৰত্নাৱলী | | বিষ্ণুপুৰী স্বামী। |

| গ্ৰন্থনাম— | | গ্ৰন্থকাৰ— |
|---|---|---|
| ভক্তি প্ৰদীপ | ... | শ্ৰীশঙ্কৰদেৱ। |
| ভক্তিবিৱেক পদ | .. | গোবিন্দ মিশ্ৰ। |
| ভক্তিৰত্নাকৰ পদ | .. | ৰামচৰণ ঠাকুৰ। |
| ভগবদ্ গীতা | | ... |
| ভাগৱত | .. | ... |
| ভাগৱত ভাৱাৰ্থ দীপিকা | ... | শ্ৰীধৰস্বামী। |
| ভাৱপ্ৰকাশ | .. | সাৰদাতনয়। |
| মন্থ প্ৰদীপ | ... | কবি ভাৰতী। |
| মহাভাৰত | ... | ... |
| মনুসংহিতা | ... | ... |
| মিতাক্ষৰা | ... | ৱিজ্ঞানেশ্বৰ। |
| মুক্তাফল | ... | ৱোপদেৱ গোস্বামী |
| মুক্তাফল বৃত্তি | ... | হেমাদ্ৰি। |
| মুণ্ডকোপনিষৎ | ... | ... |
| যাজ্ঞবল্ক্য সংহিতা | ... | ... |
| যোগিণীতন্ত্ৰ | ... | ... |
| ৰস গঙ্গাধৰ | ... | পণ্ডিত ৰাজ জগন্নাথ। |
| ৰত্নাৱলী | ... | শ্ৰীমাধবদেৱ। |
| ৰাম-বিজয় নাট | ... | ,, শঙ্কৰদেৱ। |
| ৰামায়ণ | ... | মাধৱকন্দলি। |
| ৰামায়ণ উত্তৰাকাণ্ড | ... | শ্ৰীশঙ্কৰদেৱ। |
| ৰুক্মিণীহৰণ | ... | — |

| গ্ৰন্থনাম— | | গ্ৰন্থকাৰ— |
|---|---|---|
| শতপথ ব্ৰাহ্মণ | ... | ... |
| শৰণ সংহিতা | ... | সুকবি। |
| শান্তিশতক-সুব্যক্ত পঞ্জিকা | | দামোদৰ মিশ্ৰ। |
| শ্ৰাদ্ধ ভাষ্য | ... | নীলাম্বৰাচাৰ্য। |
| শ্ৰীচৈতন্যচৰিতামৃত | ... | কবিৰাজ গোস্বামী। |
| শ্ৰীবংশীগোপালদেৱৰ চৰিত | ... | ৰমানন্দ দ্বিজ। |
| শ্ৰীশ্ৰীশঙ্কৰদেৱ মাধবদেৱৰ চৰিত | | ৺ দৈত্যাৰি ঠাকুৰ। |
| শ্ৰীশ্ৰীশঙ্কৰদেৱ | ... | শ্ৰীযুক্ত মহেশ্বৰ নেওগ। |
| সৰ্ব্বোল্লাস তন্ত্ৰ | ... | ... |
| সাত্বত তন্ত্ৰ | .. | . |
| সাহিত্য দৰ্পণ | ... | বিশ্বনাথ কবিৰাজ। |
| সাংখ্যিক প্ৰবেশ | ... | ৰুদ্ৰ কন্দলি। |
| স্কন্দ পুৰাণ | ... | . |
| স্বল্প মৎস্য পুৰাণ | .. | .. |
| স্মৃতিকৌমুদী | ... | মঃ মঃ পীতাম্বৰ সিদ্ধান্তবাগীশ |
| স্মৃতিৰত্নাকৰ | .. | বেদাচাৰ্য। |
| স্মৃতিপদ্ম | . | . |
| স্মৃতিসাগৰসাৰ | .. | দামোদৰ মিশ্ৰ। |
| হস্তামলক—পাঞ্জিকা | .. | ,, |
| হস্ত্যায়ুৰ্ব্বেদ | ... | মহৰ্ষি পালকাপ্য। |
| হৰিশ্চন্দ্ৰ উপাখ্যান | . | শ্ৰীশঙ্কৰদেৱ। |
| Studies on Aspects of Assamese literature | ... | Gauhati University. |
| Journal of the Assam Research Society. | | |
| History of Dharmashastra | | মঃ মঃ পি, ভি, কাণে। |